# একুঁকি বিদেশী গল্প

ড° অমিয়া



॥●॥ বাণী প্ৰকাশ ॥●॥

গুৱাহাটী * পাঠশালা * কলিকতা




প্ৰকাশক :

শ্ৰীঅম্বিকাপদ চৌধুৰী

বাণীপ্ৰকাশ

পাণবজাৰ

গুৱাহাটী - ৭৮১০০১

শাখা :

পাঠশালা - ৭৮১৩২৫

বৰপেটা

১০ কৈলাস বসু ষ্ট্ৰীট

কলিকতা - ৭০০০০৬

প্ৰথম প্ৰকাশ :

ডিচেম্বৰ' ১৯৮৭

বেটুপাত :

ভূপেন্দ্ৰ নাৰায়ণ ভট্টাচাৰ্য্য

চেনীকুঠি, গুৱাহাটী

মূল্য : পঁচিশ টকা



ছপা :

বাণীপ্ৰকাশ মুদ্ৰণী

৫, উদ্যোগ পাম

গুৱাহাটী - ২১

---

**EKUKI BIDESHI GALPA** — Assamise translation of fourteen world famous short stories by **Dr. Amiya Dev.** *Price Rs. Towenty-five only.*

# আমাৰ দু আষাৰ

এই অবিস্মৰণীয় বিদেশী গল্প চৈধ্যটিৰ নিৰ্বাচন আমাৰ নিজা। নিৰ্বাচন কৰোঁতে গল্পকেইটিত পৰিস্ফুট বিভিন্ন ৰসৰ প্ৰতি দৃষ্টি ৰখা হৈছে। শেষৰ উইলিয়াম চমাৰচেট মমৰ গল্পটিত যদি ভয়ানক ৰস পৰিস্ফুট, এ·টন ছেকভ আৰু মিখেইল চল'কভৰ গল্প দুটি করুণ ৰসেৰে আৰ্দ্ৰ। সেইদৰে ভলটেয়াৰ, লুইজী পিৰাণ্ডেলো আৰু অ' হেন্‌ৰীৰ গল্প কেইটি বিদ্ৰূপ আৰু হাস্যৰসেৰে উজ্জ্বল।

ইচ্ছাকৃতভাৱেই বহু পঠিত আৰু একাধিকবাৰ অনূদিত হোৱা বুলিয়েই লিয় টলষ্টয় আৰু আন কেইবাগৰাকী বিশ্ববৰেণ্য লেখকৰ গল্প বাদ দিয়া হৈছে।

অনুবাদ—বিশেষকৈ নাটক বা গল্পৰ অনুবাদ অতি দুৰূহ কাম। বৰ্তমান গল্পকেইটিৰ অনুবাদত ত্ৰুটি-বিচ্যুতি সম্ভৱ নিশ্চয় আছে। পাঠক সমাজে আমাৰ এই ধৃষ্টতাপূৰ্ণ প্ৰচেষ্টা সহানুভূতিৰে বিবেচনা কৰিব বুলি আমি আশা ৰাখিছোঁ।

গল্পকেইটি আদৰেৰে প্ৰকাশ কৰি উলিওৱাৰ বাবে বাণী প্ৰকাশৰ শ্ৰীঅম্বিকাপদ চৌধুৰীলৈ আমাৰ আন্তৰিক শ্ৰদ্ধা আগবঢ়ালোঁ।

গীতানগৰ
জু নাৰেঙ্গী পথ
গুৱাহাটী

অমিয়া দেৱী



## গল্পকেইটি

# মৰুভূমিৰ মাজত
## ( IN THE DESERT )

### অন'ৰ দ্য বালজাক

[ বিশ্বৰ অন্যতম শ্ৰেষ্ঠ লেখক ফৰাচী ঔপন্যাসিক অন'ৰ দ্য বালজাক (১৭৯৯-১৮৫০) শিশু কালত মাতৃ-স্নেহৰ পৰা বঞ্চিত হয় আৰু শৈশৱৰ এই অভিজ্ঞতা তেওঁৰ বহুতো গল্পত প্ৰতিফলিত হৈছে। মেডাম হান্‌স্কা নামৰ মহিলা এগৰাকীক বিয়া কৰোৱাৰ আশা আৰু অনুপ্ৰেৰণাৰে তেওঁ ১৮৩২-৩৫ এই তিনি বছৰত কুৰিখনতকৈও অধিক গ্ৰন্থ ৰচনা কৰে। ডান্টেৰ আৰ্হিত তেওঁ "লা কমেডি হিউমেন" নাম দি এটা ৰচনা সংকলন প্ৰকাশ কৰিছিল।

বালজাকে ১৮৫০ চনত মেডাম হান্‌স্কাক বিয়া কৰায় কিন্তু বিয়াৰ ছমাহৰ পাছতে তেওঁৰ মৃত্যু হ'ল। মৃত্যুৰ পাছত বালজাকৰ বহুতো অপ্ৰকাশিত ৰচনা ধ্বংসপ্ৰাপ্ত হয়। ]

"কিযে ভয় লগা দৃশ্য!" ম'চিয়ে মাৰ্টিনৰ পশুশালাৰ পৰা ওলাই আহি পত্নীয়ে আতঙ্কৰ সুৰত কলে। বিজ্ঞাপনত উল্লেখ থকা মতেই এই মানুহজনে হায়েনাৰ লগত দেখুৱা খেল আমি ইমান সময়ে চাই আছিলোঁ।

"এই জন্তুবোৰক একো অনিষ্ট নকৰে বুলি নিশ্চিত হ'ব পৰাকৈ কেনেকৈ ইমান শিক্ষা দিয়ে বাৰু?"

ইয়াতে মই তেওঁক বাধা দিলোঁ।

"যিটো তুমি আচৰিত বুলি ভাবিছা সি দৰাচলতে তেনেই সাধাৰণ।" তেওঁ অবিশ্বাসৰ হাঁহি মাৰিলে।

মই কৈ গলোঁ—"তুমি জানানে জন্তুবোৰ একেবাৰে অনুভূতিহীন নহয়। দৰাচলতে আধুনিক সভ্যতাৰ প্ৰায়বোৰ দোষ আমি সিহঁতক সহজে শিকাব পাৰোঁ।"

তেওঁ আচৰিত হৈ মোলৈ চালে।

মই কলোঁ—"প্ৰথমে মাৰ্টিনৰ খেল চাওঁতে ময়ো তোমাৰ দৰেই অতি আচৰিত হৈছিলোঁ। মই একেলগে সোমাই অহা এজন এঠেঙীয়া বুঢ়া সৈনিকৰ কাষতে থিয় হৈ আছিলোঁ। মই তেওঁৰ চেহেৰা দেখি আচৰিত হৈছিলোঁ। নিৰ্ভীক আছিল তেওঁৰ চকুৰ চাৱনি। যুদ্ধই তেওঁৰ মুখত চিন ৰৈ গৈছিল। নেপোলিয়নৰ আটাইবোৰ যুদ্ধৰ চাব আছিল যেন তেওঁৰ কপালত। তেওঁৰ উৎফুল্ল মুকলি-মূৰীয়া প্ৰকাশভঙ্গীত মই মুগ্ধ হৈছিলোঁ। তেওঁক দেখি মই এনে ভাবি নিঃসন্দেহ হৈছিলোঁ যে এইজন এনে এজন সৈনিক যি একোতেই আচৰিত নহয় আৰু সকলোকে সহজভাবে লয়। এনে এজন সৈনিক যি এজন বিশ্বস্ত সঙ্গীৰ মৃত্যু যন্ত্ৰনা দেখিও হয় হাঁহি মুখে তেওঁৰ বস্তু-বাহানি লুট কৰি নিয়ে নাইবা তেওঁক সমাধিস্থ কৰে। তেওঁ এনে এজন সৈনিক—যি বন্দুকৰ গুলী নিভীক ভাবে বুকু পাতি লয়, এনে এক ব্যক্তি যি ভাবি-চিন্তি সময় নষ্ট নকৰে আৰু চয়তানৰ লগতো সহজে বন্ধুত্ব স্থাপন কৰে। তেওঁ অতি মনোযোগেৰে মাৰ্টিনৰ খেল চাই আছিল। শেষত যেতিয়া মাৰ্টিনৰ খেলবপৰা ওলাই আহিল তেতিয়া তেওঁ জ্ঞানী মানুহে যি দৰে বুৰ্বকৰ কাম দেখি মুখ বেকা কৰে সেইদৰে ওঠ দুটা বেকা কৰিলে। সৈনিক জনৰ তেনে ভঙ্গী দেখি মই আপত্তিৰ সুৰত যেতিয়া কলোঁ মাৰ্টিন সচাকৈয়ে এজন সাহসী মানুহ, তেতিয়া সেই বুঢ়া সৈনিকজনে কান্ধ দুটা জোকাৰি অলপ হাঁহিলে। তাৰ পাছত তেওঁ কলে—এনেকুৱা মন্তব্য মই আগতেও শুনিছোঁ।

মই সুধিলোঁ "আপুনি কি ক'ব খুজিছে? আপুনি যদি মোক বুজাই দিয়ে মাৰ্টিনে কি দৰে এই কাম কৰিছে, মই অতি বাধিত হ'ম।"

"আমি পৰস্পৰ চিনাকি হলোঁ আৰু ওচৰৰ হোটেল এখনলৈ খোজ ললোঁ। কিবাকিবি অলপ খাদ্য আৰু চেম্পেইনৰ বটল এটা লৈ যেতিয়া আমি দুয়ো মুখামুখীকৈ বহিলোঁ, তেতিয়া বৃদ্ধ সৈনিকজনৰ স্মৃতিৰ সঁফুৰা খোল খালে। তেওঁ তেওঁৰ গোটেই কাহিনীটো মোক কলে আৰু তেতিয়াহে মই তেওঁৰ মন্তব্যৰ সত্যতা বুজিব পাৰিলোঁ।"

সৈনিকজনৰ কাহিনীটো শুনিবলৈ মোৰ পত্নী অস্থিৰ হৈ পৰিল। শেষত উপায় নাপাই মই তেওঁক গোটেই কাহিনীটো লিখি দিম বুলি প্ৰতিজ্ঞা কৰিহে ৰক্ষা পৰিলোঁ। সেইবাবেই পিছদিনা সৈনিকজনে কোৱা সেই মহাকাব্যখনৰ থুলমূল এই বৰ্ণনাটো মই তেওঁৰ হাতত দিলোঁ। এই কাহিনীটোক "মিচৰত ফৰাছীসকল" বুলিও নামাকৰণ কৰিব পাৰি।

জেনেৰেল দেশাইক্সৰ উজনি মিচৰ অভিযানৰ সময়ত দক্ষিণ ফ্ৰান্সৰ এজন সৈন্য এদল আৰবৰ হাতত বন্দী হয়। সিহঁতে এই বন্দীজনক নীল নদীৰ প্ৰপাত পাৰ হৈ মৰুভূমিলৈ লৈ যায়। ফৰাছী বাহিনী আৰু সিহঁতৰ মাজৰ দূৰত্বৰ ব্যৱধান অধিক কৰিবৰ বাবে সিহঁতে গোটেই দিনটো কতো নোৰোৱাকৈ গৈ গৈ ৰাতিহে এঠাইত জিৰণি লৈছিল। খাজুৰি গছেৰে আৱৰা এটা নিজৰাৰ পাৰত সিহঁতে ৰাতিৰ বাবে জিৰণিৰ ব্যৱস্থা কৰিলে। তাত অলপ খাদ্য আৰু অস্ত্ৰ-শস্ত্ৰ মজুত কৰি থোৱা আছিল। বন্দীজনে যে এনে এখন ঠাইৰ পৰা পলাবলৈ চেষ্টা কৰিব, সেইকথা আৰব কেইজনে কল্পনাও কৰা নাছিল। সেইবাবে সিহঁতে তাৰ হাত দুখনহে এখোন বান্ধি থৈছিল। সিহঁতে অলপ খাজুৰি খালে, ঘোঁৰাবোৰকো খাদ্য দিলে আৰু তাৰ পাছত শুই পৰিল। সৈনিকজনে যেতিয়া দেখিলে তাৰ শত্ৰুবোৰ তাৰ গতি-বিধি লক্ষ্য কৰিব পৰা অৱস্থাত আৰু নাই, তেতিয়া সি দাঁতেৰে কামুৰি এখন তৰোৱাল তুলি ললে, তাৰ নালটো আঠু দুটাৰ মাজত দি সেইখন পোনকৈ ধৰিলে, তাৰ পাছত তাত ঘঁহাই ঘঁহাই হাতৰ বান্ধটো কাটি পেলালে। এইবাৰ সি মুকলি হ'ল। লগে লগে সি এটা ৰাইফল, এখন তৰোৱাল, অলপ খাজুৰি আৰু বালি আৰু কিছু বুলেট আৰু বাৰুদ গোটাই ললে। তাৰ পাছত সি তৰোৱালখন কঁকালত ওলোমাই লৈ এটা ঘোঁৰাৰ পিঠিত জপিয়াই উঠিল আৰু যিপিনে ফৰাছী বাহিনী থকা যেন অনুমান হ'ল সেইপিনে পোনাই ঘোঁৰা চেকুৰাই দিলে। ফৰাছী সৈন্যৰ তম্বু দেখাৰ দুৰ্বাৰ আশা লৈ সি তীব্ৰ বেগত ঘোঁৰা চেকুৰাই দিলে কিন্তু গোটেই দিনটো মৰুভূমিৰ মাজেদি দৌৰি দৌৰি বেচেৰা ঘোঁৰাটো অতি ক্লান্ত হৈ পৰিছিল। পুনৰ পৰিশ্ৰম কৰা তাৰ বাবে অসহনীয় হৈ পৰিল, বেকাবৰ ঘঁহনি খাই তাৰ পাৰ দুয়ো কাষৰ

ছাল এবাই তেজ বৈ গৈছিল। সি লাহেকৈ বাগৰ দিলে আৰু লগে লগে মৰি থাকিল। এই মৰুভূমিৰ মাজত ফৰাছী মানুহজন তেনেই অকলশৰীয়া হৈ পৰিল।

পলৰীয়া অপৰাধী একজনৰ মনোবলেৰে সি সেই বালিৰ সীমাহীন সাগৰৰ মাজেদি কিছুপৰ আগবাঢ়িল যদিও শেষত বৈ যাব লগীয়া হ'ল। নিশাৰ এন্ধাৰ পুনৰ নামি আহিল। এয়া প্ৰাচ্য দেশীয় সৌন্দৰ্য্যময়ী নিশা কিন্তু আৰু আগুৱাবৰ বাবে তাৰ শক্তি নাই। ভাগ্য ক্ৰমে সি এটা টিলা দেখিলে আৰু ওপৰলৈ উঠি গ'ল। টিলাটোৰ মূৰত অ'ত ত'ত কেইজোপামান খাজুৰি গছ। এইবোৰে কিছুসময়ৰ বাবে হ'লেও তাৰ মনলৈ এটা আশাৰ বেঙণি আনিলে। তাৰ ভাগৰ লাগিছিল— সি এচটা ডাঙৰ শিলৰ ওপৰত বাগৰ দিলে। শিলচটাৰ আকৃতি আছিল আচৰিত ধৰণৰ—যেন এখন কেম্প খাটহে। নিজৰ নিৰাপত্তাৰ একো ব্যৱস্থা নকৰাকৈয়ে সি গভীৰ টোপনিত লাল-কাল দিলে।

সি চৰম ত্যাগ কৰিলে। ভাবি ভাবি শেষৰ পিনে তাৰ মনটো বিষাদেৰে ভৰি পৰিল। আৰববোৰৰ অঘৰী জীৱনযাত্ৰাৰ কথা ভাবি তাৰ ধাৰণা হ'ল সিহঁতৰ সেই জীৱনতো মাধুৰ্য্য আছে কিন্তু এতিয়া সি সিহঁতৰ পৰা বহুত দূৰত আৰু সম্পূৰ্ণ অকলশৰীয়া।

বেলিটোৱে তাক জগাই দিলেহি। বেলিৰ নিৰ্মম বেঙণিবোৰ শিলত পানপটীয়াকৈ পৰি এক অসহ্য উত্তাপ সৃষ্টি কৰিলে। সগৰ্বে মূৰ তুলি থকা খেজুৰিপাতৰ ছাঁ পাবৰ বাবে সি গছবোৰৰ বিপৰীত পিনে বাগৰ দিলে। সি গছবোৰলৈ চালে—নিজান পৰিবেশত সিহঁত থিয় হৈ আছে। গছবোৰে তাক আৰ্চ গীৰ্জাৰ ক্ষীণ, পাতেৰে ঢকা চাৰাচেন স্তম্ভবোৰৰ কথা সোঁৱৰাই দিলে।

সি গছবোৰ গণিবলৈ ধৰিলে আৰু চাৰিওপিনে চকু ফুৰালে—তাৰ মনটো হতাশৰ ক'লা ডাৱৰে আৱৰি ধৰিলে। সি যি পিনেই চকু দিয়ে, সেই পিনেই কেৱল শূণ্যতা আৰু শূণ্যতা আৰু দেখে দিগন্ত বিংপি থকা বালিৰ সমুদ্ৰ। মৰুভূমিৰ চোকা পোহৰত বালিবোৰ ইস্পাতৰ দৰে জিলিকিছিল। ইয়াক বৰফৰ সাগৰ নাইবা আয়নাৰ দৰে নিমজ এটা হ্ৰদ

বুলিও ক'ব পাৰি। সাগৰৰ ঢৌৰ দৰে বালিবোৰ অকাই-পকাই বাগৰি গৈছিল। প্ৰাচ্যৰ আকাশৰ সীমাহীন শূণ্যতাত কল্পনা কৰিবলগীয়া একো নাথাকে। আকাশ আৰু পৃথিৱীক অনন্ত অগ্নিপিণ্ড যেন লাগিছিল। এই বিশাল শূণ্যতাত বিৰাজ কৰিছিল এক ভয়াবহ নিৰ্জনতা—এই নিৰ্জনতাই তাৰ যেন সকলো অনুভূতি গ্ৰাস কৰি পেলাইছিল। কতো অকণো মেঘ নাই, বতাহ নিস্তৰঙ্গ স্থবিৰ, বালিৰ সমুদ্ৰও স্তব্ধ। মুকলি বতৰৰ সাগৰৰ দৰেই এই বালিৰ সমুদ্ৰৰ সুদূৰত তৰোৱালৰ চোকা ধাৰটোৰ দৰে দিগ্বলয়ৰ সূক্ষ্ম সীমা ৰেখা জিলিকি আছে।

ফৰাছী সৈনিকজনে বন্ধু এজনক সাৱটি ধৰাৰ দৰে খাজুৰি গছ এজোপাৰ গুৰিটো দুই হাতেৰে সাৱটি ধৰিলে। গছ জোপাৰ পাতল ছাঁত সি বহিল আৰু চাৰিওপিনে নিকৰুণ পৰিবেশৰ মাজত কান্দিবলৈ ধৰিলে। নিৰ্জনতাৰ গম্ভীৰতাক পৰীক্ষা কৰিবৰ বাবেই যেন সি খুব জোৰেৰে এবাৰ চিঞৰিলে— সীমাহীন বিস্তৃতিত তাৰ সেই চিঞৰ হেৰাই গ'ল, তাৰ নিজৰ বুকুখনৰ বাহিৰে আন কতো খুন্দা খাই কোনো প্ৰতিধ্বনি উভতি নাহিল। তাৰ বয়স বাইচ বছৰ। সি ৰাইফলটোত গুলী খাঁজিলে। সি বন্দুকটো নমাই থৈ নিজকে নিজে কলে—"ইমান ততাতৈয়া কৰাৰ প্ৰয়োজন নাই।"

এবাৰ নীলা আকাশ আৰু এবাৰ বিষণ্ণ বালিৰ সমুদ্ৰলৈ চাই সৈনিকজনে ফ্ৰান্সৰ সপোন দেখিবলৈ ধৰিলে। পেৰিচৰ বাট-পথ, সি জনা নানা নগৰ-চহৰ, বিভিন্ন বন্ধুৰ মুখবোৰ আৰু জীৱনৰ সকলোবোৰ ঘটনা—আনকি সেই সময়ত যিবোৰৰ কোনো মূল্যই নাছিল—সেই সকলোবোৰ সি অতি হেঁপাহেৰে সুঁৰিবলৈ ধৰিলে। তাৰ পাচত তাৰ কল্পনা পুনৰ উৰা মাৰিলে তাৰ মৰমৰ ফ্ৰান্সলৈ। কিন্তু এই দিবাস্বপ্ন অতি বিপদজনক। সি থিয় হ'ল আৰু এঢলীয়া টিলাটোৰ বিপৰীত পিনে লাহে লাহে নামি গ'ল। তাত প্ৰকাণ্ড শিলৰ মাজত থকা এটা গুহা দেখি তাৰ বৰ আনন্দ লাগিল। গুহাটো সি থকা টিলাটোৰ গাতে লগা। এটা ফটা কঠ পৰি থকা দেখি সি বুজিলে তাত কোনোবা আগতে থাকি গৈছে। ওচৰৰ খাজুৰি গছবোৰত প্ৰচুৰ খাজুৰি লাগি আছে। পুনৰ তাৰ মনত জীয়াই থকাৰ হেঁপাহ জাগি উঠিল। সেই পিনেদি কোনোবা আৰব যাত্ৰী পাৰ হৈ যোৱাৰ সময়লৈকে সি

নিজকে জীয়াই ৰাখিব। হয়তো সি অতি সোনকালেই জাহাজৰ আৱাজো শুনিব—কাৰণ নেপোলিয়ন বোনাপাৰ্ট মিছৰতে আছে। তাৰ মনলৈ পুনৰ উৎসাহ আহিল আৰু সি ওলমি থকা খাজুৰিৰ ঠোক কেইটামান পাৰি আনিলে। অতি সুস্বাদু আৰু ৰসাল খাজুৰি মুখত দি সি বুজিলে এই গুহাত আগতে থাকি যোৱা জনেই নিশ্চয় এই গছ কইছিল।

হতাশাৰ ভাৱৰ আঁতৰি তাৰ মন গভীৰ আনন্দৰে ভৰি পৰিল। সি আকৌ টিলাটোৰ ওপৰলৈ উঠি গ'ল আৰু দিনটোৰ বাকী সময় জোৱাৰ ভিতৰত আগদিনাৰ ৰাতি আশ্ৰয় লোৱা গছবোৰৰ মাজৰ পৰা ফল নধৰা গছ এজোপা কাটি বগৰাই পেলালে। অতীতত শুনা মৰুভূমিৰ জন্তুৰ কাহিনী দুই-এটা তাৰ মনত পৰিল। টিলাৰ নামনিৰ বালিৰপৰা ওলাই এটা নিজৰা জিৰ্ জিৰ কৈ বৈ গৈছিল। সি অনুমান কৰিলে জন্তুবোৰ সম্ভৱ এই অকমানি নিজৰাটোৰ পানী খাবলৈ আহে। সেইবাবে আত্মৰক্ষাৰ বাবে সি গুহাৰ মুখত এখন বেৰ দিবলৈ ঠিক কৰিলে। টোপনি গৈ থাকোঁতে বনৰীয়া জন্তুৱে খাই পেলোৱাৰ ভয়ে তাক কাম কৰিবলৈ অধিক শক্তি যোগালে। কিন্তু তথাপি সেই দিনাই দৰকাৰ মতে গছজোপা টুকুৰা-টুকুৰ কৰাটো সম্ভৱ নহ'ল। আবেলি পৰত সি গছজোপা বগৰালে—বিৰাট গছজোপা মাটিত পৰাৰ লগে লগে বহু দূৰলৈকে এটা কম্পন উঠিল। এয়া যেন নিৰ্জনতাৰ আৰ্তনাদহে। সৈনিকজনৰ বুকুখন কঁপি উঠিল—যেন কোনোবাই তাৰ দুৰ্ভাগ্যৰ ভৱিষ্যত বাণীহে কৰিলে। কোনোবা ধনী আত্মীয়ৰ মৃত্যুত সম্পত্তিৰ উত্তৰাধিকাৰী হোৱা জনে যিদৰে শোক কৰি বেছি সময় নষ্ট নকৰে, ঠিক সেইদৰে সৈনিকজনেও ডাঙৰ ডাঙৰ সেউজীয়া পাতবোৰ কাটি সি শুবলৈ ঠিক কৰা ফটা কঠটো মেৰামতি কৰাত লাগিল। দিনটোৰ পৰিশ্ৰম আৰু গৰমত ভাগৰি পৰি সি বতা চালৰ গুহাটোৰ ভিতৰত গভীৰ টোপনিত লালকাল দিলে।

প্ৰায় মাজ নিশা এটা অস্বাভাৱিক শব্দত সি সাৰ পাই গ'ল। সি উঠি বহিল। চাৰিওপিনৰ নিস্তব্ধতাৰ মাজত সি ঘনাই উশাহ-নিশাহ লোৱাৰ এটা শব্দ শুনিলে। কিন্তু সেই শব্দ আছিল ইমান ভয়ানক যে মানুহৰ হোৱাটো অসম্ভৱ যেন লাগিল। মাজৰাতি হঠাতে সাৰ পাই নিৰ্জনতাৰ

অন্ধকাৰৰ মাজত ভীষণ আতঙ্কত তাৰ বুকুখন গোট মাৰি যোৱা যেন লাগিল। সি ইমান আতঙ্কিত হৈ পৰিল যে উঠি বহোঁতে তাৰ মূৰটো গুহাৰ চালত খুন্দা মৰা সত্বেও তাৰ যন্ত্ৰণা ভালদৰে অনুভৱ কৰিব নোৱাৰিলে। জোৰকৈ চাবলৈ চেষ্টা কৰি সি আন্ধাৰতে দুটা অস্পষ্ট লাইট দেখা পালে। প্ৰথমতে সি ভাবিলে সেয়া সম্ভৱ তাৰ নিজৰ চকুৰেই প্ৰতিফলন। কিন্তু লাহে লাহে যেতিয়া আন্ধাৰখোৰ অলপ সহনীয় হৈ আহিল, তেতিয়া সি দেখা পালে তাৰ কেইফুটমান আগতে শুই থকা এটা বিশাল জন্তুৰ অবয়ব।

কি এইটো ? সিংহ নে বাঘ নে ষৰিয়াল ? সৈনিকজনে জন্তুটো কি, একো ধৰিব নোৱাৰিলে। তাৰ ভয় তীব্ৰতৰ হৈ উঠিল, কাৰণ অজানাতে ভয় লুকাই থাকে। আতঙ্কৰ তাৰণাত সি সেই উশাহ-নিশাহৰ শব্দটোলৈ আৰু তাৰ ছন্দৰ সামান্য তাৰতম্যৰ প্ৰতি কাণপাতি ৰ'ল। সি সামান্য লৰচৰ কৰিবলৈও সাহস কৰিব নোৱাৰিলে। শিয়ালৰ গোন্ধৰ দৰে এটা অকটা গোন্ধ গোটেই গুহাটোত বিয়পি পৰিছিল—সেই গোন্ধ আছিল অতি তীব্ৰ আৰু অন্তৰ্ভেদী। সি গভীৰকৈ উশাহ টানিলে, লগে লগে তাৰ আতঙ্ক চৰম বিন্দু পালেগৈ—কাৰণ এইবাৰ নিঃসন্দেহ ভাবে সি বুজিলে তাৰ ভয়ঙ্কৰ সঙ্গীটো কোন আৰু কাৰ ৰাজকীয় বাসস্থানত সি সোমাইছেহি।

জোনটো লাহে লাহে হেলনীয়া হৈ আহিল আৰু তাৰ পোহৰ খাহি গুহাৰ ভিতৰত পৰিল। সেই পোহৰত ফুটুকা-ফুটুকী ছালৰ এটা নাহৰ ফুটুকী বাঘ জিলিকি উঠিল। সেয়া যেন মিছৰৰ সম্ৰাট—কোনোবা ধনীৰ ঘৰৰ বাহিৰত শান্তভাৱে শুই থকা এটা প্ৰকাণ্ড কুকুৰৰ দৰে শুই আছে। বাঘটোৱে চকু দুটা মেলি এক মুহূৰ্ত্ত সৈনিকজনলৈ চালে, তাৰ পাছত আকৌ বন্ধ কৰি দিলে। বন্দীজনৰ মনলৈ হেজাৰটা চিন্তাই গতি কৰিলে। সি ৰাইফলটোৰে জন্তুটোলৈ গুলীয়াব নেকি ? কিন্তু বন্দুকৰ নলীটো টোৱাব পৰাকৈও দুয়োৰে মাজত যথেষ্ট ঠাই নাই আৰু যদি সাৰ পাই যায় বাঘটো! ভাবটোৱে তাক জঠৰ কৰি পেলালে। নিস্তব্ধতাৰ মাজত সি নিজৰ বুকুৰ ধপধপনি শুনিলে। সেই শব্দটোক সি ধিকাৰ দিলে। জানোচা সেই শব্দত সি ওলাই যাবলৈ বাট বিচাৰি পোৱাৰ আগতে জন্তুটো

সাৰ পাই উঠে। শত্ৰুক নিধন কৰাৰ মনেৰে সি তুবাৰো তৰোৱালখন দাঙি ললে কিন্তু ঘন ডাঠ নোম ভেদি কটাৰ অসুবিধাই তাক সেই কামৰ পৰা বিৰত কৰিলে।

"খকমককৈ কিবা কৰিবলৈ গলে মৃত্যু অনিবাৰ্য্য"—সি ভাবিলে। সি ভাবিলে পলাবলৈ চেষ্টা কৰাই ভাল হ'ব—তাৰ বাবে বাতিটো পুৱাবলৈ ৰ'ব লাগিব। ৰাতি পুৱাবলৈ বেছি সময় নাই। সি বাঘটো ভালদৰে নিৰীক্ষণ কৰিলে। তাৰ কোৱাৰি দুটাত তেজ লাগি আছে।

সৈনিকজনে ভাবিলে ই ভালকৈ এপেট খাই আহিছে। অৱশ্যে সেয়া মানুহৰ মাংসনে কি সেই কথা ভাবি নাচালে। "অৰ্থাৎ সাৰ পালেও ইয়াৰ ভোক নালাগিব", সি ভাবিলে।

বাঘটো মাইকী। তাইৰ তলপেট আৰু কৰঙনৰ নোমবোৰ শুধ বগা। হাতোৰা কেইটাৰ কাষবোৰত সৰু সৰু ক'লা কোমল ঘূৰণীয়া দাগবোৰে খাৰুৰ ৰূপ লৈছিল। তাইৰ বলীষ্ঠ নেজডালো আছিল বগা আৰু তাৰ মূৰত ক'লা গোল দাগ। পিঠিৰ ৰংটো পলিচ নোহোৱা সোণৰ দৰে হালধীয়া কিন্তু মিহি আৰু কোমল। তাত গোলাপ ফুলৰ আকৃতিৰ ফুটুকা ফুটুকী ডাগ। চোফাৰ কোমল গদীত ধুনীয়াকৈ শুই থকা এজনী মেকুৰীৰ দৰে এই শান্ত অথচ ভয়লগা গৃহিণীজনী নাক বজাই শুই আছিল। তাই তেজৰ দাগ লগা শক্তি-শালী আগ ঠেং দুটা সন্মুখলৈ মেলি দি তাৰ ওপৰতে তাইৰ মূৰটো থৈছিল। তাৰপৰা ওলাই অহা তুডালমান বগা দাড়ি ৰূপালী সূতাৰ দৰে জিলিকি ছিল। তাই এটা বন্ধ গড়ালত থকা হলে সৈনিকজনে নিশ্চয় তাইৰ মোহনীয় ভঙ্গী আৰু বিভিন্ন ৰঙৰ সমাবেশে দিয়া ৰাজকীয় সৌন্দৰ্য্যক হয়তো প্ৰশংসা কৰিলে-হেঁতেন কিন্তু সেই সময়ত তাই আছিল ভয়াবহ। সাপে তাৰ চুম্বকসনা চাৱনিৰে যি দৰে কুলি-কেতেকীৰ ওপৰত প্ৰভাৱ পেলায় বুলি শুনা যায়, টোপনি গৈ থাকিলেও তাইৰ উপস্থিতিয়ে ঠিক সেই একে ধৰণৰ প্ৰভাৱ তাৰ ওপৰত বিস্তাৰ কৰিলে। এই বিপদৰ সন্মুখত সৈনিক জনৰ সাহস ক্ৰমে টুটি আহিছিল। অথচ জুই বৰষি থকা এটা কামানৰ সন্মুখত তাৰ মন উলাহেৰে ভৰি পৰিলেহেঁতেন।

হঠাতে তাৰ মনত এটা সাহসী ভাব জাগি উঠিল—ভাবটোৱে তাৰ

কপালৰ ঘাম শুকুৱাই পেলালে। সি ভাবিলে অসহ্য দুখৰ যন্ত্ৰণা পোৱা মানুহ কঠিন হৃদয়েৰে মৃত্যুৰ মুখামুখী হোৱাৰ দৰে সিও এই শোকাবহ নাটকত যবনিকা পতন নোহোৱালৈকে সন্মানেৰে নিজৰ ভূমিকা পালন কৰিব। সি নিজকে নিজে ক'লে— "আৰবৰোৰে মোক পৰিহিয়েইতো মাৰি পেলালেহেঁতেন।"

সি নিজকে মৃত বুলি ধাৰ লৈ অলপ কৌতূহল আৰু ভয় মিহলি ভাবেৰে শত্ৰুটো সাৰ পাই উঠালৈকে নিৰ্ভীক ভাবে অপেক্ষা কৰি থাকিল। তাৰ পাচত সূৰ্য্য উদয় হোৱাৰ লগে লগে নাহৰ ফুটুকী জনীয়ে হঠাতে তাইৰ চকু দুটা মেলি দিলে, আগ ঠেং দুটা জোৰেৰে সন্মুখলৈ আগবঢ়াই দিলে যেন জঠৰতা ভাঙিবলৈ আৰু তেজৰ চলাচল স্বাভাৱিক কৰিবলৈহে। তাৰ পাছত তাই হামিয়ালে—তেনে কৰোঁতে তাইৰ ভয় লগা দাঁত দুপাৰি আৰু খহতা আৰু দা এখনৰ দৰে ভাঁজ থকা জিভাখন দেখা গ'ল। হঠাৎ তাই গাটোৰ মোহনীয় ভঙ্গী এটা কৰি বাগৰ মাৰিলে— তাইৰ ভঙ্গী দেখি তাইক বিচনাত বাগৰি থকা তিৰোতা এজনী যেন লাগিল। তাই হাতোৰা আৰু কোৱাৰিত লাগি থকা তেজবোৰ চেলেকিলে আৰু লাহে লাহে মৃদুভাবে মূৰটো খজুৱালে।

"ঠিক আছে, এতিয়া তুমি চিকোণ হৈ লোৱা—পিছত আমি দুয়ো দুয়োকে সুপ্ৰভাত জনাম"—সি ভাবিলে। সাহস আৰু উৎসাহ পুনৰ ঘূৰি আহিবলৈ ধৰিলে। সি আৰবৰোৰৰ পৰা অনা তৰোৱালখন জোৰেৰে মুঠি মাৰি ধৰিলে।

বাঘজনীয়ে সৈনিকজনলৈ মূৰ ঘূৰালে আৰু কঠোৰ দৃষ্টিৰে তালৈ চাই ৰ'ল। তাইৰ স্থিৰ চাৱনি আৰু চকুৰ স্বচ্ছতা—বিশেষকৈ তাই তাৰ পিনে আগবাঢ়ি আহোঁতে—তাৰ কঁপনি উঠিল। সি তাইক আগবাঢ়িবলৈ দিলে আৰু যেন সম্মোহিত কৰিব খুজিছে তেনে ভাবত কোমল চাৱনিৰে তাইলৈ স্থিৰভাবে চাই ৰ'ল। তাৰ পাছত সৌন্দৰ্য্যময়ী তিৰোতা এজনীক মৰম কৰাৰ দৰে কোমলকৈ আৰু অতি মৰমেৰে সি তাইৰ গাত মূৰৰ পৰা নেজলৈকে হাত বুলাবলৈ ধৰিলে, মাজে মাজে হালধীয়া নোমৰ তলৰ বাজহাড়ডালত লাহে লাহে খজুৱাই দিলে। তাই সন্তুষ্টিৰ ভাবত নেজডাল ওপৰলৈ দাঙিলে, চকু দুটাও কোমল হৈ পৰিল। সৈনিকজনে যেতিয়া তৃতীয় বাৰৰ বাবে তাইক

এইদৰে তোষামোদ কৰিবলৈ ধৰিলে তেতিয়া তাই আৰাম পোৱা মেকুৰী এজনীৰ দৰে লাহে লাহে শব্দ কৰিবলৈ ধৰিলে কিন্তু শব্দটো গভীৰ আৰু শক্তিশালী ডিঙিৰ পৰা ওলাইছিল বাবে গীৰ্জাত অৰ্গেনৰ শব্দই প্ৰতিধ্বনি তোলাৰ দৰে ই গুহাটোৰ ভিতৰত গুমগুমাই উঠিল। এতিয়া সৈনিকজনে বাঘজনীক সেইদৰে মৰম কৰাটো যে অতি প্ৰয়োজনীয় সেই কথা ভালদৰে বুজিলে আৰু ৰাজকীয় ৰূপহীক সম্মোহিত কৰিবৰ বাবে দুগুণ জোৰত মৰম কৰিবলৈ ধৰিলে। যেতিয়া সি বুজিলে যে সি তাৰ চঞ্চলমনা সঙ্গিনীৰ ক্ৰোধ ভালেখিনি শান্ত কৰিব পাৰিছে আৰু সৌভাগ্যবশতঃ আগ দিনা পেট ভৰাই খোৱা বাবে তাইৰ ভোক প্ৰশমিত হৈ আছিল —সি লাহেকৈ থিয় হ'ল আৰু গুহাৰপঁৰা ওলাই আহিল। বাঘিনীয়ে তাক ওলাবলৈ দিলে কিন্তু যেতিয়া সি টিলাৰ ওপৰ পালেগৈ, তেতিয়া তায়ো গছৰ ডালে ডালে ফুৰা ঘৰ-চিৰিকা এজনীৰ দৰে অৱলীলাক্ৰমে জাঁপিয়াই জপিয়াই তাৰ পিচে পিচে আহিবলৈ ধৰিলে, তাৰ পাছত মেকুৰীৰ দৰে পিঠিখন ভাঁজ লগাই ত'ৰ ভৰি দুখনত গাটো ঘঁহাবলৈ ধৰিলে। তাই আলহীজনৰ পিনে আগতকৈ অলপ কম কঠিন দৃষ্টিৰে চালে, তাৰ পাছত বন্য স্বৰ এটা উলিয়ালে। প্ৰকৃতিবিদসকলে এই স্বৰক কৰতেৰে কাঠ কটাৰ দৰে হোৱা শব্দৰ লগত তুলনা কৰে।

"অ, তাইক আৰু আদৰ লাগে!" সৈনিকজনে হাঁহি চিয়ঁৰি কলে। সি তাইৰ কাণ দুখন পিটিকি, পেটটোত থপৰিয়াই আৰু মূৰটো নখেৰে খজুৱাই দি খেলিবলৈ চেষ্টা কৰিলে। এই কাৰ্য্যত যথেষ্ট সফলতা লাভ কৰি তাৰ সাহস বাঢ়িল। তাৰ তৰোৱালৰ আগটোৰে সি লাহে লাহে তাইৰ মূৰটোত টুকটুকাই দিবলৈ ধৰিলে আৰু তাইক হত্যা কৰাৰ সুযোগ বিচাৰিলে। কিন্তু তাইৰ হাড়বোৰ ইমান টান! আৰু যদি সি নিষ্ফল হয়!

মৰুভূমিৰ সম্ৰাজ্ঞীগৰাকীয়ে এই পৰিচৰ্য্যাত অতি সন্তোষ পাই মূৰটো দাঙি ডিঙিটো দীঘলকৈ মেলি দিলে। শান্ত হৈ থাকি তাই তাইৰ আনন্দ লগাটো বুজালে। হঠাতে তাৰ মনত খেলালে যদি সি একেখাপে তাইক মাৰিব খোজে, তেতিয়া হলে তৰোৱালখন তাইৰ ডিঙিটোত সুমুৱাই দিব লাগিব। সি ঠিক সেইখন ওপৰলৈ দাঙিলে, তেনেতে বাঘিনীজনীয়ে তাৰ মৰমৰ হাত বুলনিত সন্তুষ্ট হৈয়ে তাৰ ভৰিৰ ওচৰত ধুনীয়াকৈ শুই পৰি

শান্ত কিন্তু ভয়াবহ চাৱনিৰে তাইলৈ থনাই চাবলৈ ধৰিলে। বেচেৰা সৈনিক-জনে এজোপা গছত আঁউজি কেইটামান খাজুৰি মুখত ভৰালে আৰু এই অসহনীয় পৰিবেশৰপৰা উদ্ধাৰ পোৱাৰ কিবা চিন দেখেনেকি বুলি মৰুভূমিলৈ চাই পঠালে। অৱশ্যে একে সময়তে ওচৰত থকা সাঙ্গনীৰ সন্দেহজনক শান্ত অৱস্থাৰ প্ৰতিও সি চকু ৰাখিলে। সৈনিকজনে খাজুৰিৰ গুটিবোৰ য'ত পেলাইছিল, তালৈ বাঘিনীজনীয়ে চাই আছিল। লাহে লাহে তাইৰ চকুত গভীৰ সন্দেহৰ চাৱনি ফুটি উঠিল। তাই অতি সাৱধানী দৃষ্টিৰে সৈনিকজনক লক্ষ্য কৰি থাকিল। অৱশেষত তাইৰ শেষ সিদ্ধান্ত সম্ভৱ তাৰ অনুকূলেই গ'ল। কাৰণ সি যেতিয়া তাৰ লঘু আহাৰটো খাই শেষ কৰিলে তেতিয়া তাই তাৰ জোতাযোৰ তাইৰ প্ৰকাণ্ড খহটা জিভাখনেৰে চেলেকি চেলেকি ইমান পৰিস্কাৰ কৰি পেলালে যেন যাদুৰ বলতহে ফাববোৰত সোমাই থকা ধুলিবোৰ অদৃশ্য হৈ গ'ল।

"কিন্তু তাইৰ যেতিয়া ভোক লাগিব, তেতিয়া কি হব?" সৈনিকজনে মনে মনে ভাবিলে।

চিন্তাটো অহাৰ লগে লগে তাৰ গাটো কঁপি উঠিল যদিও সি কৌতুহলেৰে বাঘিনীজনীৰ গাটোৰ জোখ হিচাপ কৰিলে। এই জাতৰ বাঘবোৰৰ ভিতৰত তাই সম্ভৱ অতিকৈ ধুনীয়া। তাই তিনিফুট ওখ আৰু নেজডাল বাদ দি দীঘে চাৰিফুট। কাচিখনৰ দৰে ঘোৰ খোৱা তাৰ হাতৰ মাৰাত্মক দাখন প্ৰায় তিনি ফুট দীঘল। তাইৰ মূৰটো সিংহৰ মূৰৰ সমানেই ডাঙৰ আৰু অনন্য ভাবেই ধুনীয়া। শীতল নিষ্ঠুৰতাই হৈছে বাঘৰ প্ৰধান বৈশিষ্ট্য কিন্তু তাৰ লগতে তাইৰ দৃষ্টিত আছিল এটা নাৰী সুলভ কমনীয়তা। সেই মুহূৰ্ত্তত এই অকলশৰীয়া বাঘিনীজনীৰ মুখত মদমত্ত নিৰোৰ দৰে এক বেপৰোৱা আনন্দৰ ভাব। তেজ পি তাইৰ পেট ভৰি আছে—তাই এতিয়া খেলিবলৈ সাজু।

সৈনিক জনে ইফালে সিফালে পদচালনা কৰিবলৈ ধৰিলে। বাঘিনী-জনীয়ে তাৰ কামত একো বাধা নিদি মাত্ৰ চকুৰে তাৰ গতি-বিধি অনুসৰণ কৰিলে।

মূৰটো ঘূৰাই চাই সি নিজৰাৰ পাৰত পৰি থকা তাৰ ঘোঁৰাটোক

অৱশিষ্টখিনি দেখা পালে। তাই নিশ্চয় মৰা ঘোঁৰাটো তালৈ টানি লৈ গৈছিল। তাৰ তিনিভাগৰ দুভাগ খোৱা হৈ গ'ল। সৈনিকজন নিশ্চিত হ'ল। বাঘিনীজনীৰ অনুপস্থিতি আৰু সি টোপনি গৈ থকা সময়ত তাই একো আমনি নিদিয়াৰ কাৰণ এতিয়া সুস্পষ্ট হৈ পৰিল। সৌভাগ্যৰ এই প্ৰথম নিদৰ্শন দেখি সি ভৱিষ্যতৰ বাবেও মনত আশা বান্ধিলে আৰু তোষামোদ আৰু মৰমেৰে বশ কৰিবলৈ চেষ্টা কৰি বাঘিনীজনীৰ লগতে গোটেই দিনটো অতিবাহিত কৰাৰ এক বন্য আশা মনতে পোষণ কৰিলে।

যেতিয়া সি উভতি আহি আকৌ তাইৰ ওচৰত থিয় হ'ল তেতিয়া সি আনন্দেৰে লক্ষ্য কৰিলে—তাই নেজডাল মৃদু ভাৱে লৰাই আছে। সি তাইৰ ওচৰতে বহিল আৰু খেলিবলৈ আৰম্ভ কৰিলে। সি তাইৰ মুখ আৰু আগ ঠেং দুখনত ধৰিলে, কাণ দুখন পকাই দিলে, তাইক ওপৰ মূৱাকৈ বগৰাই দিলে আৰু কোমল উত্তপ্ত বুকুখনৰ নোমবোৰত খজুৱাই দিবলৈ ধৰিলে। তাই অকণো আপত্তি নকৰিলে আৰু যেতিয়া সি তাইৰ ঠেঙৰ আগৰ নোমবোৰ লাহে লাহে মোহাৰি দিবলৈ ধৰিলে, তেতিয়া তাই সাৱধানে কাচিৰ দৰে ধাৰ থকা হাতোৰাৰ বেকা নখবোৰ ভিতৰলৈ সুমুৱাই দিলে। সি তেতিয়াও তৰোৱালখন হাতৰ মুঠিত লৈ আছিল। বিশ্বস্তা বাঘিনীজনীৰ পেটত তৰোৱালখন বহুৱাই দিয়া ভাবটো তেতিয়াও সি বাদ দিয়া নাছিল কিন্তু ভয় কৰিছিল জানোচা তাই মৃত্যু যন্ত্ৰনাত তাক হেঁচা মাৰি ধৰি মাৰি পেলায়! তাৰোপৰি তাৰ আক্ৰমণ নকৰা এটা জীৱক হত্যা কৰাৰ ইচ্ছা-টোও ক্ৰমে টুটি আহিছিল। নহয়, এই বিশাল মৰুভূমিত সি এক বন্ধুহে লাভ কৰিছে। লগে লগে তাৰ স্মৃতি পটত ভাঁহি উঠিল তাৰ প্ৰথম প্ৰণয়িনীৰ কথা। তাইক সি বিদ্ৰূপ কৰিয়েই মিগন'নে বুলি মাতিছিল, কাৰণ তাই আছিল অতি সাংঘাটিক ধৰণে ঈৰ্ষাপৰায়না। তাইৰ হাতত সদায়ে থাকিল এখন ছুৰী। তাইৰ লগত থকা সময়ছোৱাত তাই সেইখনেৰে সদায়ে তাক ভাবুকি দেখুৱাইছিল। যৌৱনৰ সেই কথা মনত পৰিলত সি বাঘিনীজনীক মিগন'নে বুলি মাতিলে কি মহাৰি দিয়ে, চাব খুজিলে। তাৰ ভয় কমি আহিছিল, সি বাঘিনীজনীৰ দেহৰ সাবলীলতা আৰু কমনীয় লাস্য প্ৰশংসা কৰিব পৰা পৰ্য্যায়লৈ আহিছিল।

দিনটো শেষ হোৱাৰ সময়লৈ তাৰ বাবে এই ভয়াবহ পৰিস্থিতি কিছু-পৰিমাণে সহনীয় হৈ আহিছিল আৰু সি ইয়াৰ বাবে আমোদো লাভ কৰিছিল। যেতিয়াই সি চেপা মাতেৰে মিগননে বুলি মাতে, তেতিয়াই তাই মূৰ তুলি চায়। সূৰ্য্যাস্তৰ সময়ত তাই কেবাবাৰো গম্ভীৰ আৰু বিষণ্ণ স্বৰেৰে গোজৰণি মাৰিলে। সি নিজৰ মনতে ভাবিলে—তাই ভাল শিক্ষাই লৈছে, তাই ভগৱানক প্ৰাৰ্থনা কৰিছে। সি ধেমালিকৈ সেই কথা ভাবিছিল, কাৰণ সেই সময়লৈকে তাক শান্ত হৈ আছিল।

"ৰূপহী, আহা—তুমি প্ৰথমে শোৱাহি"—সি মাতিলে। সি ভাবিছিল তাই টোপনি যোৱাৰ লগে লগে সি তীব্ৰ বেগে সেই ঠাইৰপৰা আঁতৰি আন এঠাইত আশ্ৰয় ল'বগৈ।

অধীৰ ভাবে সি তাইৰ টোপনি অহালৈ অপেক্ষা কৰিলে আৰু সেই মুহূৰ্ত্তটো অহাৰ লগে লগে সি নীল নদী অভিমুখে বেগাই কোব ললে। সি বালিৰ মাজে মাজে এমাইল মান মাত্ৰ খোজ কাঢ়িছে, তেনেতে শুনিলে অলপ সময়ৰ মূৰে মূৰে কাঠ ফলাৰ দৰে শব্দ কৰি হুৰুকি বাঘজনী তাৰ পিচে পিচে আহিব লাগিছে হাতোৰাৰ ঠাপৰতকৈও সেই হুৰুকাৰতহে তাৰ বেছি ভয় লাগিছিল।

সৈনিকজনে নিজৰ মনতে ভাবিলে—তাইৰ সম্ভৱ মোক ভাল লাগিছে। হয়তো আগতে তাই কাকো লগ পোৱা নাছিল—এয়া তাইৰ প্ৰথম প্ৰেম।

তেনেতে হঠাৎ সৈনিকজন বালিৰ পকনিত সোমাই পৰিল। মৰুভূমিৰ যাত্ৰীৰবাবে ই এটা ভয়াবহ কথা, এবাৰ হয়াত সোমাব লাগিলে নিজে ওলাই অহাটো অসম্ভৱ। বালিৰ পকনিত সোমাই আতঙ্কত সি চিয়ঁৰিবলৈ ধৰিলে। তৎক্ষণাত বাঘিনীজনীয়ে তাৰ চোলাৰ কলাৰত দাঁতেৰে কামুৰি ধৰিলে আৰু ভয়ঙ্কৰ জোৰেৰে পিচলৈ জাপ দিলে। সেই টানতে সৈনিকজন যাদুৰ মন্ত্ৰৰ দৰে বালিৰ চাকনৈয়াৰ পৰা ওলাই আহিল।

"মিগননে!" সি চিয়ঁৰ উঠিল আৰু গভীৰভাবে তাইক মৰম কৰিবলৈ ধৰিলে। সি কলে, "ভালৰ বাবেই হওক বা বেয়াৰ বাবেই হওক, আমি দুয়ো একেলগে থাকিম কিন্তু চাবা বেয়া কাম নকৰিবা।"

সি গুহাটোলৈ ঘূৰি গ'ল।

তেতিয়াৰ পৰা মৰুভূমিত বসতি আৰম্ভ হ'ল। ইয়াত থাকিল এটা জীৱন্ত প্ৰাণী যাৰ লগত সৈনিকজনে কথা ক'ব পাৰিলে, যাৰ হিংস্ৰতা আচৰিত ভাবে সংযত হৈ গ'ল। কিন্তু কেনেকৈ অসাধাৰণ বন্ধুত্ব গঢ়ি উঠিল সৈনিকজনে তাক বুজাব নোৱাৰে।

গোটেই নিশাটো থিয়ৈ থিয়ৈ অতিবাহিত কৰাৰ প্ৰবল ইচ্ছা থাকিলেও অৱশেষত সি ঢলি পৰিল। সাৰ পাই দেখে নিগন'নে কতো নাই। সি টিলাটোৰ ওপৰলৈ উঠি গ'ল। দূৰত দেখিলে—তাই তাৰ পিনে জপিয়াই জপিয়াই আহিব লাগিছে। বাঘগাড়ভাল অত্যন্ত নমনীয় হোৱাৰ বাবে গান জন্তুৰ দৰে বাঘে দৌৰিব নোৱাৰে। ওচৰ পালত সি দেখিলে তাইৰ মুখত আকৌ তেজ। তাই মেও মেওকৈ ডাঙৰকৈ শব্দ কৰি বন্ধুৰ উদ্দেশ্য প্ৰণোদিত মৰম গ্ৰহণ কৰিলে। তালৈ ৰ লাগি চাই থাকোঁতে সি লক্ষ্য কৰিলে—তাইৰ চকুদুটা আগদিনাতকৈ বেছি নম্ৰ। পোহনীয়া জন্তুৰ দৰে সি মৰম সানি কৈ গ'ল— "সোণপাহী, তুমি এজনী ভাল ছোৱালী, নহয়নে? আলিঙ্গন কৰি আমি ভাল পাওঁ, নহয়নে? তুমি যাৰবোৰক খাইছ', নহয়? কিয়নো নাখাবা? কিন্তু তুমি হলে ফৰাচী মানুহক নেখাবা দেই। . তেতিয়া আৰু মই তোমাক মৰম নকৰিম।"

তাই যেন গৰাকীৰ লগত খেলি থকা এটা কুকুৰ পোৱালীহে। সি তাইৰ গাৰ ওপৰত বাগৰে, থপৰিয়ায়, কেতিয়াবা মাৰেও। মাজে মাজে তাই প্ৰকাণ্ড হাতোৰাখনেৰে চাপৰ একোটা মাৰি সৈনিকজনক যেন তাইৰ লগত থপিয়াথপি কৰিবলৈ উদগনিহে দিয়ে।

এইদৰে কেবাদিনো পাৰ হৈ গ'ল। এতিয়া সি আৰু অকলশৰীয়া নহয়— সি মৰুভূমিৰ বিৰাট সৌন্দৰ্য্যৰ ৰূপ প্ৰশংসা কৰিবলৈ আৰম্ভ কৰিলে। কেতিয়াবা তাৰ ভয় লাগে, কেতিয়াবা সি শান্ত। এতিয়া তাৰ খোৱাৰ আহাৰ আছে আৰু চিন্তা কৰিবলৈ এটি লগৰী আছে। বৈপৰীত্যই তাৰ মন চেদেলি-ভেদেলি কৰি দিয়েছি। কিন্তু জীৱনত এইবোৰ আছেই। নিঃসঙ্গতাই তাক প্ৰকৃতিৰ গোপন সৌন্দৰ্য্য উদঙাই দেখুৱালে। সূৰ্য্যোদয় আৰু সূৰ্য্যাস্তত সি অতুলনীয় সৌন্দৰ্য্য দেখা পালে। ক'ৰবাত কেতিয়াবা উৰি যোৱা চৰাইৰ ডেউকাৰ শব্দত আৰু ডাৱৰৰ লুকাভাকুত সি পুলকিত হৈ পৰে। ৰাতি সি

মৰুভূমিৰ বতাহে কোবাই যোৱা বালিৰ সমুদ্ৰত জোনাকৰ ধেমালি চায়। প্ৰাচ্যৰ উত্তপ্ত সৌন্দৰ্য্যই তাক সম্মোহিত কৰে। ধুমুহাৰ ভয়ানক ৰূপ আৰু যেতিয়া সেই ধুমুহাৰ প্ৰচণ্ড কোবত উৰি ফুৰা শুকান বালিয়ে ৰঙচুৱা শুকান ধূলিৰ মেঘ সৃষ্টি কৰে, তেতিয়া সি অবাক নয়নে চাই থাকে। ৰাতিবোৰ তাৰ এতিয়া ধুনীয়া, তৰাঙ্গী আৰু শীতল লগা হ'ল। কেতিয়াবা সি কল্পনা কৰে সি যেন আকাশত সঙ্গীত শুনিবলৈ পাইছে। নিঃসঙ্গতাই তাৰ মনলৈ আনিলে আগতে নজনা দিবাস্বপ্নৰ আনন্দ। সি অতীতৰ সৰু-সুৰা নানা কথা ৰোমন্থন কৰি আৰু তাৰ অতীতৰ লগত বৰ্ত্তমানৰ জীৱন বিজাই চাই ঘণ্টাৰ পাচত ঘণ্টা অতিবাহিত কৰে। যিহেতু মানুহৰ জীৱনত ভাল লগা কিবা এটা বস্তু থাকিব লাগে সেইবাবে সি বাঘিনীজনীক ভাল পাবলৈ ধৰিলে। ভাগ্যে তাক খাই নেপেলালে, ইয়াৰ কাৰণ সৈনিকজনে হয় দৃঢ়ভাবে তাইক বশ কৰিছিল, নহয় মৰুভূমিত সঘনাই লাগি থকা যুদ্ধবোৰৰ বাবে তাই আন ঠাইত প্ৰয়োজনীয় খাদ্য খাবলৈ পাইছিল। তাইক ইমান শান্ত হৈ থকা দেখি তাৰ মনৰ পৰা ভয়ৰ চিন একেবাৰে নাইকিয়া হৈ গ'ল। বেছি ভাগ সময় শুই অতিবাহিত কৰিলেও চিকাৰ ধৰিবৰ বাবে জালত বৈ থকা মকৰাৰ দৰে সি নিজৰ মুক্তিৰ সুযোগ বিচাৰি সেই পিনে কোনোবা মানুহ যায়নেকি তাৰ প্ৰতি সদা সতৰ্ক দৃষ্টি ৰাখিলে। সি নিজৰ চোলাটোৰে এখন নিচান তৈয়াৰ কৰিলে আৰু তাক ডাল পাত নোহোৱা গছ এজোপাত আঁৰি থলে। অতি আকাংক্ষিত ভ্ৰমণকাৰীজন অহাৰ সময়ত বতাহে জাপোচা নিচানখন উৰুৱাই দিবয়ে তাকে ভাবি সি নিজে এডাল লাঠীৰে তাক মুকলি কৰি থলে।

কেতিয়াবা তাৰ মনৰ সকলো আশা হেৰাই যায়, তেতিয়া সি বাঘিনী-জনীৰ লগত খেলে। লাহে লাহে সি তাইৰ বিভিন্ন প্ৰকাশ-ভঙ্গী বুজি পোৱা হ'ল, তাইৰ ডিঙিৰ পৰা ওলোৱা বেলেগ বেলেগ ধৰণৰ শব্দৰ পৰা সি তাইৰ মনোভাব বুজি পাবলৈ ধৰিলে। তাইৰ সোণালী নোমবোৰৰ মাজত থকা সৰু সৰু ক'লা বুটাবোৰৰ প্ৰত্যেকটোকে সি ভালদৰে চিনি পোৱা হ'ল। আনকি যেতিয়া সি তাইৰ সৰল নেজডালৰ মূৰটোত ধৰি

তাত থকা সূৰ্য্যৰ পোহৰত বাঘৰৰ দৰে জিলিকি থকা ক'লা-বগা দাগবোৰ গণিবলৈ আৰম্ভ কৰে, তেতিয়াও মিগন'নেই কোনো ধৰণৰ আপত্তি নকৰে। সি তাইৰ দেহৰ শক্তিশালী কিন্তু কমনীয় গঠন, তলপেটৰ বৰফ বগা নোমবোৰ আৰু সুগঠিত মূৰটো চাই মুগ্ধ হয়। কিন্তু সি আটাইতকৈ ভাল পায় তাইক খেলি থকা মুহূৰ্ত্তত চাবলৈ। তাইৰ যৌৱন ভৰা দেহটোৰ কমনীয় ভঙ্গীয়ে তাক সকলো সময়তে সম্মোহিত কৰে। তাই যেতিয়া লুটি-বাগৰ খায়, নাইবা চুচৰি, এডামূৰি দি, গা খজুৱাই বা আন ধৰণে বিবিধ ভঙ্গী দি খেলি থাকে, তেতিয়া সি তাইৰ আলসুৱা ভঙ্গীবোৰ দেখি প্ৰশংসাত মুখৰ হৈ পৰে। তাই যিমানেই বেগাই গৈ নেথাকক, তাইৰ ভৰিৰ তলৰ শিল যিমানেই পিচল নহওক, সি মিগন'নে বুলি মাত দিলে তাই তৎক্ষণাত চিয়ঁৰ মাৰি সঁহাৰি দিয়ে।

এদিন ভৰ দুপৰীয়া এটা প্ৰকাণ্ড চৰাই আহি সিহঁতৰ মূৰৰ ওপৰত ঘূৰি ঘূৰি উৰিবলৈ ধৰিলে। সৈনিকজনে তাইৰপৰা চকু একৰাই একান্তমনে চৰাইটোলৈ চাই পঠালে। অলপ সময়ৰ পাচত অৱহেলিতা ৰাজকুমাৰী গৰাকীয়ে গম্ভীৰ কণ্ঠেৰে গোজৰণি মাৰি আপত্তি জনালে। সৈনিক জনে লক্ষ্য কৰিলে—বাঘিনীজনীৰ চকুলৈ অতীতৰ কঠোৰ দৃষ্টি ঘূৰি আহিছে। সি চিয়ঁৰি উঠিল—"তাইৰ ঈৰ্ষা লাগিছে। ঈৰ্ষা—তাইৰো যেন তিৰোতা-মানুহৰ দৰে মনটো!"

চৰাইটো বহুত দূৰলৈ উৰি গুচি গলগৈ আৰু সৈনিকজনে বাঘিনীজনীৰ পিঠিৰ ধুনীয়া ভাজটোত হাত বুলাবলৈ ধৰিলে। তাইৰ গাভৰু দেহটো কিমান ধুনীয়া! তাই এজনী তিৰোতা মানুহৰ দৰেই ধুনীয়া। তাইৰ গাৰ সোণালী বং ক্ৰমে এটনীয়া ভাবে কৰঙনৰ বগা ৰঙৰ লগত মিলি গৈছে। সূৰ্য্যৰ উজ্জল পোহৰত তাইৰ দেহৰ সোণালী বং আৰু তাৰ মাজত থকা মুগা বৰণীয়া দাগবোৰ জিলমিলাই উঠি অতি সুন্দৰ দেখা গৈছে। সৈনিক-আৰু বাঘিনী দুয়ো দুয়োলৈ পাৰম্পৰিক উপলব্ধিৰ ভাবত চকুৰে চকুৰে চাই ৰ'ল। সি নথেৰে তাইৰ মূৰৰ খোলাত লাহে লাহে খজুৱাই দিওঁতে তাই

ভিকাৰ খাই উঠিল। তাইৰ চকু দুটা হঠাতে উজ্জ্বল হৈ উঠিল আৰু তাৰ পাছত লাহে লাহে চকু দুটা মুদি দিলে।

* * * * *

পত্নীয়ে ক'লে—"বাৰু, তুমি জন্তুৰ বিষয়ে লিখা প্ৰশস্তি মই পঢ়িলোঁ। এই প্ৰাণী দুটাই দুয়ো দুয়োকে যে ইমান ভালকৈ বুজিছিল সিহঁতৰ শেষটো পিছে কি হ'ল?"

"সেইটোৱেইতো ঘাই কথা। ভুল বুজা-বুজিৰ বাবে সকলো প্ৰেম-কাহিনীৰ দৰে ইয়াৰো পৰিসমাপ্তি ঘটিল। ই কেনেকৈ হয় সেইটো তুমি জানাই—পৰস্পৰে পৰস্পৰক অবিশ্বাসী বুলি দোষাৰোপ কৰে, গৰ্ব আৰু জেদে তেওঁলোকক প্ৰকৃত সত্য প্ৰকাশ কৰাত বাধা দিয়ে আৰু শেষত দুয়ো ঘোৰ বিবাদত লিপ্ত হয়।"

পত্নীয়ে ক'লে—"কিন্তু কেতিয়াবা একোটা ধুনীয়া মুহূৰ্ত্তত এটা চাৱনি নাইবা এটা শব্দই যথেষ্ট...বাৰু, এতিয়া তোমাৰ কাহিনীটো শেষ কৰা।"

শেষটোৱেই আহুকলীয়া। কিন্তু সেই বুঢ়াজনে চেম্পেইনৰ বটলটো শেষ কৰাৰ লগে লগে চিয়ঁৰি কি বুজাব খুজিলে তাক তুমি বুজিব পাৰিবা—

'মই তাইৰ কি কৰিলোঁ নাজানো। তাই হঠাতে মোৰ পিনে ঘূৰি তাইৰ জোঙা দাঁতেৰে মোৰ ভৰিত কামুৰি দিলে। এইটোক ঠিক কামোৰা বুলিও নোৱাৰি কিন্তু মই ভাবিলোঁ তাই মোক খাই পেলাব খুজিছে আৰু মই তৰোৱালখন তাইৰ ডিঙিত সুমুৱাই দিলোঁ। তাই এটা চিয়ঁৰ মাৰি বাগৰি পৰিল—সেই চিয়ঁৰত মোৰ বুকুখন যেন গোট মাৰি গ'ল। মৃত্যু যন্ত্ৰণাত চটফটাই থাকোঁতে মই লক্ষ্য কৰিছিলোঁ—তাইৰ চকুত ঘৃণা নাছিল। সেই মুহূৰ্ত্তটোত তাইৰ জীৱন ঘূৰাই পাবলৈ মই পৃথিৱীৰ যি কোনো বস্তু—আনকি থকা হলে মোৰ ক্ৰচডালো দি দিলোঁহেঁতেন। মোৰ এনে লাগিছিল মই যেন এটা মানুহকহে হত্যা কৰিলোঁ। মোৰ নিচানখন দেখি উদ্ধাৰ কৰিবলৈ অহা সৈন্যবোৰে মোক কান্দি থকা দেখিছিলহি।

'ক্ষন্তেক বৈ বুঢ়াজনে কৈ গ'ল—ডাঙৰীয়া, ইয়াৰ পাচত মই জাৰ্মানি, স্পেইন, ৰুছিয়া আৰু ফ্ৰান্সতো যুদ্ধ কৰিলোঁ। মই মোৰ এই শৰীৰটো বিভিন্ন ঠাইলৈ কঢ়িয়াই লৈ গৈ'ছোঁ৷ কিন্তু মৰুভূমিৰ দৰে মই একো বস্তু দেখা নাই। ইয়েই সকলোতকৈ ধুনীয়া বস্তু।'

মই সুধিলোঁ—"তাত ঠিক আপোনাৰ কেনে লাগিছিল ?"

"তাক প্ৰকাশ কৰিবলৈ মোৰ ভাষা নাই। সি যি নহওক, মই সকলো সময়তে সেই খাজুৰি গছ নাইবা মোৰ নাহৰ ফুটুকী বাঘজনীৰ বাবেই দুখ কৰি থকা নাই। কিন্তু কেতিয়াবা মোৰ নিজকে বৰ সৰু যেন লাগি যায়। জানে—মৰুভূমিত একো নাই, তথাপি তাত সকলো আছে।"

"আপুনি কি বুজাব খুজিছে ?"

অধীৰ হোৱা ধৰণে তেওঁ কলে—"তাত ঈশ্বৰ আছে, মানুহ নাই।"

——○——

# শিক্ষামূলক ভ্ৰমণ

## ( THE TRAVELS OF SCARMENTADO )

## আৰিয়েট্ দ্য ভলটেয়াৰ

[ বিশ্ববিখ্যাত বিদ্ৰোহী কবি আৰিয়েট্ দ্য ভলটেয়াৰৰ (১৬৯৪-১৭৭৮) জন্ম হয় পেৰিচত। দহ বছৰ বয়সত কলেজ দ্য গ্ৰাণ্ড নাম লগাইছিল যদিও দেশৰ শিক্ষা পদ্ধতিৰ প্ৰতি তেওঁৰ শ্ৰদ্ধা নাছিল। দেউতাকৰ আদেশত কিছুদিন আইন অধ্যয়ন কৰিছিল কিন্তু আপত্তিজনক কবিতা লিখাৰ বাবে তেওঁৰ অপ্ৰিয় হৈ উঠে। পাছত প্ৰিন্স্ ৰিজেণ্টৰ নামত ব্যঙ্গ কবিতা লিখাৰ বাবে তেওঁ দেশৰপৰা নিৰ্বাসিত হয়। ফ্ৰান্সৰ বাস্তিল বন্দীশালত কাৰাৰুদ্ধ কৰি ৰখাৰ পাছৰপৰা তেওঁ ভলটেয়াৰ নামে পৰিচিত হয়। বহুমুখী প্ৰতিভাসম্পন্ন এই লেখকজনৰ বিভিন্ন কবিতা, গল্প, নাটক আৰু উপন্যাসৰ ভিতৰত যেৰপ' নাটখন সৰ্বশ্ৰেষ্ঠ ৰচনা। ]

কেণ্ডিয়া চহৰত ১৬০০ চনত মোৰ জন্ম। মোৰ দেউতা সেই ঠাইৰ গৱৰ্ণৰ আছিল। ইৰো নামৰ এজন তৃতীয় শ্ৰেণীৰ কবিৰ কথা মোৰ মনত পৰে। সেই কবিজনে মোৰ সন্মানাৰ্থে এটা তৃতীয় শ্ৰেণীৰ কবিতা ৰচনা কৰি মোক মিনোচ'ৰ পোনপটীয়া বংশধৰ বুলি বৰ্ণনা কৰিছিল। কিন্তু কিছুদিনৰ পাছত যেতিয়া মোৰ দেউতাক সেই চাকৰিৰপৰা আঁতৰালে, তেতিয়া এই কবিজনে আকৌ নতুন কবিতা ৰচনা কৰি তাত মোক মাত্ৰ পেচিফে আৰু তেওঁৰ প্ৰেমিকৰ বংশধৰ বুলিহে উল্লেখ কৰিলে। ইৰো সেই দ্বীপটোৰ আটাইতকৈ বুৰ্বক আৰু আমনিদায়ক মানুহ আছিল।

মই পোন্ধৰ বছৰত ভৰি দিলোঁ আৰু দেউতাই মোক ৰোমলৈ পঢ়িবৰ বাবে পঠালে। মোৰ মন তেতিয়া আশাৰে পৰিপূৰ্ণ। সকলোৰে অন্তৰ্নিহিত সত্য জনাৰ বাবে মোৰ অসীম আগ্ৰহ। যুগৰ নিয়ম মতে মই আশা কৰাৰ বিপৰীত ধৰণৰ শিক্ষাহে লাভ কৰিছিলোঁ। মঁচিয়ে প্ৰফণ্ডোৰ অধীনত মোৰ শিক্ষা আৰম্ভ হ'ল। তেওঁ অতি সুন্দৰ ব্যক্তিত্বৰ মানুহ আছিল আৰু সেই সময়ৰ প্ৰখ্যাত শিক্ষকসকলৰ ভিতৰত আছিল অন্যতম। তেওঁ আৰ-

স্থনীতে মোক এৰিষ্টটলৰ শ্ৰেণী বিভাগ শিকাবলৈ ললে আৰু লাহে লাহে মোক তেওঁৰ তোষামোদকাৰীৰ শ্ৰেণীত ভৰ্ত্তি কৰিবলৈ চেষ্টা কৰিলে। মই এইবাৰ কথমপি সাৰি গলোঁ। মই বহুতো শোভাযাত্ৰা, ভূত খেদোৱা আৰু ডোৱালী চুৰিৰ ঘটনা দেখিলোঁ। কিছুমানে মিছাকৈয়ে কৈছিল যে চিনোৰা অলিম্পিয়া নামৰ এগৰাকী অতি জ্ঞানী মহিলাই এনে কিছুমান বস্তু বিক্ৰী কৰে যিবোৰ বিক্ৰী কৰা বস্তু নহয়। মোক সেই বয়সত এইবোৰ বিষয়ে তীব্ৰ ভাবে আকৰ্ষণ কৰিছিল। এগৰাকী উচ্চ বংশজাত মহিলাই মোৰ প্ৰেমত পৰিবলৈ সিদ্ধান্ত ললে। বৰ্তমানে লুপ্ত হোৱা এটা ধৰ্মীয় অনুষ্ঠানৰ দুজন সাধু—ফাদাৰ পইগনাৰডিনি আৰু ফাদাৰ এক'নতি—দুয়োজনেই এই মহিলাগৰাকীৰ পাণি-প্ৰাৰ্থী হয়। এই দুজনৰ মাজত মিলাপ্ৰীতি অক্ষুণ্ণ ৰখাৰ উদেশ্যে তেওঁ মোৰ প্ৰেমত পৰে কিন্তু ধৰ্মীয় অনুষ্ঠানৰ পৰা বাহিষ্কাৰ হোৱা নাইবা কোনোবাই বিষ খুউৱাৰ ভয় থকা বাবে মই ৰোমৰ পৰা পলালোঁ। অৱশ্যে চেণ্ট পিটাৰৰ স্থাপত্য শিল্প দেখি মই মুগ্ধ হৈছিলোঁ।

ইয়াৰ পাছত আৰম্ভ হ'ল ফ্ৰান্স ভ্ৰমণ। সেই সময়ত তাত মহান লুইৰ শাসন চলি আছিল। মই ফ্ৰান্সত সোমোৱাৰ লগে লগেই যিটো প্ৰশ্নৰ সন্মুখীন হলোঁ সেইটো হ'ল মই মাৰ্শ্বেল দ্য আনক্ৰেৰ মাংস এটুকুৰা প্ৰাতঃ ভোজনৰ বাবে বিচাৰোঁনে নাই। এই মানুহজনক জীয়াই পুৰি মৰা হৈছে আৰু যিবোৰে বিচাৰে সেইবোৰৰ মাজত কম মূল্যত তেওঁৰ মাংস বিলোৱা হৈছে।

সেই দেশখনত সদনাই গৃহযুদ্ধ চলি আছিল। কাৰণবোৰ আছিল নানা ধৰণৰ। কেতিয়াবা ৰজাৰ পৰিষদৰ এটা সদস্য পদ লৈ, কেতিয়াবা আকৌ কোনোবা কিতাপৰ কেইটামান বিতৰ্কমূলক পৃষ্ঠাৰ বাবে। প্ৰায় ষাঠি বছৰৰো অধিক কাল এই ধুনীয়া দেশখন আভ্যন্তৰীণ সংঘৰ্ষত বিধ্বস্ত হৈছিল। কেতিয়াবা অতি তীব্ৰ ভাবে বিবাদৰ জুইকুৰা জ্বলাই দিয়া হৈছিল আৰু কেতিয়াবা কঠোৰ হাতেৰে তাক নিৰ্বাপিত কৰা হৈছিল। এই কাৰ্য্যক তেওঁলোকে পেলিকান গীৰ্জাৰ স্বাধীনতা বুলি অভিহিত কৰিছিল। মই প্ৰশ্ন কৰিছিলোঁ "মানুহে জন্মতে এটা দয়ালু মন লৈ আহে কিন্তু কিহে পিছলৈ সিহঁতৰ মনবোৰ এইদৰে বিকৃত কৰি পেলায়? সিহঁতে মস্কৰা কৰে আৰু

তাৰ পাছত চেণ্ট বাৰ্থলমিউক হত্যা কৰিবলৈ যায়। কিন্তু সিহঁতে যেতিয়া অকল হাঁহিবহে, তেতিয়াহে কিমান সুখৰ দিন হ'ব।"

মই ইংলণ্ড পালোঁগৈ। তাতো সেই একে ধৰণৰ হিংসাৰ জুই আৰু কাজিয়া। কেইজনমান কেথলিক গীৰ্জাৰ ভকতই গীৰ্জাৰ মঙ্গলৰ বাবে ৰজা আৰু সংসদক বোমা দি ধ্বংস কৰি ইংলণ্ডক গীৰ্জা বিৰোধী দলৰ প্ৰভাৱৰ পৰা মুক্ত কৰিবলৈ ঠিক কৰিলে। অষ্টম হেনৰীৰ কন্যা ৰাণী মেৰীয়ে তেওঁৰ পাঁচশতকৈও অধিক প্ৰজাক জীয়াই জীয়াই পুৰি মৰা ঠাইখন চালোঁ। এজন আয়াৰলেণ্ডীয় পুৰোহিতে মোক কলে ৰাণী মেৰীৰ এই কাৰ্য্য অতি প্ৰশংসনীয় হৈছে। ইয়াৰ প্ৰথম কাৰণ হ'ল পুৰি মৰা মানুহবোৰ ইংৰাজ আৰু দ্বিতীয় কাৰণ—এই মানুহবোৰে কেতিয়াও পবিত্ৰ পানী গ্ৰহণ নকৰে আৰু চেণ্ট পেট্ৰিকৰ যিটো সুৰঙ্গেদি আত্মাবোৰ বিচাৰৰ বাবে নিয়া হয় বুলি কোৱা হয় সিহঁতে সেইটো বিশ্বাস নকৰে। পুৰোহিত জনে আশ্চৰ্য্য প্ৰকাশ কৰিলে—ৰাণী মেৰীক কিয় এতিয়াও খৃষ্টীয় সাধ্বী হিচাপে ঘোষণা কৰা নাই, তাৰ পিছত কলে যেতিয়া কাৰ্ডিনেলে সময় পাব, তেতিয়া নিশ্চয় ঘোষণা কৰিব।

মই হলেণ্ডলৈ যাত্ৰা কৰিলোঁ। আশা কৰিছিলোঁ হলেণ্ডৰ স্থিতপ্ৰজ্ঞ মানুহবোৰৰ মাজত মই হয়তো অলপ শান্তি পাম। মই হেগত উপস্থিত হোৱা সময়ত তাৰ মানুহবোৰে এজন অতি সন্মানীয় বৃদ্ধৰ মূৰটো কাটি পেলাইছিল। সেই মানুহজন আছিল হলেণ্ডৰ প্ৰধান মন্ত্ৰী বাৰ্ণেভেল্ট। তেওঁৰ দৰে মানুহ এজনে প্ৰকৃততে সেই গণতন্ত্ৰখনৰ পৰা উচ্চ মৰ্য্যাদা লাভ কৰাহে উচিত আছিল। ঘটনাটো দেখি মোৰ মন দুখেৰে উপচি পৰিল। মই সুধিলোঁ—তেওঁৰনো কি অপৰাধ আছিল? তেওঁ দেশৰ প্ৰতি বিশ্বাস ঘাটকতা কৰিছিল নেকি?

"তেওঁ তাতকৈও বেয়া কাম কৰিছিল।" ক'লা সাজ পিন্ধা পুৰোহিত এজনে উত্তৰ দিলে—"তেওঁ ভাবিছিল ধৰ্মীয় আদৰ্শতকৈও ভাল কামেৰেহে তেওঁ নিজকে ৰক্ষা কৰিব পাৰিব। এনে ধৰণৰ মন্তব্য দেশত প্ৰচাৰ হ'বলৈ দিলে আমাৰ এই দেশখনৰ ধ্বংস অনিবাৰ্য্য। এনেকুৱা ঘৃণনীয় অপকৰ্ম বন্ধ কৰিবলৈ অতি কঠোৰ আইনৰ প্ৰয়োজন।"

এজন স্থানীয় ৰাজনীতিবিদে হুমুনিয়াহ এটা কাঢ়ি কলে—"মহাশয়,

ভাল দিনবোৰ লাহে লাহে শেষ হৈ আহিছে। আমাৰ মানুহৰ উৎসাহ ক্ষণস্থায়ী। দেশৰ মানুহৰ মনবোৰ ঘৃণনীয় সহনশীল নীতিৰ পিনে ঢাল খাইছে, এদিন সিহঁতে এই নীতি গ্ৰহণ কৰিব—এই কথা ভাবিলেও গা শিয়ঁৰি উঠে।"

মই আগন্তুক সহনশীল নীতিৰ সেই ভয়াবহ দিনবোৰ চাবলৈ অপেক্ষা নকৰিলোঁ। যিখন দেশত কঠোৰতাৰ ক্ষতিপূৰণ হিচাপে আন কোনো আকৰ্ষণ নাই, সেইখন দেশ এৰিবলৈ মই লৰালৰিকৈ স্পেইনমুখী জাহাজত উঠি পৰিলোঁ।

ৰাজধানী চেভাইল। স্পেইনৰ ধন-বস্তুবাহী জাহাজবোৰে আহি বন্দৰত লঙ্গৰ পেলাইছে। কেতিয়া বছৰৰ আটাইতকৈ ধুনীয়া ঋতু। চাৰিওপিনে কেৱল আনন্দ আৰু প্ৰাচুৰ্যোৰে ভৰা।

দুকাষে দুশাৰী কমলা আৰু নেমু গছৰ মাজেদি যোৱা ৰাস্তা এটা—একেবাৰে মূৰত এখন ডাঙৰ মুকলি পথাৰ দেখি অনুমান হ'ল খেল প্ৰতি-যোগিতাৰ বাবে প্ৰস্তুত কৰা পথাৰ। চাৰিওপিনে শাৰী শাৰী ওখ কোমল গাদীৰে আসন সজোৱা আছে। ৰজা, ৰাণী, ৰাজকুমাৰ আৰু ৰাজকুমাৰী সকল এখন অতি ধুনীয়া প্ৰকাণ্ড চন্দ্ৰাতপৰ তলত বহি আছে। এই মহামান্য পৰিয়ালটোৰ বিপৰীত পিনে তেওঁলোক বহা আসনতকৈও ওখ এখন সিংহাসন পতা আছে। সেইবোৰ দেখি মই মোৰ ভ্ৰমণৰ সঙ্গী এজনক সুধিলোঁ—"এইখন সিংহাসন নিশ্চয় ভগৱানৰ বাবে, নহলেনো এইখনতনো আৰু কোন বহিব ?"

মোৰ এই অসতৰ্ক মন্তব্য গোমোঠা মুখৰ স্পেনীয় এজনে শুনিলে আৰু ইয়াৰ উপযুক্ত ফল মই পিছত পালোঁ। কেতিয়া আমি তাত চাৰ্কাচ নাইবা ষাঁড় গৰুৰ যুদ্ধ চাবৰ বাবে আশা পালি থাকোঁতেই স্পেইনৰ ধৰ্ম বিচাৰক অৰ্থাৎ গ্ৰেণ্ড ইনকুইজিটৰজন আহি সিংহাসনত বহিল আৰু ৰজা আৰু প্ৰজাক আশীৰ্বাদ যাচিলে।

এনেতে দুজন দুজনকৈ শাৰীপাতি সাধুৰ বাহিনী এটা তালৈ আহিল। কোনোবা জন বগা, কোনোবা ক'লা, কোনোবা ধোঁৱা বৰণীয়া। কোনোবাৰ ভৰিত জোতা, কোনোবাৰ ভৰি শুদা। কোনোবাৰ দাড়ি থুপৰা, কোনোবাৰ

দীঘল দাড়ি। কোনোবাজনৰ মূৰত আছে আৱৰণ, কোনোবাৰ আকৌ নাই। ইয়াৰ পাছত প্ৰহৰী বেষ্টিত হৈ আহিল ঘাটক, তেওঁৰ পাছত আহিল ফটা-ছিটা কাপোৰ পিন্ধা চল্লিচ জনমান মানুহ। সিহঁতৰ গোটেই গাত ৰঙেৰে চয়তান আৰু জুইৰ শিখাৰ ছবি আঁকা। ইয়াত আছিল ইহুদী—সিহঁতে মোজেচৰ আৰাধনা সম্পূৰ্ণকৈ পৰিত্যাগ কৰিব খোজা নাছিল। আৰু আছিল খৃষ্টান—সিহঁতে ধৰ্মীয় আইন উলঙ্ঘা কৰি বিয়া হৈছিল, নাইবা মাদ্ৰিদত থকা মাতৃ এটশ্বাৰ কাঠৰ মূৰ্ত্তিক পূজা কৰা নাছিল, নাইবা চেন্ট জেৰোমৰ ব্ৰাদাৰসকলৰ ভোগৰ বাবে হাতত থকা সঞ্চিত ধনখিনি দি দিবলৈ মান্তি হোৱা নাছিল। ভক্তিভাৱে ধুনীয়া প্ৰাৰ্থনা সঙ্গীত গোৱা হ'ল আৰু তাৰ পাছত অপৰাধীসকলক লাহে লাহে জুইত পোৰা হ'ল ৰাজ পৰিয়ালৰ সকলোকে এইটোক এটা উচ্চ পৰ্য্যায়ৰ ধৰ্ম কাৰ্য্য হিচাপে লোৱা যেন দেখা গ'ল।

সেইদিনা ৰাতি মই শুবলৈ ওলাইছোঁ, ঠিক তেনেতে ধৰ্মীয় আদালতৰ দুজন সদস্য লগত পুলিচ বিষয়া কেইজনমান লৈ মোৰ ওচৰ পালেহি। প্ৰথমতে তেওঁলোকে মোক কোমল ভাবে আলিঙ্গন কৰিলে, তাৰ পাছত এটাও শব্দ উচ্চাৰণ নকৰাকৈ বন্দীশাললৈ লৈ গ'ল। ভিতৰখন অতিপাত চেঁচা, তাত এখন খেৰৰ বিচনা আছিল আৰু আছিল ধুনীয়া এডাল ক্ৰুছ। তাত মই ছসপ্তাহ থাকিলোঁ। ইয়াৰ পাছত এদিন মহান বিচাৰকজনে মোক তেওঁৰ ওচৰলৈ আহি কথা পাতিবলৈ অনুৰোধ জনালে। মই যোৱাত তেওঁ মোক পিতৃসুলভ দীঘলীয়া আলিঙ্গন কৰি কলে যে মোৰ থকাৰ বাবে ভাল ব্যৱস্থা নোহোৱাৰ কথা জানি তেওঁ সঁচাকৈ অতি দুখিত হৈছে, কিন্তু তাৰ আটাইবোৰ কোঠাত মানুহ আছে, খালী কোঠা নাই। অৱশ্যে তেওঁ আশা ৰাখিছে যে কেতিয়াবা আকৌ তাত মই থাকিলে ভাল ব্যৱস্থা কৰিব। তাৰ পাছত তেওঁ মোক অতি মৰমেৰে সুধিলে মই কি কাৰণে তাত থাকিব লগীয়া হলোঁ সেই কথা জানোনে নাই। মই কলোঁ বোধকৰো মোৰ পাপৰ বাবেই মই তাত থাকিব লগীয়া হলোঁ।

"কি পাপৰ বাবে বাছা, মোক খুলি কোৱাঁচোন।"

বহুত চিন্তা কৰিও মই মোৰ পাপবোৰ বিচাৰি উলিয়াব নোৱাৰিলোঁ।

তেওঁ তেতিয়া মোক নিজে মৰমেৰে সোধঁবাই দিলে যে মোৰ অসতৰ্ক কথা কেইটাই ইয়াৰ কাৰণ।

মোক নিয়মানুবৰ্ত্তিতা ভঙ্গৰ বাবে কেইটামান কোব মাৰি আৰু ত্ৰিচ হেজাৰ ৰিয়েল জৰিমনা কৰি এৰি দিলে। ইয়াৰ পাছত মহান ধৰ্মীয় বিচাৰ-পতিজনৰ ওচৰলৈ সম্মান জনাবৰ বাবে মোক লৈ যোৱা হ'ল। অতি ভদ্ৰ ভাবে তেওঁ মোক এই সৰু উৎসৱটো মই কি ধৰণে উপভোগ কৰিলোঁ সুধিলে। মই কলোঁ বৰ ভাল লাগিল আৰু বেগাই তাৰ পৰা ওলাই আহি মোৰ ভ্ৰমণৰ সঙ্গী কেইজনক জনালোঁ যে স্পেইনখন যদিও ধুনীয়া, ইয়াত আৰু থাকিব নোৱাৰি, এতিয়াই এই ঠাই এৰিব লাগিব। মই বন্দীশালত থকা দিন কেইটাত মোৰ সঙ্গী কেইজনে ঘূৰি-পকি স্পেইনৰ মানুহবোৰে ধৰ্মৰ বাবে কি কি সৎ কাম কৰি আছে, সেইবোৰ সকলো জানি ললে। তেওঁলোকে শ্বিয়াপা নামৰ প্ৰখ্যাত পুৰোহিত এজনৰ স্মৃতিকথা এখন পঢ়িলে। তাত লিখা আছিল—আমেৰিকাত তেওঁলোকে দহ নিযুত ধৰ্ম বিৰোধী লোকক হত্যা কৰিছে। পুৰোহিত জনে সংখ্যাটো বহুত বঢ়াই লিখিছে বুলি মোৰ সন্দেহ হয়। অৱশ্যে এই সংখ্যাটো পাঁচ নিযুতলৈ কমালেও কামটো যথেষ্ট প্ৰশংসনীয়।

ভ্ৰমণৰ হেঁপাহে মোক আঁকৌ টানি লৈ গ'ল। তুৰস্কলৈ গৈ তাতেই মোৰ ইউৰোপ ভ্ৰমণ সমাপ্ত কৰিম বুলি ভাবি থৈছিলোঁ। সেই হিচাপে এইবাৰ পুনৰ যাত্ৰা আৰম্ভ কৰিলোঁ। এইবাৰ নতুন কিবা দেখিলেও একো মন্তব্য নিদিওঁ বুলি স্থিৰ কৰিলোঁ।

মই মোৰ সঙ্গী কেইজনক কলোঁ এই তুৰ্কবোৰৰ খৃষ্ট ধৰ্মত বিশ্বাস নাই, সিহঁতৰ দীক্ষা হোৱা নাই, সিহঁত স্পেইনৰ ধৰ্মীয় বিচাৰপতিতকৈও অধিক নিষ্ঠুৰ হ'ব। এই মুছলমানসকলৰ মাজত থকা দিনকেইটা আমি মুখ বন্ধ কৰি থাকিব লাগিব।

আমি তুৰস্কত উপস্থিত হলোঁ। কেতিয়াওকৈও তুৰস্কত গীৰ্জাৰ সংখ্যা বহুত বেছি দেখি মই আচৰিত হলোঁ। দেখিলোঁ— ডাঙৰ ডাঙৰ ধৰ্মীয় সমাবোহত খৃষ্টীয় সাধুসকলে মুকলিকৈ কুমাৰী মেৰীৰ উপাসনা কৰাৰ লগতে মহম্মদৰ কটু সমালোচনা কৰিছে—কিছুমানে গ্ৰীক ভাষাত, কিছুমানে লেটিন

ভাষাত আৰু কিছুমানে আৰ্মেনিয়ানত।

"তুৰ্কবোৰ ইমান ভাল!" মই চিঞঁৰি উঠিলোঁ।

কনষ্টান্টিনোপলত গ্ৰীক আৰু লেটিন খৃষ্টান দাসবোৰ পৰস্পৰ পৰস্পৰৰ ঘোৰ শত্ৰু। দেখা দেখি হলেই ইদলে সিদলক দাঁত উলিয়াই গেঙেৰি মাৰি কুকুৰৰ দৰে কামোৰা-কামুৰি কৰে। গৰাকীহঁতে লাঠীৰে কোবাইহে সিহঁতৰ যুদ্ধ ভাঙিব পাৰে। গ্ৰীকসকলক তুৰস্কৰ প্ৰধান মন্ত্ৰীজনে নিৰাপত্তা দিছিল। গ্ৰীক পেট্ৰিয়াৰ্কজনে মই লেটিন পেট্ৰিয়াৰ্কৰ লগত আহাৰ কৰিছোঁ বুলি মোৰ বিৰুদ্ধে এটা অভিযোগ তুলিলে। ইয়াৰ ফলত মোৰ দণ্ড হ'ল—মোৰ ভৰিৰ গেৰোৱাত এশ কোব বেত নাইবা পাঁচ শ চিকুইন জৰিমনা। পিছদিনা প্ৰধান মন্ত্ৰীজনক কোনোবাই টেটু চেপা মাৰিলে। পিছদিনা নতুন এজন প্ৰধান মন্ত্ৰী হ'ল। এইজনে লেটিন সকলক সমৰ্থন কৰিছিল আৰু গোটেই মাহটো কোনেও তেওঁক টেটু চেপা নামাৰিলে। তেওঁ মোক গ্ৰীক পেট্ৰিয়াৰ্কৰ লগত ভোজন কৰা বাবে পূৰ্বৰ ধৰণে দণ্ড বিহিলে। এতিয়া মই গ্ৰীক নাইবা লেটিন কোনো গীৰ্জাতেই উপস্থিত থকাৰ পৰা বিৰত হোৱাটোহে প্ৰয়োজনীয় হৈ পৰিল। এই অৱস্থাৰপৰা মনটোক সান্ত্বনা দিবৰ বাবে মই মোৰ লগত থাকিবলৈ এজনী অতি আকৰ্ষণীয় চিৰকাচিয়ান ছোৱালী সংগ্ৰহ কৰিলোঁ। মছজিদত প্ৰাৰ্থনা কৰাৰ সময়ত তাইৰ যিদৰে ভক্তি, মোৰ লগত অকলে থকা সময়খিনিতো তাই সমানে কমনীয়।

এদিন ৰাতি মৰমৰ আদান-প্ৰদানৰ সময়ত মোক চুম্বন কৰি তাই কৈ উঠিল—"আল্লা, ইল্লা, আল্লা।" তুৰ্কসকলৰ মাজত এই কেইটা পবিত্ৰ শব্দ কিন্তু মই তেতিয়া সেই শব্দ কেইটাক প্ৰেম প্ৰকাশৰ বাহন বুলি ভাবিলোঁ আৰু তাইৰ দৰেই অতি কোমলকৈ উত্তৰ দিলো—"আল্লা, ইল্লা, আল্লা।"

"ভগবানৰ অসীম দয়া।" তাই চিঞঁৰি উঠিল—"তুমি তুৰ্ক।" মই উত্তৰ দিলোঁ মোক তুৰ্কসকলৰ দৰেই সবল কৰা বাবে ভগবানক মই আশীৰ্বাদ দিওঁ আৰু নিজকে অতি ভাগ্যবান বুলি ভাবোঁ।

পিছদিনা পুৱা এজন মুছলমান পুৰোহিত মোক চুন্নত কৰিবলৈ আহিল। মই যেতিয়া অলপ আপত্তি কৰিলোঁ তেতিয়া স্থানীয় কাজীজনে মোক খুলিত

বান্ধি লবলৈ কলে। এনেহেজাৰ চিকুইন দি মই নিজকে অক্ষত ৰাখিবলৈ সক্ষম হলোঁ আৰু তাৰ পৰা পাৰশ্যলৈ পলালোঁ। মই ঠিক কৰিলোঁ মই কেতিয়াও তুৰস্কত গ্ৰীক আৰু লেটিন প্ৰাৰ্থনা নুশুনো আৰু কেতিয়াও মোৰ ৰক্ষিতাৰ আগত "আল্লা, ইল্লা, আল্লা" বুলি নিচিয়ঁৰো।

মই ইস্পাহান পালোঁগৈ। তাত মোক সুধিলে মই বগা ভেৰা ভাল পাওঁনে ক'লা ভেৰা ভাল পাওঁ। মই কলোঁ বগা ক'লা বুলি কোনো কথা নাই, মাংস কোমল হলেই হ'ল। পিছত গুলাই পৰিল—বগা ভেৰা আৰু ক'লা ভেৰা দুটা পৰস্পৰ বিৰোধী দলহে। সেই সময়ত এই দল দুটাই পাৰশ্যক দুটা ভাগত বিভক্ত কৰিছিল। সিহঁতে মই এই কথা কৈ দল দুটাক ঠাট্টা কৰা বুলি ভাবিলে আৰু ইয়াৰ বাবে মই নগৰৰ দুৱাৰ মুখত বেছ অসুবিধাত পৰিব লগীয়া হলোঁ। শেষত এই ভেৰাৰ সমস্যাৰ পৰা ৰক্ষা পৰিবলৈ যথেষ্ট ধন ব্যয় কৰিবলগীয়া হ'ল।

এজন দোভাষী লগত লৈ মই চীন দেশত উপস্থিত হলোঁগৈ। তেওঁ মোক নিশ্চিতভাবে সাহস দিলে যে এইখনেই এখন দেশ যত জীৱন আনন্দময় আৰু মুক্ত। বহুতো যুদ্ধ আৰু ৰক্তপাতৰ পাছত টাটাৰবোৰে এই দেশখন দখল কৰিছে। জেচুইট আৰু ডমিনিকান দুয়ো পক্ষই তাত বহুতো মানুহক খৃষ্ট ধৰ্মলৈ দীক্ষিত কৰা বুলি দাবী কৰে যদিও কি ধৰণে সেই কাম কৰিছে, তাৰ কোনো চিন নাই। তেনে কাৰ্য্যদক্ষ মিচনেৰী মই কতো দেখা নাই। দুয়ো পক্ষই দুয়ো পক্ষক দোষাৰোপ কৰে। পোপৰ ওচৰলৈ অভিযোগ পঠিয়ায়। ইটো পক্ষই সিটো পক্ষক ধৰ্মদ্ৰোহী বুলি কয়। মুৰ দোঁওৱাৰ শুদ্ধ নিয়ম লৈ নিজৰ ভিতৰতে ভয়ানক কাজিয়া কৰে। জেচুইটসকলে চীনা-সকলক চীন দেশীয় নিয়ম মতে পিতৃ মাতৃক সম্বৰ্দ্ধনা জনাবলৈ কয় কিন্তু ডমি-নিকান সকলে চীনাসকলক ৰোমান পদ্ধতি অনুসৰণ কৰিবলৈ ধৰে। মোৰ দুৰ্ভাগ্যৰ বাবে জেচুইটসকলে মোক ডমিনিকান বুলি সন্দেহ কৰিলে আৰু পোপৰ চোৰাংচোৱা হিচাপে মই মহান টাটাৰ সম্ৰাটৰ সন্মুখত উপস্থিত হব-লগীয়া হলোঁ। চুপ্ৰিম কোৰ্টে এজন চীনা বিষয়াক, সেইজনে এজন শান্তি ৰক্ষকক আৰু শান্তি ৰক্ষকজনে চাৰিজন পুলিচ বিষয়াক মোক আটক কৰি বান্ধি নিবলৈ কলে। এশ চল্লিচ বাৰ আঠু কঢ়োৱাৰ পাছত মোক ৰজাক

সম্মুখলৈ নিয়া হ'ল। তেওঁ মোক সুধিলে মই পোপৰ চোৰাংচোৱা নে কি আৰু তেওঁক সিংহাসন চ্যুত কৰিবলৈ পোপ স'চাকৈয়ে নিজে আহিবনেকি। মই ক'লোঁ পোপ সত্তৰ বছৰীয়া বৃদ্ধ পুৰোহিত, মহান চীন সম্ৰাটৰ পৰা তেওঁ চাৰি হেজাৰ লীগ দূৰত্বত বাস কৰে, তেওঁ কাকো সিংহাসন চ্যুত নকৰে. মহান সম্ৰাটে নিশ্চিন্ত মনে শুই থাকিব পাৰে।

সেইটো অভিযানতেই মাত্ৰ মই কম অশান্তি ভোগ কৰিছিলোঁ। মোক মাকাওলৈ পঠিয়ালে আৰু তাৰপৰা মই ইউৰোপ অভিমুখী জাহাজত উঠিলোঁ।

গোলকুণ্ডাৰ উপকূলৰ পচৰত মেৰামতিৰ বাবে জাহাজখন বন্দৰত ৰাখিবলগীয়া হ'ল। সেই সময়খিনিত মই দিল্লীৰ মহান সম্ৰাট আউৰংজেবৰ ৰাজসভাখন চোৱাৰ সুবিধা ল'লোঁ। তেওঁৰ বিষয়ে নানা সুন্দৰ সুন্দৰ বাতৰি চাৰিওফালে বিয়পি পৰিছিল। তেওঁ মক্কাৰ চুলতানৰপৰা পবিত্ৰ উপহাৰ এটা গ্ৰহণ কৰা উপলক্ষে পতা এটা বিৰাট উৎসৱ চাবলৈ মোৰ সৌভাগ্য হ'ল। সেই পবিত্ৰ বস্তুটো আছিল এডাল ঝাৰু। কাবাৰ পবিত্ৰ মছজিদ সাৰিবৰ বাবে ইয়াক ব্যৱহাৰ কৰা হৈছিল। আত্মাৰ সকলো অপবিত্ৰতা দূৰ কৰাৰ প্ৰতীক আছিল সেই ঝাৰুডাল। অৱশ্যে আউৰংজেৱৰ বাবে সেই বস্তুটোৰ প্ৰয়োজন থকা যেন নালাগে, কাৰণ তেওঁ আছিল সমগ্ৰ হিন্দুস্থানৰ আটাইতকৈ ধাৰ্মিক ৰজা। এইটো সচা যে তেওঁ দেউতাকক বিষ প্ৰয়োগ কৰিছিল আৰু এজন ভায়েকৰ শিৰচ্ছেদ কৰিছিল। তলতীয়া ৰজা সকলৰ কুৰিজন আৰু প্ৰায় সমান সংখ্যক ওমৰাহে তেওঁৰ অত্যাচাৰৰ বলি হৈ প্ৰাণত্যাগ কৰিছিল। অৱশ্যে এইবোৰ সাধাৰণ কথা. প্ৰত্যেকেই কৈছিল তেওঁ অতি ধাৰ্মিক আছিল। এই মানুহবোৰে তেওঁক মৰক্কোৰ মহান ধাৰ্মিক সম্ৰাট মহামান্য মুলে ইজৰাইলৰ লগত তুলনা কৰে, কাৰণ সেইজন মহামান্য সম্ৰাটেও প্ৰত্যেক শুক্ৰবাৰে প্ৰাৰ্থনাৰ শেষত কিছুমান মানুহৰ মূৰ কাটিছিল।

মই মুখ বন্ধ কৰি ৰাখিলোঁ, কাৰণ সেই ভ্ৰমণবোৰৰপৰা মই কিছু শিক্ষা লাভ কৰিছিলোঁ। এই দুজন মহামান্য সম্ৰাটৰ দোষ-গুণ বিচাৰ কৰাৰ মোৰ একো প্ৰয়োজন নাই বুলি বিবেচনা কৰিলোঁ। কিন্তু এটা কথা—মোৰ লগত থকা এজন ফৰাছী যুবকে ভাৰত আৰু মৰক্কোৰ দুয়োজন সম্ৰাটৰ প্ৰতি

অলপ অসন্মান প্ৰদৰ্শন কৰিলে। তেওঁ খোলাখুলিকৈ কৈ দিলে—ইউৰোপত বহুতো ধাৰ্মিক ৰজা আছে, তেওঁলোকে প্ৰজাক মৰমেৰে শাসন কৰে আৰু বাপেক, মাক আৰু প্ৰজাবৰ্গৰ ডিঙি নকটাকৈয়ে গৌৰ্জালৈ যায়। আমাৰ দোভাষীজনে যুৱকজনৰ অসতৰ্ক মন্তব্য হিন্দুস্থানী ভাষালৈ তৰ্জমা কৰিলে। পূৰ্বৰ অভিজ্ঞতাৰ পৰাই আমি লৰালৰিকৈ উটৰ পিঠিত উঠি সেই ঠাই এৰিলোঁ। পিচত মই জানিব পাৰিলোঁ সেই দিনা ৰাতিয়েই মহান আউৰংজেৱৰ বিষয়া আমাক আটক কৰিবলৈ আহিছিল কিন্তু তেওঁলোকে অকল দোভাষীজনকহে পালে। ৰাজহুৱা ভাবে দোভাষীজনৰ শিৰচ্ছেদ কৰা হ'ল আৰু ৰাজসভাৰ সকলোৱে এইটো উপযুক্ত কাম হৈছে বুলি সমৰ্থন জনালে।

এই পৃথিবীৰ আনন্দৰ আটাইবোৰ উৎস যদি মই আবিস্কাৰ কৰিব খোজোঁ তেতিয়াহলে মোৰ আফ্ৰিকাখন চাবলৈ বাকী থাকিল। মই আফ্ৰিকালৈ যাত্ৰা কৰিলোঁ। নিগ্ৰো জলদস্যু কিছুমানে আমাৰ জাহাজখন আটক কৰিলে। আমাৰ কেপ্তেইনজনে তীব্ৰ ভাবে এই কাৰ্য্যৰ প্ৰতিবাদ কৰি প্ৰশ্ন তুলিলে কি কাৰণে সিহঁতে এইদৰে আন্তৰ্জাতিক আইন উলঙ্ঘা কৰিছে। নিগ্ৰো কেপ্তেইনজনে উত্তৰ দিলে—

"তোমালোকৰ নাক দীঘল, আমাৰ চেপেতা। তোমালোকৰ চুলি পোন, আমাৰ কেঁকোৰা। তোমালোকৰ গাৰ বৰণ ছাই বৰণীয়া, আমাৰ ক'লা। সেই বাবেই প্ৰকৃতিৰ পবিত্ৰ নিয়ম অনুসৰি আমি চিৰকাল পৰস্পৰৰ শত্ৰু। গিনি উপকূলৰ মেলাত তোমালোকে আমাক জন্তু কিনাদি কিনা, সকলো ৰকমৰ কষ্টকৰ আৰু অপমানজনক কাম কৰিবলৈ দিয়া। তোমালেকে আমাক ষাঁড় গৰুৰ ছালৰ চাবুকেৰে কোবোৱা আৰু হালধীয়া মাটিৰ লদা বিচাৰি পৰ্বতৰ গা খান্দিবলৈ দিয়া। কিন্তু মিছৰৰ পিয়াঁজ এটাৰ যিমান মূল্য, এই মাটিৰো সিমান মূল্য নহয়। সেইবাবে যেতিয়া আমি তোমালোকক লগ পাওঁ আৰু আমি শক্তিশালী পক্ষ হওঁ, তেতিয়া আমি তোমালোকক বন্দী কৰি আমাৰ খেতিপথাৰ চহাবলৈ লগাম আৰু যদি কাম নকৰা, তেতিয়া হলে তোমালোকৰ নাক-কাণ কাটিম।"

এই যুক্তিপূৰ্ণ বক্তৃতাৰ কোনো উত্তৰ নাছিল। নাক-কাণ ৰক্ষা কৰিবলৈ মই এজনী বুঢ়ী নিগ্ৰো তিৰোতাৰ খেতি-পথাৰত কাম কৰিবলৈ ললোঁ। এবছৰৰ পাছত মুক্তি-পণ দি মই তাৰপৰা ওলালোঁ। পৃথিৱীৰ সকলোবোৰ ভাল আৰু প্ৰশংসনীয় বস্তু মই দেখিলোঁ। ভৱিষ্যতে মই মোৰ গৃহদেৱতাৰ বাহিৰে আন একো নাচাবলৈ স্থিৰ কৰিলোঁ।

উভতি আহি মই বিয়া কৰালোঁ। মোৰ পত্নী মোৰ প্ৰতি অবিশ্বাসিনী আছিল আৰু মই নিজকে আটাইতকৈ সুখী মানুহ বুলি ভাবিছিলোঁ।

—+—

# অন্তৰঙ্গ বন্ধু
## ( CLOSE FRIENDS )
## লুইজি পিৰাণ্ডেলো

[ লুইজি পিৰাণ্ডেলো (১৮৬৭-১৯৩৬) আধুনিক ইটালীয় লেখকসকলৰ ভিতৰত শীৰ্ষস্থানীয়। তেওঁ নাট্যকাৰ হিচাপেহে অধিক পৰিচিত। ১৮৯৪-১৯১২ চনৰ ভিতৰত লিখা তেওঁৰ চুটি গল্পসমূহত ঘাইকৈ ইটালীয় মধ্যবিত্ত শ্ৰেণীটোক চিত্ৰিত কৰা হৈছে। তেওঁৰ ৰচনাত থকা হাস্যৰসৰ আভাস "অন্তৰংগ বন্ধু" গল্পটোত পোৱা যায়। ]

গিগি মেয়ৰে মূৰত এটা পুৰণি ডাঠ কাণঢকা টুপী পিন্ধিছে, কাৰণ তেওঁৰ বয়স এতিয়া চল্লিচৰ ওপৰ আৰু উত্তৰৰ চেঁচা বতাহ তেওঁৰ বাবে এতিয়া আৰামদায়ক নহয়। ভিজিত মেৰিয়াই লোৱা গৰম কাপোৰখন তেওঁ নাকৰ ওপৰলৈকে টানি লৈছে। হাতত এযোৰ ডাঠ ইংলিছ হাতমোজা। তেওঁৰ চেহেৰাও বেছ হৃষ্টপুষ্ট আৰু ৰঙচুৱা। লাংগু টেভিয়াৰ দ্য মেল্লিনিত তেওঁ ট্ৰামৰ অপেক্ষাত ৰৈ আছে। এই ট্ৰামখনতে গৈ তেওঁ সদায় তেওঁৰ কাম কৰা ঠাই কাউন্টি আদালতৰ সন্মুখত ৰয়গৈ।

জন্মসূত্ৰে তেওঁ এজন কাউন্ট কিন্তু হায়! এতিয়া সেই ৰামো নাই অযোধ্যাও নাই। তেওঁৰ এতিয়া কাউন্টিও নাই আৰু তেওঁ কাউন্টো নহয়। সৰু কালতে—তেওঁ একো নজনা বয়সতে এদিন দেউতাকক কৈছিল, এদিন তেওঁ কাউন্টি আদালতত কাম কৰিব। সেই সময়ত তেওঁ ভাবিছিল যে কাউন্টি আদালত বোধকৰোঁ কাউন্টসকলৰ আদালত, ইয়াতেই বোধকৰোঁ কাউন্টবোৰে কাম কৰে।

যেতিয়া ট্ৰামখনৰ প্ৰয়োজন হয় তেতিয়া সেইখন কেতিয়াও নাহে। ক'ৰবাৰ আধা বাটতে ৰৈ যায়, কাৰণ কাৰেন্ট নাই, নাইবা সেইখনে গৰু

গাড়ী এখন নাইবা কোনোবা তুৰ্ভগীয়া এটাক খুন্দিযায়। —গিগি মেয়ৰে ভাবিলে।

সেইদিনা ৰাতিপুৱা কোবাল উত্তৰীয় বতাহ বৈ আছিল। একেবাৰে বৰফ-চেঁচা, অলপ দূৰৈৰ নৈখনৰ ধোঁৱা বৰণীয়া পানীবোৰলৈ চাই তেওঁ এবাৰ ইখন, এবাৰ সিখন ভৰিত ভৰ সলনি কৰি খিয় হৈ আছিল। নৈখনলৈ চাই চাই তেওঁ ভাবিলে—এইখন বৰ দুখীয়া নৈ। পাতল কাপোৰ পিন্ধি নৈখনৰ বৰ ঠাণ্ডা লাগিছে। দুকাষৰ মথাউৰিৰ বেৰবোৰো ভাঠ নহয়।

অৱশেষত ঘণ্টা বজাই বজাই ট্ৰামখন ওলালহি। ট্ৰামখন ৰ'বলৈ নৌ প'ওঁতেই জাপ মাৰি উঠিবলৈ তেওঁ সাজু হৈছে, তেনেতে পণ্টে কাভুৰ নামৰ নতুন দলংখনৰপৰা কোনোবাই তেওঁৰ নাম কাঢি চিঞৰি মাতিলে, "হেৰা গিগি—গিগি!"

দেখে—এজন মানুহ তুয়োটা বাহু ওপৰলৈ তুলি তেওঁৰ পিনে দৌৰি আহিছে। গিগি উঠিবলৈ নৌপাওঁতেই ট্ৰামখন গুচি গ'ল। এই দুখৰ সান্ত্বনা হিচাপে তেওঁ এজন অচিনাকি মানুহৰ বাহু বন্ধনত বান্ধ খালে। মানুহজনৰ বাহুৰ বান্ধৰপৰা গিগিৰ অনুমান হ'ল তেওঁ কোনোবা পূৰ্ব পৰিচিত অন্তৰংগ বন্ধু। অচিনাকি মানুহজনে মুখত এখন পাটৰ ৰুমাল মেৰিয়াই থৈছিল।

"গিগি, তোমাক ভাই মই দেখিয়েই চিনি পালোঁ। বিশ্বাস কৰা—দেখিয়েই চিনি পালোঁ। কিন্তু এয়া কি দেখিছোঁ হে? বুঢ়াই হ'লা দেখোন। চুলিবোৰ পকি গ'ল। তুমি লজ্জিত হোৱা নাই নে? গিগিয়নি ভাই, দিয়া তোমাৰ এই পবিত্ৰ বৃদ্ধ বয়সৰ বাবে মোক এটা চুমা দিয়া। তোমাক দেখি মোৰ অনুমান হৈছিল তুমি যেন মোৰ অপেক্ষাতে ট্ৰাম ষ্টেছনত বৈ আছাহি। যেতিয়া দেখিলোঁ তুমি এই মৰিব নজনা ট্ৰামখনত উঠিবলৈ হাত দাঙিছা, তেতিয়া মই নিজকে কলোঁ। এয়া বিশ্বাসঘাতকতা, এয়া বিশ্বাসঘাতকতা।"

"ওঁ", মেয়ৰে মুখলৈ জোৰকৈ হাঁহি এটা আনি ক'লে, "মই আফিছলৈ যাবলৈ আহিছোঁ।"

"ঈশ্বৰৰ শপত, তেনেকুৱা জঘন্য কথা এতিয়া শুনিয়াবা।"

"কি?"

"মই ঠিকেই কৈছোঁ।"

"তুমি বৰ আচৰিত ধৰণে কথাবোৰ কৈছা হে।"

"অ' মই বুজিছোঁ। কিন্তু কোৱাচোন বাৰু, তুমি মোক হঠাতে এনেকৈ লগ পাবা বুলি আশা কৰিছিলা জানো? তোমাৰ মুখ দেখিয়েই মই বুজিছো নহয়, তুমি একদম আশা কৰা নাছিলা।"

"সঁচা কথা কবলৈ গলে, অৱশ্যে আশা কৰা নাছিলোঁ।"

"মই কালি গধূলি পালোঁহি। তোমাৰ ককায়েৰাই শুভেচ্ছা পঠিয়াইছে। তেওঁ আৰু কি কৰিছিল জানা? শুনিলে তুমি হাঁহি হাঁহি মৰিবা — তোমালৈ মোৰ পৰিচয়পত্ৰ এখন দিব খুজিছিল। মোৰতো একদম হাঁহি উঠি গ'ল। গিৰ্গিয়নিলৈ মোৰ পৰিচয়পত্ৰ? মই কলোঁ, আপুনি জানেনে আপোনাক কৈয়ো আগৰ পৰাই মই তাক চিনি পাওঁ। আমি সৰু কালৰ বন্ধু, সৰুতে কিমান মাৰপিট কৰিছো, বিশ্ববিদ্যালয়ত একেলগে পঢ়িছো। পাডুৱাৰ বিশ্ববিদ্যালয়ৰ সেই পুৰণি দিনবোৰ মনত নপৰেনে বাৰু? সেই প্ৰকাণ্ড ঘণ্টাটো! —তুমিতো সেইটোৰ শব্দ কোনো দিনেই শুনা নাছিলা! একদম গাহৰী শোৱাদি শুইছিলা তুমি। অ' এবাৰ মাত্ৰ তুমি শুনিছিলা — আৰু শুনি কি হুলস্থুল— তুমি ভাবিছিলা সেয়া জুই নুমুৱাবলৈ যোৱা গাড়ীৰ ঘণ্টা! আহা! কিযে মধুৰ আছিল সেই দিনবোৰ। ভগবানৰ দয়াত তোমাৰ ককাইদেৱেৰা ভালেই আছে। তেওঁ ময়ে কিবা এটা সৰু বিষয় লৈ একেলগে কাম কৰিছোঁ আৰু সেই কামতে ইয়ালৈ আহিছোঁ। পিছে তোমাৰ খবৰ কি? শৱযাত্ৰাত যোগ দিবলৈ ওলোৱা মানুহৰ নিচিনা লাগিছে। বিয়া কৰালা নেকি হে?"

"নাই কৰোৱা।" গিগি মেয়ৰে খঙতে অলপ জোৰেৰে কলে।

"যো-জা কৰিছা নেকি?"

"বলিয়া হৈছা নেকি? চল্লিচ বছৰ পাৰ হল। এতিয়া আৰু সেইবোৰ ভাবিবৰ বয়স নাই।"

"চল্লিচ! মোৰ হিচাপত এতিয়াতো তোমাৰ পঞ্চাচৰেই ওপৰ চাপিছে গিগিয়নি! তোমাৰ স্বভাৱেই আচৰিত—ঘণ্টাৰ আৱাজেই হওক বা বয়সেই হওক, কেতিয়া পাৰ হৈ যায় তুমি গম নোপোৱা। হয়—ঠিকেই,

তোমাৰ পঞ্চাচ বছৰেই হৈছে। মোৰ হিচাপত ভুল হোৱা নাই। সঁচাকৈ — বৰ বেয়া লাগে ব'বা — তোমাৰ জন্ম হৈছিল ১৮৫১ চনৰ এপ্ৰিল মাহত, নহয়নে বাৰু ? ১১ এপ্ৰিলত ?"

"মাফ কৰিবা, এপ্ৰিলত নহয়, মে' মাহত। আৰু ১৮৫১ চনত নহয়, ১৮৫২ চনত।" প্ৰত্যেকটো শব্দকে লাহে লাহে দৃঢ়তাৰে উচ্চাৰণ কৰি মেয়ৰে অলপ বিৰক্তিৰে উত্তৰ দিলে, "মোতকৈ তুমি বেছি জানা নেকি ? ১৮৫২ চনৰ ১২ মে'। সেই হিচাপ মতে আজিৰ তাৰিখলৈ ৪৯ বছৰ আৰু কেইমাহমান।"

"এতিয়াও বিয়া কৰোৱা নাই ? ভালেই কৰিছা। তুমি জানা নহয়— মই বিয়া কৰালোঁ। অ' সেইটোও এটা শোকাবহ ঘটনা। শুনিলে তুমি হাঁহি হাঁহি মৰিবা। বাৰু—এতিয়া পিছে তুমি মোক তুপৰীয়াৰ সাজ খাবলৈ মাতিছা নহয় ? আজিকালি তুমি ক'ত খোৱা হে ? সেই পুৰণি বাৰবা হোটেলতে নেকি ?"

"উস ভগবান !" আচৰিত হৈ গিগি চিঞৰি উঠিল। "তুমি বাৰবাও চিনি পোৱা নেকি ? তুমি বোধকৰোঁ তালৈ গৈছিলা ?"

"মই ? বাৰবালৈ ? মই থাকোঁ পাডুৱাত, বাৰবালৈ যোৱাৰ প্ৰশ্নই নুঠে। তুমি তাত খোৱা বুলি মই শুনিছোঁ। সেই পুৰণি হোটেলখনৰ সকলো কথাই মই শুনিছোঁ।"

"কম খৰচত খাব পৰা হোটেল।" মেয়ৰে উত্তৰ দিলে, "কিন্তু তুমি যদি মোৰ ঘৰত খোৱা, তেতিয়া হলে মোৰ বান্ধনীজনাক জনাব লাগিব।"

"গাভৰু নেকি ?"

"নহয়—বুঢ়ী। আৰু শুনা—মই আজিকালি বাৰবালৈ নাযাওঁ, জানা নে নাজানা ? তিনি বছৰ হ'ল মই তালৈ যোৱা নাই। এটা বয়সত..."

"চল্লিচৰ পাছত..."

"চল্লিচৰ পাছত তুমি জীৱনৰ বাট সন্ধান কৰিব কৰিব লাগিব। একেটা বাটেৰে গৈ থাকিলে কেতিয়াবা কোনোবা গহ্বৰত পৰি যাবা। আৰু যদি যোৱা তেতিয়া হলেও সাৱধান—খুব সাৱধানে লাহে লাহে খোজ কাঢ়িবা,

ইফাল-সিফাল নকৰিবা, নহলে উজুটি খাই পৰি যাবা। এয়া—ঘৰ পালোঁহি। এতিয়া দেখিবা মোৰ অকমানি ঘৰটো মই কিমান ধুনীয়াকৈ ৰাখিছোঁ।”

“লাহে লাহে, সাৱধানে—ঠিকেই কৈছা—তোমাৰ অকমানি ঘৰটো—বৰ ভাল কাম কৰিছা।”—গিগি মেয়ৰৰ বন্ধুজনে চিৰিয়েদি ওপৰলৈ উঠি যাওঁতে কৈ গ'ল,—“তুমি এটা প্ৰকাণ্ড প্ৰাণী, ঘৰটো কৰিছা অকমানি! বেচেৰা—সিইঁতে তোমাৰ কি কৰিলে বাৰু? নেজ কাটিলে নেকি? তোমাৰ কাণ্ড-কাৰখানা দেখি হাহোঁতে মোৰ চকুপানী ওলাব এতিয়া।”

কাম কৰা মানুহজনীয়ে আহি দুৱাৰ খুলি দিয়ালৈ অপেক্ষা কৰি দুয়ো চিৰিৰ ওপৰত থিয় হৈ থাকোঁতে গিগি মেয়ৰে কলে—“এই বয়সত আমি আমাৰ জীৱনযাত্ৰাক পৰিবেশৰ লগত খাপ খুৱাব লাগিব। ক্ষুদ্ৰ বস্তুক তুমি সহজভাৱে গ্ৰহণ কৰিব লাগিব। নহলে ই তোমাক ক্ষুদ্ৰ কৰি পেলাব। এতিয়াই এটা চাৰিফুট দীঘল কবৰত সোমাব খোজা নাই।”

“মানুহক তুমি দুঠেঙীয়া জীৱ হিচাপে বিশ্বাস কৰা নেকি? এইটো কথা তুমি স্বীকাৰ নকৰিবা, গিগিয়ানি। কেতিয়াবা কেতিয়াবা নিজকে দুখন ভৰিৰ ওপৰত থিয় কৰাই ৰাখিবলৈ মই কিমান কষ্ট কৰোঁ! প্ৰকৃতিক যদি আমি নিজৰ গতিত চলিবলৈ দিওঁ তেতিয়া হলে আমি সকলো এদিন চাৰিঠেঙীয়া হৈ যাম। নিজৰ ভাৰসাম্য ৰক্ষা কৰি চলিব পৰাটোয়ে কিমান আৰামদায়ক। এই ভয়ানক সভ্যতাই আমাক ধ্বংস কৰিছে। চাৰিঠেঙীয়া হলে মই বৰ ভাল বনৰীয়া জন্তু হৈ যাম আৰু তুমি যিমানবোৰ বেয়া কথা কৈছা, তাৰ বাবে তোমাক কেইটামান গোৰ মাৰিম। তেতিয়া মোৰ তিৰোতাও নাথাকিব, ধাৰো নাথাকিব আৰু কোনো চিন্তা-ভাবনাও নাথাকিব। মই ভাগৰি পৰিছোঁ।”

আকাশবপৰা সৰি পৰা এই বন্ধুজনৰ আচৰিত ধৰণৰ ধেমেলীয়া কথাবোৰ শুনি গিগি মেয়ৰে তেওঁক লক্ষ্য কৰাৰ লগতে মনে মনে চিন্তা কৰি আছিল পাডুৱাত থকা দিনত কেনেকৈ আৰু কেতিয়া এই মানুহজনৰ লগত তেওঁৰ চিনাকি হৈছিল। সেই কালত নে বিশ্ববিদ্যালয়ত পঢ়া দিনত? তেওঁ সেই সময়ৰ সকলো বন্ধুৰ কথাই বাৰে বাৰে মনত পেলালে, কিন্তু এইজনৰ কোনো স্মৃতি মনলৈ নাহিল। পুৰণি দিনৰ বন্ধু-বৰ্গৰ কাৰো চেহেৰাৰ লগতে এওঁৰ

সাদৃশ্য নাই। এতিয়া পৰিচয় সোধাও টান। কাৰণ প্ৰথম দেখা-দেখি হওঁতেই মানুহজনে যি অন্তৰংগতা প্ৰকাশ কৰিলে, তাৰ পাছত এতিয়া পৰিচয় সুধিলে তেওঁক অসন্তুষ্ট কৰাহে হ'ব। কিবা বুদ্ধিৰে পৰিচয় ল'বৰ বাবে তেওঁ দৃঢ় সংকল্প হ'ল।

কাম কৰা মানুহজনীয়ে দুৱাৰখন খোলোতেই বহুত পলম কৰিলে, কাৰণ তাই গৃহস্থজন হঠাতে উভতি আহিব বুলি আশা কৰা নাছিল। দ্বিতীয়বাৰ ঘণ্টা বজাওঁতে ভৰি চোঁচোৰাই চোঁচোৰাই তাই ওলালহি।

মেয়ৰে ক'লে, "বাইটি, মই আকৌ আহিলোঁ। এইবাৰ বন্ধুসহ। দুজনৰ খোৱাৰ যোগাৰ কৰা সোনকালে। আৰু শুনা—এই বন্ধুজনৰ লগত ফাকি-ফুকা নচলিব, তুমি সাৱধান হবা। তেওঁৰ নামটোও বৰ অদ্ভুত ধৰণৰ।"

হাঁহি মাৰি বন্ধুজনে যিটো নাম বলে, তাৰ অৰ্থ, "হনুমান চন্দ্ৰ"ৰ নিচিনা। নামটো শুনি হাঁহিবই নে খঙেই কৰিব ঠিক কৰিব নোৱাৰি কাম কৰা মানুহজনী দোধোৰ-মোধোৰত পৰিল। "বাইটি, মোৰ ধুনীয়া নামটো জানিবৰ বাবে ইমান দিনে কোনেও আগ্ৰহ কৰা নাছিল। বেংকৰ ডাইৰেক্টৰ-সকলে মোৰ নামটো শুনিলে মুখ কোঁচায় আৰু টকা ধাৰ দিয়া মানুহবোৰৰ ভৰি কঁপে। অৱশ্যে মোৰ পৰিবাৰৰ ক্ষেত্ৰত কথাটো অলপ বেলেগ। মোৰ নামটো লৈয়েই তেওঁ সন্তুষ্ট। মই তেওঁক মোৰ নামটোহে দিছোঁ—নিজকে দি দিয়া নাই। চয়তানেও স্বীকাৰ কৰিব যে মই অতি ধুনীয়া মানুহ। গিগি, বলা—তোমাৰ ঘৰটোত লাম-লাকটু কি ক'ত আছে, মোক দেখুউৱা। আৰু বাইটি, তুমি যোৱা, এই বলধ দুটাৰ বাবে দানাৰ যোগাৰ কৰাগৈ।"

বুদ্ধিটো অথলে যোৱা দেখি মেয়ৰ অলপ হতাশ হ'ল। তেওঁ আলহীজনক ঘৰটোৰ ধুনীয়াকৈ সজাই-পৰাই ৰখা কোঠা পাঁচটা দেখুৱালে। সকলো প্ৰয়োজন পূৰাব পৰাকৈ আৰু সম্পূৰ্ণৰূপে সন্তুষ্ট হ'ব পৰাকৈ ঘৰটো সজোৱা হৈছে। খোলাৰ ভিতৰত সোমাই থকা শামুকৰ দৰেই এই ঘৰটোৰ ভিতৰত সোমালে তেওঁ বাহিৰা জগতখনৰ লগত সম্পৰ্ক ৰাখিব নোখোজে। এটা সৰু বহা কোঠা, এটা শোৱনী কোঠা, এটা অকমানি পাধোৱা ঘৰ, এটা খোৱা কোঠা আৰু এটা পঢ়া কোঠা।

দুয়ো আহি বহা কোঠাত সোমাল। তাত গিগি মেয়ৰৰ পৰিয়ালৰ

ফটোবোৰ সজোৱা আছে। এই ফটোবোৰ চাই চাই যেতিয়া মানুহজনে গিগিৰ পৰিয়ালৰ বহুতো ভিতৰুৱা ঘৰুৱা কথা আলোচনা কৰিবলৈ ধৰিলে, তেতিয়া গিগি অতি আচৰিত হ'ল।

"গিগিয়নি, মোৰ যদি তোমাৰ নিচিনা এজন ভনীজোৱাঁই থাকিলহেঁতেন! তুমি নাজানা, মোৰ ভনীজোৱাঁইটো কিমান বদমাচ।"

"তেওঁ তোমাৰ ভনীয়েৰাক বেয়া ব্যৱহাৰ কৰে নেকি?"

"নহয়, সি মোকহে বেয়া ব্যৱহাৰ কৰে। এনেকুৱা প্ৰয়োজনত সি মোক কিমান সহায় কৰিব পাৰে! কিন্তু নাই, সেইবোৰ কামলৈ কেতিয়াও আগ নাবাঢ়ে।"

"ৰ'বা"—মেয়ৰে কলে, "তোমাৰ ভনীজোৱাঁইৰ নামটো কি আছিল হে? মই পাহৰি গৈছো।"

"বাদ দিয়া, তাৰ নামটো তুমি মনত ৰাখিব নালাগে। তাক তুমি চিনি নোপোৱা। মাত্ৰ ছবছৰমান হে সি পাডুৱাত আছিল। সি মোৰ কি কৰিলে জানানে? তোমাৰ ককাইদেৱেৰাই মৰম কৰি মোক সকলো ধৰণে সহায় কৰিবলৈ মান্তি হ'ল, কিন্তু মোৰ বদমাচ ভনীজোৱাঁয়ে কি কৰিলে? বিলত চহী কৰিবলৈ মান্তি নহল। সঁচা কথা কবলৈ গলে তোমাৰ ককাইদেৱেৰ এই ক্ষেত্ৰত এজন বাহিৰা মানুহ, কিন্তু তেওঁ কৰিলে কি—সকলো শুনি বৰ বেয়া পালে আৰু গোটেই কামটোৰ দায়িত্ব নিজৰ হাতত ললে। এতিয়া আমাৰ কামটো প্ৰায় সম্পূৰ্ণ হৈছে। মোৰ ভনীজোৱাঁয়ে বিলত চহী কৰিবলৈ আপত্তি কৰাৰ কাৰণটো কি জানানে নাজানা? তুমি কেতিয়াও ভুই কৰিব নোৱাৰা যে মই বেছ ধুনীয়া মানুহ। এতিয়াও বহুত ছোৱালী মোৰ প্ৰেমত পৰিব খোজে। মোৰ ভনীজোৱাঁইৰ এজনী ভনীয়েক আছে। তাই মোৰ প্ৰেমত পৰিল। তাইৰ পছন্দ ভালেই আছিল, পিছে বুদ্ধিবৃত্তি নাই। ভাবি চোৱা—পাছত তাই বিষ খালে।"

"মৰিল?" মেয়ৰে উচপ খাই প্ৰশ্ন কৰিলে।

"নাই মৰা। বামি কৰোঁতে বিষ ওলাই গ'ল, পাছত ভাল হ'ল। তুমিয়েই ভাবি চোৱা—সেই দুৰ্ঘটনাৰ পাছত ভনীজোৱাঁইৰ ঘৰত ভৰি দিয়াটো মোৰ পক্ষে অসম্ভৱ হৈ পৰিল। ভগৱান, এতিয়া আমি কিবা

খাবলৈ পাম নে নাপাম ? ভোকত মই তত নোপোৱা হৈছোঁ। বাঘৰ দৰে ভোক লাগিছে।"

খোৱা মেজত বহি বন্ধুজনৰ খোলা মনৰ নানা ধৰণে ধেমালি কৰি কোৱা কথাবোৰ শুনি শুনি গিগি মেয়ৰে মনে মনে চিন্তা কৰিবলৈ ধৰিলে। লাহে লাহে গিগিয়ে পাডুৱাৰ নানা খবৰ আৰু ইজন-সিজনকৈ বন্ধুবৰ্গৰ নানা খবৰ সুধি কিবা প্ৰকাৰে বন্ধুজনৰ নিজৰ মুখেৰে নামটো ওলায় নেকি তাৰ বাবে নানা ধৰণে চেষ্টা চলাবলৈ ধৰিলে। সেই সময়ত এই চিন্তাত তেওঁৰ শিৰা-উপশিৰাবোৰ কঠিন হৈ পৰিছিল। সেই ভীষণ অৱস্থাৰপৰা মুক্ত হবৰ বাবে তেওঁ নামটো জানিব নোৱাৰিলেও অন্ততঃ আলোচনাৰ বিষয় পৰিবৰ্তন কৰাৰে চেষ্টা চলালে।

"বাৰু ৰ'বা, মোক এটা খবৰ দিয়াচোন—ইটালিত যে ভালভাৱে নামৰ বেংক ডাইৰেক্টৰ এজন আছিল—যিগৰাকীয়েকজনী বেছ ধুনীয়া আছিল—আৰু মোৰ মনত পৰিছে—তেওঁৰ হাতীৰ নিচিনা শকত কেৰী ভনীয়েক এজনী আছিল। সিহঁত এতিয়াও পাডুৱাতে আছে নে কি ?"

প্ৰশ্ন শুনি বন্ধুজন অট্টহাস্য কৰি উঠিল।

"কি হ'ল," মেয়ৰে আচৰিত হৈ সুধিলে, "কেৰী নাছিল নেকি ?"

"ভগবানৰ দোহাই, এক মিনিট ৰ'বা।" হাঁহি হাঁহি বাগৰি পৰা বন্ধুজনে তেতিয়াও উশাহ সলাব নোৱাৰি গিগিক কোনো ৰকমে ক'লে, "কেৰী ? কেৰী হয়, আৰু অকল কেৰী কিয় ? নাকটো ইমান ডাঙৰ যে সেই ফুটাৰে তুমি তালুলৈকে দেখিবা। সেইজনীয়েই তিৰোতা।"

"কি তিৰোতা ?"

"মোৰ পৰিবাৰ "

উত্তৰ শুনি গিগি মেয়ৰ বজ্ৰপৰা মানুহৰ দৰে স্তব্ধ হৈ গ'ল। কোনো ৰকমে ধৈৰ্য ধৰি মুখৰ ভিতৰতে অস্ফুটভাৱে কিবা অলপ বিৰবিৰালে, বোধকৰোঁ ক্ষমা খুজিলে' কিন্তু ইজন আগতকৈয়ো অধিক জোৰেৰে একেৰাহে হাঁহিয়েই থাকিল। অৱশেষত তেওঁ হাঁহি দমাই অলপ সময় চেলাউৰিবোৰ কোচাই ৰ'ল, তাৰ পাছত এটা দীঘল উশাহ টানিলে।

"বন্ধু", তেওঁ ক'লে, "মানুহৰ ব্যক্তিগত জীৱনত এনেকুৱা কিছুমান

বীৰত্বৰ কাহিনী থাকে যাক কবিৰ কল্পনায়ো চুকি নাপায়।"

"সঁচা", মেয়ৰে হুমুনিয়াহ পেলাই ক'লে, "তুমি ঠিকেই কৈছা। তোমাৰ কথাৰ অৰ্থ মই বুজিছোঁ।"

এই মন্তব্যৰ বিৰোধিতা কৰি ইজনে তৎক্ষণাত ক'লে, "তুমি মুঠেই বুজা নাই। তুমি ভাবিছা নেকি যে মই নিজকে বীৰ বুলি কৈছোঁ? প্ৰকৃততে মই ভুক্তভোগীহে। বীৰত্ব আছিল মোৰ পৰিবাৰৰ বৌয়েক অৰ্থাৎ লুছিঅ' ভালভাৰডেৰ পৰিবাৰৰহে। ভগবান, মোৰ কথাখিনি আগতে শুনি লোৱা। কিমান বুৰ্বক তেতিয়া বুজিবা।"

"কোন? মই নেকি?"

"নহয় নহয়—মই। মোক প্ৰতাৰণা কৰিবৰ বাবে ভালভাৰডেৰ পৰিবাৰে এখন জাল পাতিলে। তেওঁ মোৰ প্ৰেমত পৰিল আৰু এনে ভাব দেখুৱালে যেন মোৰ লগত বিয়া হবলৈকো সাজু। তাৰ পাছত কি হ'ল শুনা—ভালভাৰডেই একদম নিৰ্বিকাৰ হৈ দেখুৱালে, যেন ত্যাগৰহে প্ৰতিমূৰ্তি। এদিন সদায় যোৱাৰ দৰে কামলৈ ওলাই গ'ল, অৱশ্যে ঘৈণীয়েকৰ লগত গোপন আলোচনা কৰি। ঘৈণীয়েকে মোক ভিতৰলৈ মাতি নিলে। সেই সময়তে হঠাতে গিৰিয়েক ওলালহি আৰু ঘৈণীয়েকেও অতিপাত ভয় খোৱা যেন দেখুৱাই মোক কেৰী নন্দেকজনীৰ কোঠাত লুকুৱাই থলে। নন্দেকজনীয়েও এনেকুৱা ভাব দেখুৱালে যেন ককায়েকৰ শান্তি আৰু সন্মান ৰক্ষাৰ বাবে তেওঁ নিজৰ সতীত্ব বিপন্ন কৰিবলৈকো সাজু আছে। মই চিঞৰি ক'ব খুজিছিলোঁ—শুনক, আপুনি ভয় কৰিব লগীয়া একো নাই। মই এইখন ঘৰত সোমাই একো বেয়া কামত লিপ্ত হোৱা নাই। লুছিঅ'ই সন্দেহ কৰিব লগীয়া একো হোৱা নাই। মই কথা শেষ কৰিবলৈ নাপাওঁতেই লুছিঅ' খঙত জ্বলি-পকি কোঠাটোলৈ সোমাই আহিল আৰু তাৰ পাছত কি হ'ল তুমি নিশ্চয় বুজিবই পাৰিছা।"

"কি"—গিগি মেয়ৰ চিঞৰি উঠিল, "ইমান বুদ্ধি থাকোঁতেও তুমি এই অৱস্থাৰ বলি হবলগীয়া হ'লা?"

"মোৰ ঋণৰ চৰ্ত্ত," বন্ধুজন গুজৰি উঠিল, "মই ঋণ পৰিশোধ কৰিব পৰা নাছিলোঁ। ভালভাৰডেৰ ঘৈণীয়েকৰ অনুৰোধত তেওঁ টকা পৰিশোধৰ

সময় বঢ়াই দিছিল। অৱশ্যে ইয়াৰ ভিতৰত চাতুৰি আছিল। ভালভাৱেই সময় বঢ়াই দিবলৈ আপত্তি কৰা হলে মই সম্পূৰ্ণ ধ্বংস পালোহেঁতেন। সেইটোৱেই আছিল বুদ্ধি। অনুগ্ৰহ কৰি এই বিষয়ে আৰু একো আলোচনা নকৰিবা। প্ৰকৃত কথা হ'ল মোৰ হাতত এটা পইচাও নাছিল আৰু ক'ৰবাৰপৰা অৰ্জন কৰাৰো কোনো সম্ভাৱনা নাছিল। তেওঁলোকে বুজিছিল যে মই তাইক কেতিয়াও বিয়া কৰাবলৈ ইচ্ছা নকৰোঁ। গতিকে ঋণ দিলে...।"

"কি?" কথাৰ মাজতে বাধা দি গিগি মেয়ৰ চিঞৰি উঠিল, "তুমি তাইক বিয়া কৰালা?"

"নহয়, বিশ্বাস কৰা—মই তাইক বিয়া কৰোৱা নাই, তাইহে মোক বিয়া কৰাইছে। মুঠ কথা হ'ল—তাই বিবাহিতা নাম পালে। মই তাইক আগতেই খোলাখুলিকৈ কৈছোঁ, তুমি মোৰ নামটো বিচাৰিছা, লোৱা। এই নামটোৰে তাই কি কৰিব মই নাজানো। সঁচা কথা ইমানেই।"

"অ'!" মেয়ৰে এইবাৰ পুনৰাই সাহসেৰে প্ৰশ্ন কৰিলে, "কথা তেনেহলে সেইটোহে। আগতে আছিল ভালভাৱে আৰু এতিয়া—!"

"ওঁ—সেয়াই।" ইজনে হাঁহিলে। তেওঁ মেজৰপৰা উঠিল।

"নহয় শুনা", গিগি মেয়ৰৰ বাবে আৰু বেছি সময় ধৈৰ্য্য ধৰা অসম্ভৱ হৈ পৰিল। সকলো শক্তি গোটাই লৈ তেওঁ চিঞৰি কলে, "তোমাৰ লগত বাতিপুৱাৰ সময়খিনি মই ধুনীয়াকৈ কটালোঁ। নিজৰ ভাইৰ দৰে তোমাৰ লগত মই ব্যৱহাৰ কৰিছোঁ। এতিয়া তোমাৰপৰা মই অলপ দয়া বিচাৰিছোঁ।"

"মোৰ পৰিবাৰক ধাৰলৈ বিচাৰিছা নে কি?"

"ধন্যবাদ, সেইটো বিচৰা নাই। তোমাৰ নাম কি মোক কোৱা।"

"মই? মোৰ নাম?" হাতৰ আঙুলিৰে বুকুত টোকৰ মাৰি মাৰি, গিগিৰ প্ৰশ্নটোত যেন নিজৰ অস্তিত্বৰ ওপৰতে সন্দিহান হৈ পৰিছে, তেনে ভাৱত তেওঁ আচৰিত হৈ সুধিলে, 'তুমি কি কৈছা হে? মোৰ নাম নাজানা? মোৰ নাম মনত নাই?"

"নাই"—লজ্জিত হৈ গিগি মেয়ৰে স্বীকাৰ কৰিলে। "মোক ক্ষমা কৰা,

আৰু মোক পৃথিৱীৰ ভিতৰত আটাইতকৈ বেছি কথা পাহৰা মানুহ বুলি কোৱা। কিন্তু মই শপত খাই কৈছোঁ—মই তোমাক আগতে কেতিয়াও দেখা নাই ”

“হয় নে কি? বৰ ভাল কথা, বৰ ভাল কথা।” ইজনে উত্তৰ দিলে, “গিগিয়নি, তোমাৰ হাতখন ইয়াত থোৱা। তোমাৰ সংগ আৰু ছুপৰীয়াৰ ভাতসাজৰ বাবে তোমাক মই অন্তৰেৰে ধন্যবাদ দিছোঁ—মোৰ নামটো তোমাক নকওঁ। এতিয়া বিদায়।”

জাপ মাৰি থিয় হৈ গিগিয়নিয়ে চিঞৰি কলে, “ক'বই লাগিব। গোটেই পুৱাটো তোমাৰ নামটো মনত পেলাবলৈ চেষ্টা কৰি মই মগজ গৰম কৰিছোঁ। নকলে মই তোমাক যাবলৈ নিদিওঁ।”

“কি কৰিবা? হত্যা কৰিবা নে কি?”—বন্ধুজনে শান্ত নিৰুদ্বেগ সুৰত কলে, “মোক টুকুৰা টুকুৰ কৰি কাটা, তথাপি মই নকওঁ।”

কথাৰ সুৰ বদলাই মেয়ৰে কলে, “ৰবা বন্ধু, শুনাচোন। মোৰ কেতিয়াও এনেকুৱা অভিজ্ঞতা হোৱা নাই। মই কেতিয়াও এনে ভাৱে স্মৃতিভ্ৰষ্ট হোৱা নাই, এইটো তুমি জানাই। এতিয়া তোমাক সঁচা কথা কওঁ—মোৰ আজিৰ এই অৱস্থা অতি যন্ত্ৰণাদায়ক, তোমাৰ কাৰণে মই বৰ অশান্তি ভুগিছো। অনুৰোধ কৰিছোঁ—তোমাৰ নামটো কোৱাচোন।”

“যোৱা, নিজেই জানি লোৱাগৈ।”

“শুনা, মই যদিও তোমাৰ নাম পাহৰিছোঁ, তথাপি মই তোমাক মোৰ খোৱা মেজলৈ নিমন্ত্ৰণ কৰিবলৈ পিছ হোঁহকা নাই। আৰু সঁচা কথা কবলৈ গলে, যদি তোমাক মই আগৰ পৰা চিনি নাপালেঁও হৈছেন, তথাপি বিশ্বাস কৰা, তোমাক মোৰ বৰ ভাল লাগিছে, বৰ আপোন যেন লাগিছে। এতিয়া মোক নামটো কোৱা।”

আনজনে স্পষ্টভাৱে কলে, “নাক ক'ব নালাগে। তুমি মোৰ বন্ধুত্বক কেতিয়াও মনত ৰখা নাই। মোৰ কথাটো বুজিবলৈ চেষ্টা কৰা। তোমাৰ আলহীজন কোন আছিল, এই কথাটো তোমাক বুজিবলৈ নিদি মই যি অভাৱনীয় আনন্দ উপভোগ কৰিবলৈ ওলাইছোঁ, তাৰপৰা তুমি মোক বঞ্চিত কৰিব খোজা নে কি? শুনা—তুমি যি বিচাৰিছা সেয়া নহব। মই দেখিছোঁ মোৰ

কথা তোমাৰ একেবাৰে মনত নাই। তুমি মোক একেবাৰে পাহৰি গৈছা। এই কথাত মই কষ্ট পোৱাটো তুমি যদি নিবিচাৰা, তেনেহলে মোক যাবলৈ দিয়া।"

গিগি মেয়ৰেও লগে লগে উত্তৰ দিলে, "তেনেহলে এতিয়াই গুচি যোৱা। মই আৰু তোমাৰ মুখ চাব নোখোজোঁ। ইয়াত থিয় হৈ নাথাকিবা।"

"ঠিক আছে, মই যাওঁ, কিন্তু প্ৰথমতে মোক চুমা এটা দিয়া গিগি—কাইলৈ ইয়াৰ পৰা যামগৈ।"

"নিদিওঁ।" গিগিয় গোৰ গোৰাই উঠিল— "আগতে নামটো কোৱা।"

"নাই নাই, হ'ব বাৰু, যাওঁ দেই।" ইজনে তভাতৈয়াকৈ কলে।

হাঁহি হাঁহি ওলাই যোৱা আলহীজনে চিৰিৰ মূৰত থিয় হৈ উভতি চাই গিগিলৈ চুমা এটা দলিয়াই দিলে।

———

# হৰিণা আৰু এটি ল'ৰা

## [ THE MOOSE AND RUSTY JONES ]

### —চাৰ ছাৰ্লচ জৰ্জ ডুগলাচ ৰবাৰ্টচ

[ চাৰ ছাৰ্লচ জৰ্জ ডুগলাচ ৰবাৰ্টচৰ জন্ম হয় কানাডাৰ নিউ ব্ৰান্স উইকত ১৮৬০ চনত আৰু তাতেই তেওঁ বিশ্ববিদ্যালয়ৰ শিক্ষা লাভ কৰে। পাছত তেওঁ স্কুলৰ শিক্ষক আৰু বিশ্ববিদ্যালয়ৰ প্ৰবক্তা ৰূপে লণ্ডনলৈ যায়। কানাডাৰ বন্য প্ৰাণীক ভিত্তি কৰি লিখা চুটি গল্প সমূহৰ বাবে তেওঁ বিশেষভাৱে খ্যাত। বৰ্ত্তমানৰ গল্পটোৱে তেওঁৰ ৰচনা ৰীতিৰ স্বাক্ষৰ বহন কৰিছে। ]

আটাইতকৈ বয়োবৃদ্ধ অধিবাসীজনেও তেওঁৰ স্মৰণ কালত এনেকুৱা ভয়ানক শীত কাল পোৱা নাছিল। অট্টাম্নচিচ আৰু কোৱাডাভিক নৈৰ দাঁতি-কাষৰীয়া গোটেই অঞ্চলটো ডাঠ বৰফৰ তলত পোত গৈছে। লোকে কয়, আগতে কেতিয়াও এই অঞ্চলত জাৰৰ প্ৰকোপ ইমান তীব্ৰ হোৱা নাছিল। বৰফৰ ধুমুহাই একেৰাহে কোবাই থকাৰ ফলত খেতি-পথাৰ আৰু গছ-গছনি সম্পূৰ্ণ ৰূপে বৰফে ঢাকি পেলাইছে। দূৰে দূৰে থকা অকলশৰীয়া সৰু সৰু ঘৰবোৰো বৰফত পোত গৈ সমান হৈ পৰিছে। শীতকালৰ মাজভাগ পাৰ নৌ হওঁতেই পাহলীয়াকৈ বাস কৰা ইয়াৰ অধিবাসীবোৰে যাতায়তৰ বাবে ৰাস্তা মুকলি কৰি ৰখাৰ সকলো চেষ্টা বাদ দিছে। এই লোকসকলে অলৈ-তলৈ যোৱাৰ প্ৰয়োজনত বৰফত পিন্ধা জোতা ব্যৱহাৰ কৰিবলৈ লৈছে। কোনো কোনো ঠাইত মাটিৰ ওপৰৰ সাত, আঠ, ন—আনকি দহফুট ডাঠ বৰফৰ ওপৰেদিও তেওঁলোকে যাতায়ত কৰিবলগীয়া হৈছে। সৰু সৰু গছবোৰ বৰফত সম্পূৰ্ণভাৱে পোত গৈছে। স্প্ৰুচ, ফাৰ আদি ওখ গছবোৰ বৰফৰ স্তম্ভ যেন দেখা গৈছে। কেতিয়াবা বতাহৰ কোবত এই গছবোৰৰ ওপৰত

গধূৰ হৈ ওলমি থকা বৰফৰ বোজাটো সৰি পৰিলে চকুৰে মণিব পৰালৈকে ঢাক খাই থকা বগা বৰফৰ পটভূমিত সেই গছবোৰ ক'লা হৈ জিলিকি উঠে।

হাবিৰ বনৰীয়া জন্তুবোৰৰ বাবে এয়া দুখৰ এক দীঘলীয়া সময়। অৱশ্যে যিবোৰে মাটিৰ তলত গাঁত খান্দি থাকে, সিহঁতে এই সময়খিনি টোপনিতে কটাই দিয়াৰ বাবে শীতৰ কঠোৰ কামোৰৰ কষ্ট নেপায়। শীতৰ ভুক্তভোগীহঁতৰ ভিতৰত ঘাইকৈ আছে শিঙাল হৰিণবোৰ। এই জন্তুবিধ শকত-আৱত, ডাঙৰ। জাৰৰ দিনকেইটা আশ্ৰয়ৰ বাবে সিহঁতে গছ-গছনি থকা হাবিতলীয়া ঠাই বিচাৰি লয়। সৰু লুংলুঙীয়া বাটেদি সিহঁতে বাৰ্চ, পপলাৰ, মেপল আদি গছৰ সৰু পুলিৰ জোপোহাবোৰলৈ আহে—এইবোৰ গছৰ কোমল পাত সিহঁতৰ খাদ্য। এইবাৰ এনে বৰফ পৰাৰ ফলত সিহঁতৰ ওলোৱা-সোমোৱা ৰাস্তা বন্ধ হৈ গ'ল। শীতৰ দিনবোৰ আগবাঢ়ি যোৱাৰ লগে লগে সিহঁতে খাব পৰা সকলো ডাল-পাত খাই শেষ কৰি শেষত ওচৰ-চুবুৰীয়া ঠাইৰ গছৰ টান বাকলিবোৰো খাই অন্ত কৰিলে। এইবোৰো শেষ হোৱাৰ পাছত ডাঠ বৰফৰ ওপৰেদি অতি কষ্টেৰে অহা-যোৱা কৰি সিহঁতে কিঞ্চিত পৰিমানৰ খাদ্যহে সংগ্ৰহ কৰিব পাৰিলে। বৰফৰ মাজত বন্দী হৈ পৰা হৰিণা পহুৰ দুই-এটা পৰিয়ালে কোনো ৰকমে অলপীয়া খাদ্য সংগ্ৰহ কৰি নিজকে জীয়াই ৰাখিলে। কিন্তু যিবোৰ অলপ অসুবিধাজনক ঠাইত বন্দী হ'ল, সেইবোৰ লাহে লাহে খাবলৈ নাপাই মৰিল।

এইদৰেই সেইবাৰৰ শীত কালটো মন্থৰ গতিৰে অহা বসন্তৰ পিনে লাহে লাহে আগুৱাই গৈ থাকিল।

স্মিথৰ দোকানখনৰ বাহিৰত ব্ৰাইনচ কৰ্ণাৰ—তাতে স্থানীয় অধিবাসী সকলৰ বাবে এটা ডাকঘৰ। তালৈ আহিল বঙা চুলীয়া জোন্‌চ—তাৰ মুৰৰ ঠিয় ঠিয় জপৰা চুলিবোৰৰ বং লোহাত ধৰা মামৰৰ দৰে বঙা বাবে তাক "ৰাষ্টি" জোন্‌চ বুলি মাতে। চকাৰে টনা গাড়ীখনৰ ওপৰত সি কেইটামান টোপোলা, ওটৰ মোনা এটা, গুৰেৰে ভৰ্ত্তি কৰি শিলৰ পাত্ৰ এটা, কেৰাচিনৰ টিং এটা অতি যত্নেৰে বান্ধি ল'লে। কামখিনি কৰি উঠি সি সন্তোষেৰে চালে, তাৰ পিচত ঘৰত তৈয়াৰী নীল বৰণীয়া

হাত মোজাযোৰ পিন্ধি ল'লে। কোমল চাম্ৰাৰে মেৰিওৱা ভৰি দুখন বৰফত পিন্ধা জোতা যোৰত হৰিণা পহুৰ ছালৰ ফিতাৰ মাজেদি সুমুৱাই দিলে, তাৰ পাছত দোকানত বহি থকা মানুহকেইজনলৈ হাত জোকাৰি বিদায় সম্ভাষণ জনাই বৰফত পোত যোৱা বাটেদি চাৰি মাইল দূৰৰ সিহঁতৰ পামখনলৈ বুলি যাত্ৰা আৰম্ভ কৰিলে। আজি তাৰ পলম হ'ল— সূৰ্য্য প্ৰায় অস্ত যোৱাৰ সময়, সি ভবাতকৈ প্ৰায় এঘণ্টা পলম হ'ল। মেইল আহি পোৱালৈ সি অপেক্ষা কৰিবলগীয়া হ'ল, কাৰণ সাপ্তাহিক কাগজখন (যোৱা সংখ্যাৰ) লগতে লৈ যাব খুজিলে—তাত এটা গল্প ওলাই আছে। ঘৰত কৰিবলগীয়া তাৰ কামবোৰৰ কথা মনত পৰিল। সান্ধ্য আহাৰ শেষ কৰি কাগজখন পঢ়াৰ আগতে সি টেবুলখন আৰু বাচনবোৰ চাফা কৰিব লাগিব।

আধা মাইলমান যোৱাৰ পাছত হঠাতে এটা নতুন কথা তাৰ মনত খেলালে। সি যদি ৰাস্তা এৰি বাওঁহাতৰ পথাৰৰ মাজেদি যায়, তেতিয়া হলে প্ৰায় এমাইল বাট কম হ'ব। গৰমৰ সময়ত সাধাৰণ নতৰত এইদৰে ৰাস্তা চমুৱালে তাৰ একো লাভ নহয়, কাৰণ এই পথৰুৱা বাটডোখৰ পিতনি, গাঁত আৰু ডাঠ হাবিৰে ভৰা। সেইবাবে সহজে সেই ঠাইডোখৰ পাৰ হোৱাটো সম্ভৱ নহয়। কিন্তু এই সময়ত পিতনিডোখৰৰ মাজেদি সি ৰাস্তাইদি যোৱাৰ দৰেই সহজে যাব পাৰিব। এই কথাটো আগতে মনত নেথকা বাবে তাৰ নিজকে বুৰ্বক যেন লাগিল। বোজাই কৰা গাড়ীখন সহজ ভাৱে টানি টানি সি বেগাই খাবিৰ মাজেদি আগবাঢ়িল। যদিও সি সৰু ল'ৰা, তথাপি অৰণ্যৰ জগত তাৰ নিবিড় পৰিচয় আছে। সি জানিছিল অৰণ্যবাসীৰ স্বাভাৱিক দিশ নিৰ্ণয় বোধেৰে সি তাৰ লক্ষ্য স্থান নিৰ্ভুলভাৱেই পাবগৈ।

নিস্তব্ধভাৱে থিয় হৈ থকা স্প্ৰুচ, হেমলক গছৰ মাজেদি সি গৈ থাকিল। মাজে মাজে ওখ বাৰ্চ গছৰ ঘন জোপোহাবোৰ সি অতিক্ৰম কৰিলে। অ'ত ত'ত ওখ হৈ উঠা বৰফৰ টিঙনাবোৰ সি অতি সাৱধানে পাৰ হ'ল। কাৰণ তাৰ অভিজ্ঞ দৃষ্টিয়ে কৈছিল সেইবোৰ একোটা ফান্দহে। জোনচ এইদৰে আগবাঢ়ি গৈ গৈ দেউতাকৰ অৰুণৰীয়া সৰু পামখন

পাবলৈ মাত্র আধা মাইল মানহে থাকিলগৈ। তাৰ পাছত ঠাণ্ডা আৰু ধোৱাঁ বৰণীয়া পোহৰত সি বৰফৰ মাজৰ দ ঠাই এডোখৰলৈ জুপ চালে। ডাল-পাত মেলা হেমলক এজোপাই ঠাইখিনি আবৰি ৰাখিছিল। সেই দ ঠাইখিনিত সি দেখা পালে—থেপাথেপিকৈ বৈ আছে কেইটামান ডাঙৰ ডাঙৰ শিঙৰ হৰিণা। সেই ঠাইখনৰ কেইমাইলমানৰ ভিতৰত হৰিণা থাকিব পাৰে বুলি সি কল্পনাও কৰা নাছিল। উপত্যকাখনৰ হাবিৰ মাজত হৰিণাৰ এই পৰিয়ালটোৱে শীতৰ প্ৰকোপৰ বাবে আশ্ৰয় লৈছিল।

হৰিণা কেইটা সোমাই থকা অন্ধকাৰ ঠাইখিনিলৈ জুমি চাই সি দেখিলে এটা মুগা-ধোৱাঁ বৰণীয়া প্ৰকাণ্ড মতা হৰিণ, এজনী মাইকী হৰিণা আৰু দুটা প্ৰায় এবছৰীয় পোৱালী আটাইকেইটা শুই আছিল। এটা পোৱালী ভৰি কেইটা অদ্ভুৎ ধৰণে মেলি পৰি আছিল। জোনচে বুজিলে পোৱালীটো মৰি ঠাণ্ডা গোট মাৰি গৈছে। বাকী কেইটাই করুণ হতাশ চাৱনিৰে তালৈ চাই আছিল। মতা হৰিণটো হঠাতে থৰক-বৰককৈ থিয় হ'ল—তাৰ ভংগী ক্রোধপূর্ণ। সি যেন সিহঁতৰ আটাইতকৈ ডাঙৰ শত্রু-মানুহৰ হাতৰপৰা তাৰ আশ্রয়ত থকা প্রাণী কেইটাক শেষ মুহূর্তলৈকে নিৰাপত্তা দিবলৈ প্রস্তুত। জোনচে দেখিলে হৰিণটোৰ অৱস্থা বৰ দুখ লগা, সি বেয়াকৈ শুকাই-খীণাই গৈছে, তাৰ গাৰ ছালবোৰ সোতোৰা-মুতুৰি হৈ ওলমি পৰিছে। জোনচৰ ধোৱাঁ বৰণীয়া চকু দুটা সহানুভূতিত চলচলীয়া হৈ উঠিল। নিজৰ মনতে সি কলে—"খাবলৈ নোপোৱা বেচেৰাহঁত, অনাহাৰতে সিহঁত শুকাই-খীণাই গৈছে।"

হাতত মুঠি মাৰি ধৰি থকা গাড়ীৰ ৰচিডাল মাটিত পেলাই সি দৌৰি ওখ এটা ঠাইখিনিলৈ উঠি গ'ল। এশ গজমান আঁতৰত সি বার্চ গছৰ জোপোহা এটা দেখি আহিছে। ঠাইডোখৰ পাই সি কঁকালত ওলোমাই অনা দীঘল নালৰ কটাৰীখনেৰে এবোজা সুগন্ধী গছৰ পাত কাটি ললে—এই বিধ পাত শিঙাল হৰিণাৰ প্রিয় খাদ্য।

পাতৰ বোজাটো পশুকেইটাৰ আগত পেলাই দিয়াৰ লগে লগে মতা হৰিণটো নাকেৰে ঘোট ঘোটাই উঠিল। মাইকীজনী আৰু পোৱালীটোও নতুন জীৱন পোৱাৰ দৰে থিয় হ'ল আৰু তিনিওটাই মোকোৰা-

মোকোৰকৈ খাবলৈ ধৰিলে। জোন্‌চে আৰু এবোজা পাত আনিবলৈ দৌৰ দিলে। ইয়াৰ পাছত যাবলৈ ওলাই ফোপাই ফোপাই সি গাড়ীখনৰ ৰচিডাল হাতত তুলি ল'লে আৰু কলে—"আজি ৰাতিৰ বাবে এইখিনিৰে তহঁতৰ হৈ যাব। কাইলৈ পুৰা মই ভাল শুকান ঘাঁহ অলপ লৈ আহিম।"

ল'ৰাটো ঘৰ পাওঁতে বহুত পলম হ'ল। সি মাক-বাপেকক গোটেই ঘটনাটো কলে। তেওঁলোকে তাৰ পলম হোৱাৰ কাৰণটো জানি যথেষ্ট সহানুভূতি দেখুৱালে যদিও পিচ দিনা পশু কেইটাৰ বাবে শুকান ঘাঁহ দিবলৈ আপত্তি কৰিলে। মাকে জোৰ দি কলে—"বোপাই, পোহনীয়া জীৱ কেইটাক আৰৰ দিনকেইটা পালিব পৰাকৈ ঘাঁহ দোখোন আমাৰে নাই। দেউতাৰে হয়তো অলপ খেৰকে দিব পাৰে। সিহঁতৰ কাৰণে সেয়ে হ'ব।"

বিশাল দেহাৰে অৰণ্যত আজীৱন কটোৱা বৰ্‌ জন্‌চ—স্থানীয় লোকে তেওঁক সেইবাবে 'ৰঙা বৰ্‌' বুলি মাতে। কথা শুনি তেওঁ খোলা হাঁহি এটা মাৰিলে। লগতে কলে—

'বুজিছনে জোন্‌চ, তই সিহঁতৰ কাৰণে বাৰ্চ আৰু পপ্‌লাৰ গছৰ ডালকে কাটি দিবি। সেইবোৰ খাবলৈহে সিহঁতে ভাল পায়। পিছে এটা কথা—ভোকত শুকাই থকা হাবিৰ জন্তুবোৰক তই যদি গোটেই শীত কালটো খুৱাব খুজিছ, তেতিয়া হলে তোৰ বহুত কাম বাদ দিব লাগিব।"

জোন্‌চে তাৰ ভাগৰ গৰম গৰম পিঠাৰ দ'মটোৰ ওপৰত এসোপামান গুড় জাপি লৈ উৎসাহেৰে কলে—"ঠিক কথা, তোমালোকে চিন্তা নকৰিবা। পুৱা মই সিহঁতক এবোজা খেৰ দিম আৰু পাছত সিহঁতৰ বাবে কিছুমান ডাল কাটিম। মই সিহঁতৰ পূৰা যত্ন ল'ম। শুকাই থকা সেই জন্তু কেইটাৰ দুখ লগা অৱস্থাটো দেখা হলে মোৰ দৰে তোমালোকৰো বেয়া লাগিলহেঁতেন। এৰা, শুকান ঘাঁহৰ বিষয়ে তোমালোকে ঠিকেই কৈছা — আমাৰ নিজৰ জন্তু কেইটাৰ বাবেই যথেষ্ট নাই।"

পাছৰ সপ্তাহ কেইটা জোন্‌চ এদিন বাদে এদিন নিয়মীয়াকৈ হেমলক গছৰ তলৰ দ ঠাইডোখৰলৈ যায়। তাৰ হাতত থাকে কুঠাৰ আৰু চকাৰে টনা গাড়ীখন—সেই গাড়ীত থাকে শান্ত-শিষ্ট খাদ্য প্ৰাৰ্থী কেইটিৰ বাবে দুদিন জোৰাকৈ সিহঁতৰ প্ৰিয় গছৰ কোমল ডাল আৰু পাত। সি

দেখিলে এই জন্তু কেইটাই সি ঘৰৰ পৰা নিয়া ভাল খেৰ আৰু ঘাঁহ বোৰতকৈ হাবিৰ যি কোনো গছৰ ডাল-পাত বোৰহে খাবলৈ বেছি ভাল পায়। এই কথাটো সি কেইদিন মান সিহঁতক লৈ পৰীক্ষাও চলালে। সি তৃতীয় দিনা সিহঁতৰ ওচৰলৈ যোৱাৰ পাচত মতা হৰিণটো আৰু এবছৰীয়া পোৱালীটো তাৰ ইমান বশ হৈ পৰিল যে তাক ওচৰ চপা দেখিলেই সিহঁতে দীঘলীয়া মুখ কেইখনেৰে তাৰ হাতৰপৰা পাতবোৰ টানি লৈ যায়। মাইকী হৰিণাজনী কিন্তু ঈৰ্ষাপৰায়ণ আৰু সন্দেহী মনৰ হোৱা বাবে সহজে ল'ৰাটোৰ ওচৰলৈ নাহে। পাছত তাই অৱশ্যে ইমান পোহ মানিলে যে তাইহে ই কেই-টাতকৈ আগতে তাৰ ওচৰলৈ অহা হ'ল আৰু আন ছুটাক ঠেলি আগবাঢ়ি গৈ তাৰ হাতৰপৰা তাইৰ প্ৰাপ্য ভাগতকৈও বেছিখিনি নিবলৈ চেষ্টা কৰিবলৈ ধৰিলে। জোন্‌চে বন্য প্ৰাণীৰ গল্পবোৰ সদায় আগ্ৰহেৰে পঢ়িছিল আৰু সিহঁতৰ নানা ধৰণৰ চৰিত্ৰবোৰৰ বিষয়ে জানিবলৈ প্ৰবল আগ্ৰহ থকা বাবে শিঙাল হৰিণা পহুৰ খাদ্যৰ ওপৰত পৰীক্ষা চলাইছিল। সি দেখিলে এই জন্তু কেইটাই পুৰণি বাহী হোৱা টান ৰুটি আৰু গমৰ পিঠা খাই ভাল পায়— যিমানে পুৰণি আৰু টান হয়, সিমানে সিহঁতৰ বাবে ভাল। আন হাতে আদাৰে তৈয়াৰী মিঠা ৰুটিও সিহঁতে ভাল নাপায়। চেনিৰ প্ৰতি কোনো আগ্ৰহ নাই কিন্তু নিমখ সিহঁতে বৰ ভাল পায় আৰু বেছিকৈ বিচাৰি তাৰ পিছে পিছে ঘূৰি ফুৰে। সি এদিন ওট্‌চৰ দানা অলপ এখন ঠালত আনি দিলেহি, মতা হৰিণটোৱে সেইবোৰ শুঙি চাই নাকেৰে ফোঁচকৈ উশাহ এৰি দিওঁতে গোটেই সোপা উৰি গ'ল। ওট্‌চ দামী বস্তু আৰু দুষ্প্ৰাপ্য, সেইবাবে জোন্‌চে ভৱিষ্যতে আৰু এই পৰীক্ষা নচলাবলৈ ঠিক কৰিলে। অৱশ্যে দানাবোৰ পেলনি নগ'ল। এযোৰ ধূনীয়া পাখিৰে 'হুইস্কী জেক' চৰাই সদায় অহাৰ দৰে সেইদিনাও পহু কেইটাৰ কাষত জাপিয়াই আছিলহি। সিহঁতে তৎক্ষণাত গোটেইবোৰ দানা বুটলি খাই পেলালে। এই চৰাইবোৰক জোন্‌চে হৰিণা চৰাই বুলি মাতে। বস্তু যিমানেই ক্ষুদ্ৰ নহওক, ই সিহঁতৰ তীক্ষ্ণ দৃষ্টিৰ পৰা সাৰি যাব নোৱাৰে।

মৰা হৰিণ পোৱালীটো ঠাণ্ডাত ঠৰঙা লাগি দুখ লগা ধৰণেৰে গাঁওটোৰ মাজতে পৰি ৰ'ল। দৃশ্যটো জোন্‌চৰ বৰ বেয়া লাগিল। সেই শান্তিপূৰ্ণ

পৰিবেশত মৰা পোৱালীটো বৰ দৃষ্টিকটু হৈ আছে বাবে সি সেইটো আঁতৰ কৰিবলৈ ঠিক কৰিলে। ঠৰঙা লাগি থকা পিছ ঠেং দুটাত ধৰি সি মৰা পোৱালীটো টানি টানি দ ঠাইখিনিৰ দাঁতিলৈ আনিলে, তাৰ পৰা সি তাক ওপৰলৈ টানি উঠাবলৈ ঠিক কৰিছিল। মাইকী হৰিণাজনীৰ মনত পৰিল চ'বলা—মৰা পোৱালীটো তাইৰ, সেইবাবে তাই ক্ৰোধ মূৰ্ত্তি ধৰি জোন্‌চলৈ চোঁচা ললে। সি প্ৰথমে উচপ খাই উঠিল যদিও পাছত তাৰ খং উঠিল—সি তাইৰ মুখত জোৰেৰে এটা খুন্দা মাৰিলে, লগতে সিইঁতৰ পামত ঘুৰলি লগাবৰ সময়ত ষাঁড় গৰুক যি সুৰত ধমক দিয়ে, সেই সুৰত জোৰেৰে ধমক এটা দিলে। বুবক হৰিণাজনী ভয় খাই পিচ হুঁহকি গ'ল। সেই মুহূৰ্ত্তত জোন্‌চৰ আগত থকা বুঢ়া হৰিণাটোৰে তাৰ শিং নাইকিয়া প্ৰকাণ্ড মূৰটোৰে তাইক ইমান জোৰেৰে খুন্দা এটা মাৰিলে যে তাই পিচলি গৈ দ ঠাইডোখৰৰ মাজ পালেগৈ—তাতে তাই হতভম্ব হৈ থিয় দি কাণ দুখন লাহে লাহে লৰাবলৈ ধৰিলে। জোন্‌চে পিছি বহুতেৰে পোৱালীটোক টানি টানি বৰফৰ ওপৰলৈ তুলি দিলে। তাৰ পাছত লাহে লাহে তাক টানি কেইগজমান দূৰলৈ লৈ গ'ল আৰু চকুত নপৰাকৈ বৰফৰ টিঙনা এটাৰ পিচফালে থৈ দিলে। তাৰ পাছত সি পুনৰ পশু কেইটাৰ ওচৰলৈ নামি আহিল, মতা হৰিণটোৰ মুখখন লাহে লাহে থপৰিয়াই দিলে, কাণ দুখনত খজুৱাই দিলে আৰু তাৰ লগত কথা পাতিবলৈ ধৰিলে। শেষত তাৰ প্ৰতি আনুগত্য দেখুওৱাৰ পুৰস্কাৰ হিচাবে তাক অলপ সৰহকৈ নিমখ খাবলৈ দিলে। পোৱালীটো পিছে পিছে আহি থকা তাইকো সক লদা এটা দিলে। মাইকী হৰিণাজনীয়ে অলপ আগতে ফেৰপৰা বথা পাহাৰি গৈ নিজৰ ভাগৰ নিমখ বিচাৰি ঠেলি-হেঁচি আগুৱাই আহিল। জোন্‌চৰ তেতিয়াও তাইৰ ওপৰত খং উঠি আছিল, সেইবাবে তাইক তাৰ হাতৰ তলুৱাত লাগি থকাখিনিহে চেলেকিবলৈ দিলে। সি খঙেৰে তাইক কলে—"এইবাৰ শিক্ষা পালি, আগলৈ আৰু এনেকুৱা নকৰিবি।"

দুদিন পাছত পশুকেইটা থকা দ ঠাইডোখৰলৈ গৈ জোন্‌চ আচৰিত হৈ গ'ল—চাৰিওফালৰ বৰফৰ ওপৰত অসংখ্য বনৰীয়া জন্তুৰ ভৰিৰ খোজ। মাজে মাজে পৰিষ্কাৰ ভাবে ফুটি উঠিছে শিয়ালৰ ভৰিৰ খোজ, তাৰ মাজে

মাজে জহামালৰ খোজৰ চিন। এই দুবিধ খোজৰ মাজতে বনৰীয়া মেকুৰীৰ ভাঁৰৰ বহল খোজ কেইটামানো দেখা গ'ল। গোটেই খোজবোৰ ভালকৈ নিৰীক্ষণ কৰি উঠি জোন্‌চে মৰা হৰিণ পোৱালীটো থৈ যোৱা বৰফেৰে ঢাক খাই থকা জোপোহাটোৰ ওচৰ পালেগৈ। ভোকাতুৰ বনৰীয়া জন্তুবোৰৰ মাজত এই ভোজৰ বাতৰি অতি দ্ৰুত ভাবে প্ৰচাৰ হৈ গৈছিল—সি দেখিলে পোৱালীটোৰ আধাখিনি খাই শেষ কৰিছে। সি মূৰৰ বঙা চুলিখিনি খজুৱাই খজুৱাই চিন্তা কৰিলে আৰু এই ভোজ খোৱা কোনোবা জন্তুক দেখেনেকি বুলি জুপি চালে। স্ৰেচ-চাল্লচ খোজমান দূৰত বৰফত পোত গৈ থকা স্প্ৰুচ গছৰ পুলি এটা বৰফবোৰ সৰি গৈ বগাৰ মাজত উজ্জ্বল হৈ জিলিকি আছে সি কিবা অনুমান কৰাৰ ভংগীত তীক্ষ্ণ দৃষ্টিৰে গছ জোপাৰ সেউজীয়া পাতবোৰৰ মাজেদি লক্ষ্য কৰিলে—এটা বঙা শিয়াল লৰচৰ নকৰাকৈ স্থিৰ হৈ বহি আছে।

কেই চেকেণ্ডমানৰ ভিতৰতে শিয়ালটোৱে তাক জোন্‌চে দেখা বুলি বুজি পালে। সি থিয় হ'ল আৰু নিৰ্বিকাৰ দৃষ্টিৰে জোন্‌চৰ চকুলৈ চালে। তাৰ পাছত দীঘল হামি এটা মাৰিলে, পিছ ঠেঙেৰে কাণখন খজুৱালে, ধুনীয়া নোমাল নেজডাল জোকাৰিলে আৰু লাহে লাহে গহীন খোজেৰে গছৰ আঁৰ বিচাৰি আঁতৰ হ'ল। লগতে জোন্‌চক যেন কৈ গ'ল—"সেইখিনি তোমাৰ বাবে থলোঁ।" কিন্তু জোন্‌চে শিয়ালৰ চৰিত্ৰ ভালদৰে জানে। যেতিয়াই সি মানুহৰ চকুৰ আঁৰ হ'ব, তেতিয়াই সকলো ভেম এৰি জীৱটো বচাবলৈ প্ৰাণ টাকি দৌৰিব

জোন্‌চে মুখৰ ভিতৰতে কলে—"বা! ইয়াৰ ছালখন বৰ ধুনীয়া!" শিয়ালটোৰ ধুনীয়া ছালখনৰ দাম কিমান ডলাৰ হ'ব, তাকে সি মনে মনে চিন্তা কৰিবলৈ ধৰিলে। ডাঙৰ বনৰীয়া মেকুৰীৰ খোজবোৰৰ কথাও তাৰ মনত পৰিল। সেইটো জন্তুৰ ছালখনৰ দাম কিমান হ'ব বাৰু? যদি মৰা পহু পোৱালীটোৰ চাৰিওপিনে ফান্দ পতা যায়, তেতিয়া হলে নিশ্চয় লাভ হ'ব—সি মনে মনে চিন্তা কৰিলে কিন্তু পিছ মুহূৰ্ত্তে ইয়াত মিহিত থকা নিষ্ঠুৰতাৰ কথা ভাবি সি পৰিকল্পনাটো বাদ দিলে। ফান্দ পাতি জন্তু ধৰা

কামটো সি সদায়ে বেয়া পায়। তাৰ পিছত বন্দুকটোৰ কথা তাৰ মনত পৰিল। তাৰ কুকুৰা পোৱালীবোৰ নিবলৈ যেন আহিলেহে সি বন্দুক ব্যৱহাৰ কৰে।

"বুঢ়া শিয়ালটোৰ সাহটোয়ে আৰু তাৰ ধূৰ্ত্তালিবোৰ! একে গুলীতে তাক মাৰি পেলাব পাৰোঁ।" সি মনতে ভাবিলে. লগে লগে তাৰ মূৰত খেলাই থাকিল সেই চিন্তাটো—শিয়ালটোৰ ধুনীয়া ছালখনৰ দাম বাৰু কিমান হ'ব! তাৰ পাছত তাৰ চিন্তা পুনৰ উলটি গ'ল ছালখনৰ গৰাকীৰ ধূৰ্ত্তালিবোৰলৈ। সেই ধূৰ্ত্তালিবোৰ তাৰ ভাল লাগিছিল—শিয়ালটোৰ মুখত সাহসৰ কিযে এটা মুখা।

"যাঃ! ইমানকৈ চিন্তা কৰিবলৈ কিটো হৈছে?" সি অস্ফুট স্বৰত নিজকে কলে, "সিহঁত খাবলৈ নাপাই শুকাই আছিল, মৰা পশু পোৱালীটো তাত পেলাই থৈ ময়েই সিহঁতক আহিবলৈ বাট দেখুৱালোঁ। এতিয়া সিহঁতক ছুৰিলে কি হ'ব? পোৱালীটো শেষ নোহোৱালৈকে সিহঁতক ইচ্ছামতে খাবলৈ এৰি দিয়াই ভাল। আৰু মই যদি ইয়াক বন্দুক মাৰোঁ, মোৰ হৰিণ কেইটাই ভয় খাই যাব।"

এই সিদ্ধান্তত উপনীত হৈ সি আকৌ হৰিণ কেইটা থকা ঠাইডোখৰলৈ আহিল। বিষণ্ণ ভাবে সি ভাবিলে—"এই কথাটো জানিলে দেউতাই চাগৈ মোক বুৰ্বক বুলি ক'ব। আৰু দেউতাৰ কথাও সঁচা হ'ব পাৰে।"

অৱশেষত শীতৰ সেই প্ৰকোপ হঠাতে কমি গ'ল আৰু কেনিবা পলাল। বৰষুণৰ উষ্ম পানী আৰু সূৰ্য্যৰ কিৰণ পৰি বৰফবোৰ গলিবলৈ ধৰিলে, লগে লগে ৰহস্যজনক ভাবে বৰফৰ তলত লুকাই থকা ঠাইৰপৰা ক'লা আৰু নিস্তেজ ঘাঁহ, বন আৰু গছ পুলিবোৰ মূৰ দাঙি উঠিল আৰু উপত্যকাটোত ফুৰা-চকা কৰাটো অধিক কষ্টকৰ হৈ পৰিল। হৰিণ কেইটাই নিজে ঘাঁহ-পাত খাব পৰা হ'ল—লগে লগে জোনৃচৰ হেমলক গছৰ তললৈ অহাটো পাতলীয়া হৈ আহিবলৈ ধৰিলে। অৱশ্যে ইয়াৰ প্ৰয়োজনো আৰু নাইকিয়া হ'ল। কিন্তু সি এই প্ৰাণী কেইটাৰ প্ৰতি—বিশেষকৈ মতা হৰিণটোৰ প্ৰতি ইমান আকৃষ্ট হৈ পৰিছিল যে তাৰ জীৱনপৰা সিহঁত কেৰাই যোৱা কথাটো সি যেন

কল্পনাও কৰিব নোৱাৰে। অৱশ্যে তেনে ঘটিবই। আৰু সচাঁকৈয়ে এদিন সেইটো ঘটিল।

এদিন পুৱা হাবি ভাঙি অতি কষ্টেৰে তিতি-বুৰি ক্লান্ত হৈ সি হেমলক জোপাৰ তলৰ দ ঠাইডোখৰত ওলালহি। আহি দেখে মাইকী হৰিণাজনী আৰু এবছৰীয়া পোৱালীটো কেনিবা গুচি গৈছে। জোন্‌চৰ আগমনলৈ আশা কৰি অপেক্ষা কৰি আছে মাত্ৰ মতা হৰিণটো, কাৰণ সি জানে এই সময়টোতে জোন্‌চ আহি ওলাব। জোন্‌চে চোলাৰ জেপত ভৰ্ত্তি কৰি গমৰ শুকান পিঠা আৰু নিমখ লৈ আহিছিল। হৰিণটোৱে অতি ৰঙেৰে গোটেই-খিনি খালে, খাই থাকোঁতে মাজে মাজে সি ল'ৰাটোৰ গাত তাৰ ওপৰৰ ওঠটো ঘঁহাই দিলে। অৱশেষত জোন্‌চে মুখত লাজকুৰীয়া হাঁহি এটা ফুটাই দুয়োখন হাতেৰে প্ৰকাণ্ড জন্তুটোৰ ডিঙিত সাৱটি ধৰি লাহে লাহে কলে— 'বুঢ়া অ' - যাগৈ দেই। তই সাৱধানে থাকিবি। অহা বছৰৰ বৰফ পৰা সময়ত তই চিকাৰীৰ হাতত নপৰাকৈ আঁতৰে আঁতৰে থাকিবি দেই। বাঃ ! তইঁতৰ এই প্ৰকাণ্ড মূৰটোৰ ওপৰত কি বিশাল শিং থাকে।"

সি বেগাই পহুটোৰ ওচৰৰপৰা আঁতৰি আহিল। কিছু দূৰ গৈ সি তাৰ কান্ধত দীঘল ওঠ এটাৰ স্পৰ্শ অনুভব কৰি উচপ খাই উঠিল। পহুটোৱে জোন্‌চৰ ডিঙিত তাৰ ওঠটো ঘঁহাই দিছে। মেকুৰীৰ দৰে অকণো শব্দ নকৰা-কৈ পহুটো তাৰ পিছে পিছে আহি আছিল। ল'ৰাটো গভীৰ ভাৱে অভিভূত হৈ পৰিল কিন্তু এই জন্তুটোক লৈনো সি কি কৰিব, ভাবি নেপালে। অনুগত প্ৰাণীটোক অতি মৰমেৰে পিছি দি সি নিজৰ বাটত আগ বাঢ়িল। পহুটো লগে লগে আহি জোন্‌চহঁতৰ পামখনৰ সীমাৰ মুকলি ঠাইখিনি পালেহি।

খেতিয়কজনে পানী তুলিবলৈ কুৱাঁত বাল্টি নমোৱা শিকলি ডালৰ ঝন ঝননি চাবিওপিনে বিয়পি পৰিছিল। পামৰ প্ৰকাণ্ড প্ৰকাণ্ড বগা-ক'লা কুকুৰ-বোৰে উচ্চৈঃস্বৰে ভুকি ভুকি জোন্‌চক আদৰণি জনাবলৈ আগুৱাই আহিছিল। হৰিণটো থমকি ৰ'ল, তাৰ পাচত সি দীঘল কাণ দুখন লৰালে।

"এতিয়া যাগৈ যা"—জোনচে কলে—"বিদায়, সাৱধানে থাকিবি দেই।"

উভতি যোৱাতকৈ জোন্‌চ দৌৰি ভুকি থকা কুকুৰ কেইটাৰ ওচৰ পালেহি। প্ৰকাণ্ড পহুটো হঁাহ কৰে নিশব্দে-শব্দ মাতত সম্পূৰ্ণ হৈ পঁজৰ

# শেষ কৃত্য

## [ AT SANCHIDRIAN ]

## ৰবাৰ্ট বন্টিন কানিংহাম গ্ৰাহাম

[ৰবাৰ্ট বন্টিন কানিংহাম গ্ৰাহামে (১৮৫২-১৯৩৬) স্কটলেণ্ডত জন্ম গ্ৰহণ কৰিলেও তেওঁ স্পেইনদেশীয় বৃট্টীমাকৰ তত্বাৱধানতহে ডাঙৰ হয়। তেওঁ পৃথিৱীৰ বিভিন্ন ঠাইত ভ্ৰমণ কৰি এটা দুঃসাহসিক জীৱন যাপন কৰিছিল। এই দুঃসাহসিক জীৱন যাপনে তেওঁৰ সকলো ৰচনা বৈচিত্ৰ্যময় কৰি তুলিছে। বৰ্ত্তমানৰ গল্পটোৱে তেনে বৈচিত্ৰ্যৰে স্বাক্ষৰ বহন কৰিছে।]

কেষ্টিলত এতিয়া খেতি চপোৱাৰ সময়। খেতি পথাৰবোৰ পূৰঠ গমেৰে ভৰপূৰ। খেতিয়কৰ কাচিৰ অপেক্ষাত ঠাক ভৰা শস্যবোৰে যেন অপেক্ষা কৰি আছে। কিছুমান ঠাইত গমবোৰ কাটি মুঠি বান্ধি দ'ম কৰি ৰাখিছে। কিছুমান ঠাইত কাটিয়েই গাড়ীত বোজাই কৰিছে, গাড়ীবোৰ শস্যৰ বোজা পিঠিত লৈ পথাৰৰ মাজে মাজে কেৰ-কেৰ শব্দেৰে আগবাঢ়িছে। লাহে লাহে খেতি-পথাৰবোৰ উদং হৈ আহিছে। দক্ষিণমুখী ৰেলগাড়ীখন এই ধূলিময় শুকান অঞ্চলৰ মাজেদি বাটৰ দাঁতিৰ প্ৰত্যেকটো ষ্টেচনকে ছুই ছুই গৰু গাড়ীৰ দৰে গন্তব্য স্থান মুখে ঘটং ঘটংকৈ গৈ আছে। গাড়ীৰ ভিতৰৰ আন্ধাৰত ঘাম-জাম বহি থকা যাত্ৰীসকলৰ বাহিৰৰ দৃশ্য চোৱাৰ কোনো আগ্ৰহ নাই, কাৰণ কেষ্টিলৰ সমভূমি অঞ্চলৰ সৌন্দৰ্য্য গৰমৰ দিনত চকুৰ বাবে তৃপ্তিদায়ক নহয়। মাত্ৰ কিছুমান ঠাইত প্ৰকৃতি সুন্দৰীৰ বুটা বছা কাপোৰত ক'ৰবাত পাইন বন, ক'ৰবাত এটা সৰু টিলা নাইবা ক'ৰবাত এটা জলপ্ৰপাতেহে ভ্ৰমণকাৰী ফটোগ্ৰাফাৰৰ দৃষ্টি আকৰ্ষণ কৰিছে। কিন্তু যি সকলে কেষ্টিলক মনে প্ৰাণে বুজি পায়, সেইবোৰৰ চকুত এই ঠাইখনৰ বিশেষ সৌন্দৰ্য্য নাই। ইয়াত জাৰৰ দিনত কোঁৱাল বতাহৰ জাবৰজোঁথৰ

পৰমৰ দিনত ৰ'দৰ তাপৰ পোৰণি আৰু সাধাৰণ ভাবে সকলো সময়তে শুকান আৰু ধূলিময় পৰিবেশ। সৰহ ভাগ ঠাই পাহাৰে আগুৰি থকা তৃণ ভূমি, ইয়াত সূৰ্য্যৰ পোহৰৰ খেলাৰ বাহিৰে আইন একো দেখা নাযায়।

যি পিনে চকু যায় সেই পিনেই মাথোন দেখা যায় দূৰৰ পাহাৰৰ লগত মিলি যোৱা মুগা বৰণীয়া সমভূমি। ৰ'দৰ তাপে প্ৰত্যেক জোপা গছক এনেকুৱাকৈ পুৰিছে যে বৰফৰ হেঁচাত যিদৰে গছবোৰে কষ্ট পায় আৰু ফাট মেলে, ঠিক তেনেদৰেই এই তাপত গছবোৰে কষ্ট পাই শুকাই ফাট মেলিছে। ফুলৰ ভিতৰত মাত্ৰ ক'ৰবাত দুই-এজোপা আৰ্টেমিতিয়া গছত ৰঙা ফুলৰ থোপা দেখা গৈছে—যেন সিহঁতে প্ৰকৃতিৰ অত্যাচাৰৰ বিৰুদ্ধেহে বিদ্ৰোহ কৰি মূৰ দাঙি চাই আছে। পথাৰৰ মাজে মাজে গৈ আছে গাধৰ পিঠিত উঠা মানুহৰ শাৰী। কেষ্টিলিয়ান সূৰ্য্যৰ তাপে সিহঁতক আৰবৰ মানুহৰ দৰে ক'লা কৰিছে। প্ৰকৃতিৰ অত্যাচাৰত কোনো দিন মূৰ নোদোওঁৱা এই মানুহবোৰৰ কণ্ঠত দূৰৈৰ পৰাই শুনা যায় বিষাদ ভৰা গানৰ সুৰ এই ভয়ঙ্কৰ গাঁৱলৈ তেওঁলোকে গান গাই গৈছে। কৃষিজীবী পূৰ্ব্ব পুৰুষসকলৰ পৰাই এইবোৰ তেওঁলোকে উত্তৰাধিকাৰী সূত্ৰে পাইছে।

তৃণ ভূমিৰ মাজেদি যোৱা সৰু ৰেলপথটোৱেহে এই অঞ্চলটোত বাহিৰা জগত, লগতে বাতৰি কাগজ, মটৰ, উৰাজাহাজ, টেলিফোন আদিৰ লগত যোগাযোগৰ একমাত্ৰ উপায়। ৰেলৰ চিৰিটো সূৰ্য্যৰ পোহৰত এডাল লোহাৰ ফিতাৰ দৰে জিলিকি আছে। গাঁৱৰ গীৰ্জাক কেন্দ্ৰ কৰি থাপৰি চালৰ সৰু সৰু ঘৰৰে একোখন চহৰ। চহৰবোৰৰ মাজেদি ওখোৰা-মোখোৰা একোটা ৰাস্তা গৈ বহল সমতলত মিলি গৈছে। এই সৰু সৰু চহৰবোৰৰ মাজত যোগাযোগৰ বাবে একোটা ঠেক ৰাস্তা। খেতি পথাৰ আৰু পাইন বনৰ মাজেদি সকলো বাধা অতিক্ৰম কৰি এই ৰাস্তাই কোনোবা শিলাময় পৰ্ব্বত প্ৰদক্ষিণ কৰিছে আৰু পাছত নিজৰাৰ দাঁতিয়েদি গৈ কোনোবা তৰাং পানী দুৰলিত থমকি ৰৈছেগৈ। ৰেলগাড়ীখনে যাওঁতে ছুই গৈছে বিভিন্ন সৰু সৰু ষ্টেচন। কিছুমান ষ্টেচনত হয়তো কোনো দিনেই কোনো মানুহ উঠা-নমা কৰা নাই। ষ্টেচনত সোমাই ৰেলখন ধূলিৰে পোত গৈ থকা গছ এজোপাৰ তলত ৰয়। এজন মানুহে মূৰ উলিয়াই চিঞৰি ষ্টেচনৰ নামটো কয়, লগতে

"এক মিনিট নাইবা দুই মিনিট" বুলি বোৱাৰ নিৰ্দ্ধাৰিত সময়টোও কৈ দিয়ে—যদিও ৰেলখন ৰয় দহ মিনিট বা পোন্ধৰ মিনিট। এই সময়খিনিত টিং টিং শব্দৰে ইলেক্‌ট্ৰিক বেল এটা বাজে কিন্তু শব্দটো ইমান সৰু যে ইলেক্‌ট্ৰিক বেল নে শিলগুটিৰ শব্দ ধৰিব নোৱাৰি। কেতিয়াবা ষ্টেচনৰ খুটা এটাত বান্ধি থোৱা দেখা যায় এটা ঘোঁৰা, পিঠিৰ পুৰণি জীনখনত এটা বন্দুক, ডিঙিৰ পৰা মাটিলৈকে ওলমি থাকে এখন মুগা বৰণীয়া গৰম কাপোৰ। কেতিয়াবা দেখা যায় পিঠিত কয়লাৰ বোজা লৈ কোনোবা কয়লা বেপাৰীৰ গাধ। কেতিয়াবা কিছুমান মুগীয়ে ষ্টেচনৰ ছাঁত ৰ'দৰ তাপৰ পৰা ৰক্ষা পৰিবলৈ মূৰ গুজি থাকে। ষ্টেচনৰ ঘৰৰ কোনোবা খিৰিকিৰে কেতিয়াবা আধা-কাপোৰ পিন্ধা তিৰোতা এজনীয়ে পৰ্দাখন দাঁতেৰে কামুৰি ধৰি ৰেলখন চায়। ৰ'দে পোৰা মুগা বৰণীয়া পৰিৱেশত এইটো যেন এটা দ্বীপহে। ষ্টেচনবোৰৰ ঘৰটোৰ লগত সি'টাৰ চেহেৰাৰ বিশেষ একো পাৰ্থক্য নাই।

এই দৰেই ৰেলখন এটা লেতেৰা ষ্টেচনৰপৰা আন এটা লেতেৰা ষ্টেচনলৈ আগবাঢ়ি গৈ থাকে। তাপ বাঢ়ি থাকে, লগে লগে বতাহ বেছি গৰম হয়। দূৰৈৰ পাহাৰো ৰ'দৰ তাপত আইনাৰ মাজেদি দেখাৰ দৰে উজ্জ্বল হৈ পৰে।

ক'লা গৰুৰ জাকবোৰ শুকাই যোৱা খালৰ দাঁতিত ৰৈ থাকে, বলধবোৰে চীনা মাটিৰ দৰে টান হৈ শুকোৱা মাটিবোৰ চেলেকে আৰু একো ৰস নেপাই বেৰাই বেৰাই নিজৰ জাকৰ ওচৰ পায়গৈ। ৰ'দত পুৰি মুগা বৰণীয়া হোৱা গৰখীয়াবোৰ গৰুৰ জাকৰ ওচৰত একোটা খুটাৰ দৰে স্থিৰ হৈ ৰৈ থাকে আৰু সিহঁতৰ ছাঁটোত কুকুৰবোৰে ৰ'দৰ পৰা জিৰণি ল'ব খোজে। তললৈ মূৰ গুজি গুজি গৰুবোৰে নিজকে ভয়ঙ্কৰ ৰ'দৰ পৰা ৰক্ষা কৰাৰ চেষ্টা কৰে। ইয়াত প্ৰকৃতি স্তব্ধ। ৰেলখন গৈ অইন এটা সৰু ষ্টেচন পায়গৈ। এজন মানুহে ৰেলৰ পৰা মূৰ উলিয়াই চিঞৰি কয়, "চাঞ্চিড্ৰিয়ান, পাঁচ মিনিট।" ৰেলখন প্লেটফৰ্মৰ দাঁতিত ৰয়, অলপ ছাঁ বিচাৰি, জিৰণিৰ বাবে। ষ্টেচনৰ ঠিক বাহিৰত ৰৈ আছে এখন মালবাহী ৰেলগাড়ী, গাত চকমাটিৰে লিখা আছে—"পানী নাই।" গোটেই সমভূমি অঞ্চল শুকান পিপাসাতুৰ, খৰগৰপৰা নামি অহা জুইৰ ৰবযুগে কলিজালৈকে শুকাই পেলাইছে। ৰেলৰ বাবে ইয়াত কোনো যাত্ৰীয়ে অপেক্ষা কৰি থকা নাই। আনকি সাধাৰণতে স্পেইনৰ

এনেকুৱা সৰু ষ্টেচনত গাৱঁলীয়া মানুহে যিদৰে দল বান্ধি ফুৰে, ইয়াত সেইটো দেখা নাযায়, কাৰণ চান্কিড্রিয়ান ৰেল লাইনৰ পৰা দূৰৈত।

ইউনিফৰ্ম আৰু মূৰত সোণালী লেচ লগোৱা টুপী পিন্ধা ষ্টেচন মাষ্টৰ আৰু মাল কঢ়িওৱা মানুহজন—এই দুজনেই এই ষ্টেচনৰ জীৱন্ত প্ৰাণী। অৱশ্যে দুটা নঙঠা লৰা ছোৱালীও একাষৰ দুকান কৰি এটাৰ ওচৰত বহি আছে কাষতে এটা মুগা বৰণীয়া চেৰেলা কুকুৰ। নিৰ্দ্দিষ্ট পাঁচ মিনিট সময় পাৰ কৰি আৰু বিচ মিনিট সময় ৰেলখন ৰোৱা হলেও তাত ৰেলত উঠিবলৈ কোনো মানুহ নাছিল। কিন্তু হঠাতে ধুলিৰ মাজৰ পৰা ঘোঁৰা উঠি এমন মানুহ ওলালহি। বেগাবেগকৈ ঘোঁৰাৰ পৰা নামি জীনত বান্ধি অনা বেগটো হাতত লৈ ৰেলৰ ৰাম্ধনি আৰু আহাৰ বিলোৱা মানুহবোৰে যিটো কোঠাৰ দুৱাৰৰ ওচৰত থিয় হৈ বতাহ লবলৈ চেষ্টা কৰিছিল তালৈ আগুৱাই গল। তেওঁ মূৰৰ পৰা টুপীটো খুলি কপালৰ ঘাম মচি কলে, “বন্ধু সকল, বৰফ আছেনে?” মানুহ কেইজনে পাটিল পোছাক পিন্ধা এই মানুহজনৰ পিনে অলপ সময় নীৰৱে চাই ৰল। অলপ পিছত এজনে কলে, “নিশ্চয় আছে বৰফ। ৰেলৰ ভিতৰৰ এই গৰমত বৰফ নোহোৱাকৈ কোন থাকব পাৰে?” নিজৰ চিনাকি মানুহ কেইজনৰ বাহিৰৰ এজন নতুন মানুহৰ লগত কথা পাতিবলৈ পাই তেওঁ বৰ আনন্দ পালে।

ঘোঁৰা চোৱাৰী জনে অতি উদ্বেগপূৰ্ণ দৃষ্টিৰে ৰেলখনলৈ চাই আছে যেন এটা ঘোঁৰাৰ দৰে ৰেলখনত জাপ মাৰি উঠিব। তাৰ পিছত পুনৰ কলে, “ৰেলত বৰফ নোহোৱাকৈ আপোনালোক থাকিব নোৱাৰে, নহয়? মোৰ দেউতায়ো অকমান বৰফ নোপোৱাকৈ মৰিব নোৱাৰে। কেইদিন মানৰ জ্বৰে তেওঁক শেষ কৰি আনিছে। কালি গোটেই নিশা শোৱা নাই। মোক কলে, মিগুৱেল, অকমান বৰফ পোৱা হলে মই শান্তিত মৰিব পাৰিলোঁহেঁতেন। মোৰ কপাল আৰু শুকান ওঠ দুটাত তুমি অকমান বৰফ দিয়া। কিন্তু চান্কিড্রিয়ানত বৰফ আৰু পৰ্ব্বতত কাছ কণী বিচৰা একেই কথা। আজি তেওঁৰ শেষ অৱস্থা। গীৰ্জ্জাৰ পুৰোহিতে মোক কলে —মিগুৱেল, তুমি জেবেজেনোৰ পিঠিত ডতালিকে জীন লগোৱা আৰু ৰেলখন ধৰাগৈ।

বেলত বৰফ থাকে, তাত কাম কৰা মানুহবোৰে নিজক ঠাণ্ডা ৰাখিবলৈ বৰফ পানী খায়। সেই বাবেই মই আহিলোঁ। অকমান বৰফ দিবনে ?"

ইলেকট্ৰিক বেলৰ শব্দ বন্ধ হ'ল, এজনে চিঞৰিলে—"যাত্ৰী উঠিছে।" কিন্তু বেলখন ৰৈ থাকিল যদিও ড্ৰাইভাৰজন নিজৰ আসনলৈ উঠি গ'ল। হুইচেল বাজিল আৰু বেলগাড়ীৰ চকাবোৰ অলপ লৰিল, তেনেতে আহাৰ যোগনীয়া এজন ডাঙৰ কটি এটাৰ সমান বৰফৰ টুকুৰা এটা লৈ দুৱাৰৰ ওচৰ পালেহি। মানুহজনে বৰফ টুকুৰা খেৰেৰে মেৰিয়াই আনিছিল। ৰ'দত ৰৈ থকা অশ্বাৰোহীজনৰ হাতত সেই বৰফ টুকুৰা দিলে।

"অশেষ ধন্যবাদ। মোৰ দেউতাৰ হৈ মই আপোনালোকক ধন্যবাদ দিছোঁ, এই টুকুৰাৰ দাম কিমান ?"

বৰফ অনা মানুহজনৰ লগতে দুৱাৰৰ ওচৰত থুপ খাই থকা আন মানুহ কেইজনেও ইজনে সিজনৰ মুখলৈ চালে, এজনে কলে—"বন্ধু, আমি বৰফ বিক্ৰী নকৰোঁ। এই বৰফ বিক্ৰীৰ বাবে নহয়। আপোনাৰ দেউতাকৰ আৰোগ্য কামনা কৰিছোঁ।" চলিবলৈ ধৰা বেলখনৰ লগে লগে গৈ মিণ্ড-ৱেলে কলে, "পুনৰাই আপোনালোকক সহস্ৰ ধন্যবাদ জনাইছোঁ। এই চিগাৰেটৰ পেকেটটো লওক"। তেওঁ হাতেৰে ঢুকি পোৱা মানুহ জনৰ হাতত স্পেনীয় চহৰ বোৰত বিক্ৰী হোৱা চিগাৰেটৰ পেকেট এটা দিলে।

দ্ৰুত গতিত আগবঢ়া বেলগাড়ীখনৰ দুৱাৰৰ দাঁতিত থিয় হৈ মানুহ কেইজনলৈ হাত জোকাৰি তেওঁ অলপ সময় ষ্টেচনত ৰ'ল। যেতিয়া গাড়ীখন নেদেখা হ'ল তেতিয়া তেওঁ ষ্টেচনৰ বাহিৰত বান্ধি থোৱা ঘোঁৰাটোৰ ওচৰলৈ আগবাঢ়িল আৰু তাৰ পাছত ততাতৈয়াকৈ ঘোঁৰাৰ বান্ধ খুলি বৰফৰ টুকুৰা ভৰোৱা মোনাটো ঘোঁৰাৰ ডিঙিত বান্ধি নিজে জাপ মাৰি পিঠিত উঠি ঘৰ মুখে যাত্ৰা আৰম্ভ কৰিলে। গোটেই ৰাস্তা বগা দাঠ ধূলিৰে ঢাক খোৱা, ঘোঁৰা আৰু মানুহ দুয়োকে ধূলিয়ে ঢাকি ধৰিলে, তথাপি ঘোঁৰা তীব্ৰ বেগে দৌৰিল গন্তব্য স্থান অভিমুখে।

আৰোহীৰ উৎকণ্ঠিত দুচকু সন্মুখৰ পিনে স্থিৰ। ঘোঁৰাৰ গাৰ পৰা যেতিয়া টোপাটোপে ঘাম সৰে, তেতিয়া তেওঁ তাক অলপ লাহে লাহে যাবলৈ ইঙ্গিত দিয়ে। মাজে মাজে বৰফ টুকুৰা হাতেৰে চুই চায়—এই

গৰমত পজি নোযো'ৱাকৈ ঘৰ পোৱাব পাৰিব নে নোৱাৰে।

মোনাটোৰ পৰা একেৰাহে বৰফৰ পানী পৰিবলৈ ধৰিলে। আৰোহীজন অধিক আতঙ্কিত হৈ পৰিল। বেগাই নগলে যে সকলো শ্ৰম অথলে যাব। মৃত্যুমুখী পিতৃৰ মুখত অকমান বৰফ দিব নোৱাৰিব। ঘোঁৰা আগবাঢ়িল হাবি-বননি, জন-বসতি পাৰ হৈ তীব্ৰ বেগে। ধুমুহাৰ বেগত আগবঢ়া এই ঘোঁৰা আৰু আৰোহীলৈ মানুহে আচৰিত হৈ চাবলৈ ধৰিলে। এই তীব্ৰ গতি দেখি দুই-এক পথিকে ভগবানৰ নাম ললে। বাটৰ দাঁতিত গছৰ ছাঁত আহাৰ খাই থকা দুই-এক পথিকে এই আৰোহীজনকো আহাৰৰ ভাগ লবলৈ মাতিলে কিন্তু তেওঁৰ ৰ'বৰ সময় নাই। ঘোঁৰা আগবাঢ়িল গৰাকীৰ গন্তব্য স্থান অভিমুখে তীব্ৰ গতিত।

ঘন জোপোহা আৰু বালিৰ মাজেদি ভীষণ গৰমত দৌৰি দৌৰি ঘোঁৰাটো কোপাইছিল, নাকৰ পাহি দুটা বেছিকৈ মেল খাইছিল আৰু চকু দুটা বেছিকৈ ওলাই অহা যেন দেখাইছিল। চেহেৰা চায়েই ঘোঁৰাৰ পৰিশ্ৰম বুজিব পৰা গৈছিল। সমভূমি পাই মিগুৱেল অলপ সময়ৰ বাবে ঘোঁৰাৰ পৰা নামিল। মোনাটোলৈ চালে, তাৰ পৰা ডাঙৰ ডাঙৰ পানীৰ টোপালবোৰ মাটিলৈ সৰি পৰিছে। আৰোহীজন অধিক উৎকণ্ঠিত হৈ পুনৰাই ঘোঁৰাত উঠিল। ঘোঁৰাটোৱেও গৰাকীৰ মনৰ ভাব বুজি বতাহ ফালি আগবাঢ়িবলৈ ধৰিলে।

বাটতে শস্যৰ মৰণা মৰা পাম এখন। ইয়াতে ঘোঁৰাবোৰে মৰণা মাৰি আছে। কিছুমান মানুহে সৰি পৰা শস্যবোৰত বা দি পতানবোৰ উৰুৱাই দিছে। মিগুৱেলে দাঁতিয়েদি আগবাঢোঁতে তেওঁলোকে তেওঁক দিনৰ শুভেচ্ছা জনালে আৰু তেওঁৰ দেউতাকৰ অৱস্থা কেনেকুৱা সুধিলে। মিগুৱেলে মাত্ৰ হাত জোকাৰিলে। তাত অকমান সময়ো নৰৈ তেওঁ ঘোঁৰা দৌৰাই আগুৱাই গ'ল।

ৰাস্তাটো চহৰৰ বাহিৰৰ এখন শুকান নিজৰাৰ মাজেদি গৈছে। নিজৰা পাৰ হৈ শিলাময় ৰাস্তাটো আহি চহৰত লাগিছেহি। ঘোঁৰাটো শিলত উজুটি খোৱা দেখি মিগুৱেলে তাৰ গতি কমাই দিলে। এপাল এপাল জাপানী থকা সৰু সৰু ঘৰবোৰৰ দাঁতিয়েদি আগবাঢ়ি তেওঁ এটা সৰু ৰাস্তা

পালেহি। ৰাস্তাটো গীৰ্জাৰ সন্মুখেদি গৈছে। এইখিনি পাই তেওঁ নিজৰ টুপীটো স্পৰ্শ কৰি বুকুত ক্ৰছ চিন দিলে। ধূলিময় বজাৰৰ দাঁতিয়েদি পাৰ হৈ অইন এটা ৰাস্তা পালেহি। ইয়াত থকা ঘৰবোৰ অলপ অৱস্থাপন্ন মানুহৰ যেন লাগে। ঘোঁৰাটোৱে লাহে লাহে খোজ কাঢ়িবলৈ ধৰিলে। সন্মুখত শিলত কটা ঢাল তৰোৱালৰ চিন থকা ঘৰ এটাৰ পিনে তেওঁ আগবাঢ়িল। এইখিনিতে তেওঁৰ কাণত পৰিল কাৰোবাৰ কান্দোনৰ শব্দ। তেওঁ থমকি ৰ'ল আৰু কাণপাতি শুনি হাতৰ পৰা লেকামডাল মাটিত পেলাই দিলে। ভিতৰৰ পৰা এজন পুৰোহিত ওলাই আহিল।

"মিগুৱেল, তোমাৰ দেউতাৰ এঘণ্টামানৰ আগতে ভগবানৰ ওচৰলৈ গ'ল। সেই সময়ত তেওঁৰ শৰীৰটো জুইৰ দৰে গৰম। কিন্তু ভগৱানৰ দয়া-মৃত্যুৰ এঘণ্টামান আগৰ পৰাই তেওঁ কৈ আছিল—আস্! বৰফ টুকুৰা ইমান ঠাণ্ডা! এই টুকুৰাই মোৰ কপালৰ যন্ত্ৰণা কমালে। পিয়াহত শুকাই যোৱা মোৰ ডিঙিটোৱে অকমান স্বস্তি পাইছে। মোৰ পুত্ৰ মিগুৱেল বেলৰ পৰা বৰফ আনিবলৈ ঘোঁৰা দৌৰাই গৈছিল।—তেওঁৰ মৃত্যু কষ্টকৰ নহল।"

মিগুৱেল ঘোঁৰাটোৰ ওচৰলৈ গ'ল, মোনাটোৰ পৰা বৰফ টুকুৰা উলিয়ালে—গলি গলি সেই টুকুৰা তেতিয়া এটা সৰু আপেলৰ সমান হৈছিল-গৈ। পুৰোহিতৰ লগত তেওঁ দেউতাকৰ আহল-বহল কোঠাত সোমালগৈ—তাতে বিচনা এখনত দেউতাকৰ মৃত দেহ শুৱাই থোৱা আছে। বিচনাৰ চাৰিও পিনে থিয় হৈ তিৰোতা মানুহ এজাকে কান্দি আছে। কোঠাটোৰ চুকত সৰু সৰু লৰা-ছোৱালী কিছুমানে হাতত ধৰাধৰিকৈ বহি বিচনাত শুই থকা মানুহজনৰ কাঠৰ নিচিনা নিস্তেজ মুগা বৰণীয়া মুখখনলৈ চাই আছে।

মিগুৱেল বিচনাৰ ওচৰত আঠুকাঢ়ি বহিল আৰু বুকুৰ ওপৰত ওপৰা ওপৰিকৈ থকা শুকান ক্ষীণ হাত দুখনত ধৰি চুমা খালে। তাৰ পিছত অতি যত্নেৰে সংগ্ৰহ কৰি অনা বহুমূলীয়া বৰফ টুকুৰা প্ৰথমতে দেউতাকৰ কপালৰ ওপৰত থলে, তাৰ পিছত ওঠ দুটাত ঘঁহাই দিলে। পাচত তেওঁ নিজৰ বুকুত ক্ৰছচিন কৰি থিয় হৈ থকা তিৰোতাবোৰক সান্ত্বনা দিলে আৰু ৰাস্তাৰ

ৰ'দত থিয় হৈ থকা ঘোঁৰাটোৰ ওচৰলৈ গ'ল। ভৰি কেইখন অলপ আগবঢ়াই মাটিলৈ মূৰ গুজি ঘোঁৰাটো ৰৈ আছিল। গাৰ সৰি পৰা ঘামবোৰৰ পৰা ৰাস্তাৰ বালিৰ ওপৰত দাগ এটা বহি গৈছিল। তেওঁ ঘোঁৰাৰ জীন আৰু লেকাম সোলোকালে, তাৰ পিছত তাক লৈ আস্তাবলৰ পিনে আগবাঢ়িল। ঘোঁৰাটোৰ আগত ঘাঁহ দি তেওঁ পুনৰাই ঘৰৰ ভিতৰলৈ আহিল।

পুৰোহিতে প্ৰাৰ্থনা কৰি আছিল। তিৰোতা মানুহবোৰৰ উচুপনিৰ শব্দ উঠিছিল। বাহিৰত চৰাইৰ চি চিয়ঁনিৰ শব্দ বতাহত কোমল হৈ শুনা গৈছিল। দক্ষিণ মুখী বেলখন মাদ্ৰিদ অভিমুখে গৈ আছিল।

———

# পিতা আৰু পুত্ৰ

## [ FATHER AND SON ]

## গাই ডি মোপাছাঁ

[ফৰাছী চুটি গল্পৰ ওস্তাদ গাই ডি মোপাছাই (১৮৫০-১৮৯৩) তেওঁৰ পৰম বন্ধু ফ্ল'বাৰ্টৰ উদগনিতে প্ৰথমে লিখিবলৈ লয়। বন্ধু ফ্ল'বাৰ্টৰ ঘৰত তেওঁ সেই কালৰ শ্ৰেষ্ঠ লেখক সকলক লগ পাইছিল। অতি সুন্দৰ আৰু সবল স্বাস্থ্যৰ অধিকাৰী হৈও অতিচাৰৰ ফলত কোমল বয়সতে তেওঁৰ শোকাবহ ভাবে মৃত্যু হয়। ]

আপেল গছেৰে আগুৰি থকা আহল-বহল চোতালৰ মাজত এটি ডাঙৰ ঘৰ। দেখিলে বুজিব পাৰি এসময়ত এই ঘৰৰ গৰাকী আছিল কোনোবা জমিদাৰ। বৰ্ত্তমান ই এজন ভদ্ৰ ধনী খেতিয়কৰ বাসস্থান। ঘৰৰ সন্মুখ ভাগত কেইটামান চিকাৰী কুকুৰ বান্ধি থোৱা আছে। সিহঁতৰ ৰখীয়া কেইটাক চিকাৰৰ সজুঁলি লৈ অহা-যোৱা কৰা দেখিলেই কুকুৰ কেইটাই ভুকিবলৈ আৰম্ভ কৰে।

ঘৰৰ গৰাকী দুইট ডাঙৰীয়া, পুত্ৰ চিজাৰ, কৰ সংগ্ৰহকাৰী বিষয়া মঁচিয়ে চাৰমণ্ট আৰু উকীল মঁচিয়ে মন্দাৰৰ সৈতে খোৱা মেজত বহিছে যোৱাৰ আগতে এসোহা মদৰ লগত কিবা অলপ আহাৰ খাই লবলৈ। এইয়া চিকাৰৰ বতৰ আৰম্ভ হৈছে।

আজিৰ চিকাৰেৰে আলহীক সন্তুষ্ট কৰিব পাৰিব বুলি মঁচিয়ে দুইটৰ দৃঢ় বিশ্বাস আছে। তেওঁ নৰ্মান, সু স্বাস্থ্যৰ প্ৰতীক। তেওঁৰ পুতেকো ওখ কিন্তু পাতল স্বাস্থ্যৰ। পুতেকে স্কুলত কেই শ্ৰেণীমান পঢ়াৰ পিচতে তাৰ পৰা বিদায় লৈ নগৰীয়াত পৰিল, কাৰণ দুইট ডাঙৰীয়াৰ দৃঢ় বিশ্বাস যে পঢ়া-শুনা কৰা ভদ্ৰলোকে মাটিক ঘিণ কৰে। অৱশ্যে এই ব্যৱস্থাত

পুত্ৰেক অকণো অসন্তুষ্ট হোৱা নাই। বাপেকৰ একান্ত বাধ্য তেওঁ। সকলো কামত বাপেকেই তেওঁৰ আদৰ্শ। মঁচিয়ে চাৰমেণ্টৰ পৰা প্ৰশ্ন আহিল, "ইয়াত শহা ওলায়নে? শহা পোৱা যাবনে?'

"যিমান লাগে সিমান পাবা। বিশেষকৈ পুই চেটিয়াৰৰ নামানিত," উত্তৰ দিলে মঁচিয়ে হুইটে।

"আজি ক'ৰ পৰা চিকাৰ আৰম্ভ কৰিম?" উকীলৰ প্ৰশ্ন

"পুইচেটিয়াৰৰ পৰা পথাৰৰ নামনি ভাগত বন কুকুৰা বিলাকক মুকলিলৈ উৰুৱাই দি পিছত চিকাৰ কৰিম।"

লগে লগে মঁচিয়ে হুইট থিয় হ'ল। আটাই কেইজনে নামনিৰ মুকলি পথাৰৰ পিনে খোজ ললে। সৰু সৰু খুঁটিয়ে কটাকটি কৰা এখন সৰু সমতল ভূমি তাৰ পাতলীয়া হাবিয়ে এতিয়া চিকাৰৰ উপযুক্ত কৰি তুলিছে

দুয়ো বাপেক-পুতেক আগবাঢ়িল। পিছত চিকাৰৰ অইন সঙ্গীসকল। হঠাৎ হুইট ডাঙৰীয়াৰ হাতৰ বন্দুক গৰ্জি উঠিল। আটায়ে দেখিলে উৰি যোৱা এজাক বন কুকুৰাৰ মাজৰ পৰা এটা ডাঠ বননিৰ মাজত পৰিল। চিকাৰীজন চৰাই বিচাৰি দৌৰি হাবিৰ মাজ সোমালগৈ।

বাকীবোৰে উৎকণ্ঠাৰে অপেক্ষা কৰি আছে। চিঞৰে বধীয়া এজনক কলে, "জোচেফ, যোৱাচোন দেউতাক সহায় কৰাগৈ।" লগে লগে জোচেফ ধূৰ্ত্ত শিয়ালৰ দৰে হাবিৰ মাজত সোমাই পৰিল।

"ৰক্ষা কৰা—বেগাই আহা, দুৰ্ঘটনা ঘটিছে"—দূৰৈৰ পৰা ভাঁহি আহিল জোচেফৰ বিকট চিঞৰ। লগে লগেই আটাইবোৰ সেই পিনে দৌৰি আগবাঢ়িল।

হুইট ডাঙৰীয়া তেজেৰে বাঙলী হৈ মাটিত পৰি আছে। তেওঁৰ হাতৰ ওচৰত মৰা কুকুৰা চৰাইটো। দেখা আটায়ে বুজিলে চৰাই বুটলিবলৈ যাওঁতে নিজৰ হাতৰ বন্দুক ফুটি এই দুৰ্ঘটনা। তেখেতক দাঙোতে দেখা গ'ল পেটৰ ভিতৰৰ নাড়ী-ভুৰুবোৰ ওলাই আহিছে। তেখেতক লৈ আটায়ে ঘৰলৈ ঢাপলি মেলিলে। তত্তাতৈয়াকৈ খবৰ পঠিয়ালে ডাক্তৰ আৰু পুৰোহিতলৈ। বেচেৰা চিজাৰ, সি মাত্ৰ বিভত হৈ কান্দিছে। ডাক্তৰে গম্ভীৰ ভাবে মূৰ জোকাৰি কলে, "বোপাই, সঁচাকৈয়ে বৰ দুখ লগা ঘটনা।"

অলপ শুশ্ৰূষা পাই হুইট ডাঙৰীয়াই চকু মেলি অস্পষ্ট ভাবে কলে, "উস

ভগৱান, মই শেষ হলোঁ।"

"নাই, বিশেষ ভয় খাব লগীয়া একো হোৱা নাই। দুদিনৰ জিৰণি—বচ্ ঠিক হৈ যাব।" ডাক্তৰৰ সান্ত্বনা। "মই মোৰ ল'ৰাৰ লগত অলপ কথা পাতিম। মোৰ সময় শেষ হৈছে।" পুনৰ অস্পষ্ট সুৰত তেওঁ কলে। তাৰ পিছত পুতেকৰ পিনে চাই দৃঢ় কণ্ঠেৰে কলে, "নাকান্দিবি, মোৰ ওচৰলৈ আহ, বহ ······ওচৰ চাপি। বাকী সকলো বাহিৰলৈ যোৱাঁ।" আটাইবোৰ ওলাই গ'ল।

বাপেকে পুতেকলৈ চাই কলে, "বাচা, তোৰ এতিয়া চাব্বিচ বছৰ বয়স। মই তোক কেইটামান কথা ক'ম। সাত বছৰ হ'ল তোৰ মাৰৰ মৃত্যু হৈছে। আৰু মোৰ বয়স এতিয়া মাত্র পন্চল্লিচ বছৰ। মই উনৈচ বছৰ বয়সত বিয়া কৰাইছিলোঁ।"

"হয়" — পুতেকৰ অস্পষ্ট উত্তৰ।

"সাতত্রিচ বছৰ বয়সত কোনোবা জানো বৰলা হৈ থাকিব পাৰে ?"

"নোৱাৰে" — পুতেকে কলে।

যন্ত্রণাত কোচ খোৱা মুখেৰে পুনৰাই বাপেকে কলে, "অকলশৰীয়া জীৱন কটোৱা সহজ কথা নহয়, কিন্তু মই তোৰ মাৰৰ ওচৰত প্রতিজ্ঞা কৰিছিলোঁ। সেই বাবে অইন কোনো তিৰোতাক এইখন ঘৰলৈ সোমাবলৈ নিদিলোঁ, বুজিছনে ?"

"হয় দেউতা।"

"শুন—মই কৰ্ণেল ক-স্থ ইপাৰলেনৰ তিনি তলাৰ ওঠৰ নম্বৰ ঘৰৰ দ্বিতীয় কোঠাত এজনী ছোৱালী লগ পাইছিলোঁ। ঠিকনাটো ঠিক মতে মনত ৰাখিবি। তাই বৰ ভাল ছোৱালী। মোক বৰ ভাল পাইছিল আৰু ভক্তি কৰিছিল ঠিক বিয়া কৰোৱা তিৰোতা জনীৰ দৰেই।"

"হয় দেউতা।"

"বুজিছনে, মই মৰাৰ পিচত তাইৰ কিবা এটা ভাল ব্যৱস্থা হ'ব লাগিব।"

"হয় দেউতা।"

"মই তোক কলোঁৱেই—তাই বৰ ভাল ছোৱালী, তোৰ প্রতি দায়িত্ববোধ আৰু মাৰৰ স্মৃতিৰ প্রতি সন্মান নথকা হলে তায়েই এদিন এইখন ঘৰৰ

গৃহিণী হ'লহেতেন। শুন বাচা ····মই এই কথা লিখি থৈ যাম বুলি ভাবিছিলোঁ কিন্তু······ লিখি ৰখা ঠিক নহয়। লিখি ৰাখিলে বৈধ উত্তৰাধিকাৰীৰ অন্যায় হয় ·· ··· সকলো খেলি-মেলি হয়...... চৰকাৰী কাগজ টিকটৰ কোনো দৰকাৰ নাই ··সেইবোৰ ব্যৱহাৰ নকৰিবি। সেই বাবেই মই ধনী হ'ব পাৰিছোঁ। বাচা, তই মোৰ কথা বুজিছনে?"

"হয় দেউতা।"

"মই জানো তোৰ অন্তৰখন কোমল। মই ভাবিছিলোঁ মোৰ শেষ সময় আহিলে তোক সকলো কথাই ক'ম। ছোৱালী জনীৰ নাম কেৰোলিন ড'নেট, ঠিকনাটো ভালকৈ মনত ৰাখিবি। সপ্তাহৰ অকল বৃহস্পতি বাৰেহে তই তাইক লগ ধৰিব পাৰিবি—তাই কাম কৰে। সেইটো দিনতে মই তাইৰ তালৈ যাওঁ। চাবি তাই যেন মোৰ বাবে মিছাকৈ শোক নকৰে আৰু একো অভাৱত নপৰে। এইবোৰ কথা কাকো নকবি।······আনকি উকীল আৰু পুৰোহিতকো। সকলো পৰিয়ালৰে কিছুমান গোপন কথা থাকে, সেইবোৰ গোপনেই ৰাখিব লাগে ··· বুজিছনে?"

"হয় দেউতা।"

"তই প্ৰতিজ্ঞা কৰিছনে?"

"হয় দেউতা।"

"তই শপত খাইছনে?"

"হয় দেউতা।"

"বাচা, তোৰ ওপৰত মই প্ৰাৰ্থনা কৰিছোঁ—তই কথাটোৰ গুৰুত্ব বুজি চাবি।"

"হয় দেউতা।"

"বোপাই, তাই তোক সকলো ভাঙি ক'ব। মই এতিয়া একো নকওঁ। আকৌ কচোন—তই শপত খাইছনে?"

"হয় দেউতা।"

"বাচা, মোক চুমা দে—মই যাবলৈ ওলালোঁ। সিহঁতক মাত।" পুতেকে বাপেকৰ চেঁচা কপালত চুমা এটা খালে। অলপ পিচত সকলো মানুহ ভিতৰলৈ সোমাই আহিল। কিন্তু তেতিয়া বুঢ়াটো ডাঙৰীয়া সম্পূৰ্ণ অচেতন। তেওঁৰ জীৱনৰ সকলো গোপন কথা নিজ পুত্ৰৰ আগত স্বীকাৰ কৰিলে, এতিয়া আৰু

পুৰোহিতৰ কোনো প্ৰয়োজন নাই। মাজ ৰাতি তেওঁৰ মৃত্যু হ'ল।

মঙ্গল বাৰে তেওঁক যথা-ৰীতি সতকাৰ কৰা হ'ল। ঘৰলৈ উভতি চিজ্বাৰ বাপেকৰ কথা ভাবি শোকাৰ্ত্ত হৈ পৰিল। অকলশৰীয়া মুহূৰ্ত্তত বাপেকে দি যোৱা দায়িত্ব আৰু ঠিকনাটোৰ কথা বাৰে বাৰে মনত পেলাবলৈ ধৰিলে। সেই ঠিকনাটো তেওঁ কেতিয়াও পাহৰিব নোৱাৰে।

পিছদিনা পুৱাই চিজ্বাৰে কৰেল অভিমুখে ঘোঁৰাত উঠি যাত্ৰা কৰিলে। গৈ পায়েই প্ৰথম কাম হ'ল ঠিকনা মতে ঘৰটো বিচাৰি উলিওৱা। ঘৰটোৰ সন্মুখত থিয় হোৱাৰ লগে লগে বহু পুৰুষৰ পৰা তেওঁৰ তেজৰ লগত মিহলি হৈ থকা নৈতিকতা বোধ মূৰ দাঙি উঠিল। এফালে মৃত পিতৃৰ ওচৰত কৰা প্ৰতিজ্ঞা, আন ফালে পূৰ্ব্ব পুৰুষৰ পৰা বহন কৰি অহা সংস্কাৰবোধ। এনেকুৱা চিপা চৰিত্ৰৰ তিৰোতাৰ প্ৰতি থকা স্বাভাৱিক ঘৃণা আৰু গোপন লাজত তেওঁ ৰঙা পৰি উঠিল।" মই মোৰ দেউতাৰ ওচৰত প্ৰতিজ্ঞা কৰিছোঁ, মোৰ কথা মই এৰিব নোৱাৰোঁ।"—নিজৰ মনতে কৈ তেওঁ দুৱাৰত শব্দ কৰিলে।

এজনী গাভৰুৱে দুৱাৰ খুলি দিলে আৰু দুয়ো কেই মুহূৰ্ত্তমান নীৰৱে থাকিল।

গাভৰুৱে নীৰৱতা ভাঙি সুধিলে "কি লাগে?"

"মই মঁচিয়ে চুইটৰ পুতেক।"

"অ' মঁচিয়ে চিজ্বাৰ?"

"হয়, আপোনাৰ লগত অলপ কথা আছে।" নীৰৱে গাভৰুৱে তেওঁক ভিতৰলৈ আহিবলৈ দুৱাৰৰ পৰা অলপ আঁতৰি দিলে। চিজ্বাৰে ভিতৰত চাৰি-পাঁচ বছৰীয়া ল'ৰা এটা যেকুৰা পোৱালী এটা লৈ খেলি থকা দেখিলে।

কোঠাত সোমায়েই প্ৰথমতে দেখিলে এখন মেজত তিনি জনৰ কাৰণে সজোৱা থোৱা বস্তু। চৌকালৈ পিঠি দি এখন চকী। মেজত মদৰ বটল। প্লেটত কটি—ও পৰৰ ডাঠ ৰঙচুৱা বাকলি একৰা। দেউতাকৰ দাঁত লবিছিল। বেৰত দেউতাকৰ এখন ডাঙৰ ছবি।

গাভৰু জনী অজান ভয়ত শেতা পৰিছিল। লাহেকৈ সুধিলে, "কি কথা ক'ব খুজিছে?"

"যোৱা দেওবাৰে দুৰ্ঘটনা হৈ দেউতা ঢুকাল।"

শুনাৰ লগে লগে গাভৰুজনী মুখ ঢাকি উচুপি উঠিল। সৰু ল'ৰাটিয়ে মাকৰ চকুপানী দেখি খঙত সৰু হাত দুখনেৰে চিঞ্জাৰক আক্ৰমণ কৰিলে। দুখত চিঞ্জাৰ অভিভূত হৈ পৰিল। লাহে লাহে তেওঁ গাভৰুক সকলো ঘটনা বিবৰি কলে। চিঞ্জাৰে যেতিয়া গাভৰুজনীক দেউতাকে কোৱা কথাখিনি কলে, তেওঁ মুখৰ পৰা হাত গুচাই বিমৰ্ষ মনেৰে শুনিবলৈ ধৰিলে।

সকলো ঘটনা বিবৰি কৈ চিঞ্জাৰে পুনৰ কলে, "দেউতাই মোলৈ যথেষ্ট সম্পত্তি থৈ গৈছে। মই আপোনাক অভাৱত পৰিবলৈ নিদিওঁ।"

গাভৰুৱে আৰ্ত্তস্বৰে কলে, "আজি নহয়। অইন দিনা হব। মোক একো নালাগে, ল'ৰাটিৰ বাবে যি হয় কৰিব।"

"তেনেহলে এইটো মোৰ দেউতাৰ সন্তান?" চিঞ্জাৰৰ অবোধ প্ৰশ্ন।

"হয়"।

চিঞ্জাৰ পুনৰ অভিভূত হৈ পৰিল। লাহে লাহে কলে, "মই এতিয়া যাওঁ। এই বিষয়ে আপুনি কেতিয়া আলোচনা চলাব খোজে?"

"নাই নাই, এতিয়াই নাযাব। মোৰ এই দুখৰ সময়ত অকণমান বহক। এই ল'ৰাটিৰ বাহিৰে মোৰ কোনো নাই।" গাভৰুৱে বাৰে বাৰে চিঞ্জাৰক দেউতাকৰ দুৰ্ঘটনাৰ বিষয়ে প্ৰশ্ন কৰিবলৈ ধৰিলে। তেওঁ বুজিলে গাভৰু গৰাকীয়ে দেউতাকক গভীৰ ভাৱে ভাল পাইছিল। চিঞ্জাৰে ল'ৰাটিক চুমা খালে।

বিদায় লবলৈ চিঞ্জাৰ থিয় হ'ল কিন্তু গাভৰুৱে বাধা দিলে।

"আপুনি কিবা অলপ খাইহে যাব পাৰিব। আপোনাৰ নিশ্চয় ভোক লাগিছে।"

অলপ নাই-নুই কৰি চিঞ্জাৰ খাবলৈ বহিল। মাজে মাজে সৰু লৰাটিৰ মুখখন মৰমতে মোহাৰি দিলে। খাবৰ সময়ত চিঞ্জাৰৰ পুনৰ প্ৰশ্ন, "আপুনি এই বিষয়ে কেতিয়া আলোচনা কৰিব খোজে? মই কেতিয়া আহিম?"

"যদি আপোনাৰ অসুবিধা নহয়, তেনেহলে অহা বৃহস্পতিবাৰে আহিব। সেই দিনটো মোৰ ছুটী। আপুনি দুপৰীয়াৰ আহাৰো ইয়াতেই খাব।"

"আহাৰৰ ব্যৱস্থা কৰিব নালাগে।"

"নহয়, খাই কথা পাতিবলৈ বেছি ভাল।"

"ঠিক আছে—দুপৰীয়া বাৰ বজাত আহিম।"

অকণমানি এমিলক চুমা দি চিজ্জাৰে বিদায় ললে। চিৰকাল দেউতাকৰ লগে লগে থকা চিজ্জাৰৰ অকলশৰীয়া দিনবোৰ নেযায়-নুপুৰায় লাগিল। তেওঁ চাৰিওপিনে অনাই-বনাই ঘূৰি ফুৰিবলৈ ধৰিলে। প্ৰায়েই তেওঁ ভাবে অহা সপ্তাহত ড'নেটক লগ ধৰিব লগীয়া দিনটোৰ কথা। তাই সচাকৈয়ে বৰ ভাল ছোৱালী, অতি সুন্দৰ ব্যৱহাৰ। তেওঁ মনে মনে ঠিক কৰিলে ড'নেটক বছৰত দুহেজাৰ ফ্ৰাঙ্কৈ দিব আৰু ল'ৰাটোৰ নামত কিছু নগদ টকা জমা থব। তেওঁ ভাবিলে অহা বৃহস্পতি বাৰে এই কথাৰ আলোচনা হব।

সেই অকণমানি ল'ৰাটি! মোৰ দেউতাৰ সন্তান। সি এই পৰিয়ালৰে মানুহ কিন্তু দেউতাৰ নাম বা সম্পত্তিৰ উত্তৰাধিকাৰী নহয়— চিজ্জাৰে ভাবিলে।

পুনৰ বৃহস্পতি বাৰ আহিল। চিজ্জাৰে কৰেললৈ যাত্ৰা কৰিলে। এই-বাৰো মেজত মদৰ বটল। প্লেটত কটি কিন্তু ওপৰৰ ডাঠ বাকলি গুচোৱা নাই।

ড'নেট অলপ বেছি শান্ত। আগতকৈ বেছি শেঁতা। খোৱাৰ মেজত আলোচনা চলিল। কিন্তু ড'নেটক বেছি টকা নালাগে। মাত্ৰ এমিল অভাৱত পৰিব নলগীয়াকৈ অলপ পালেই যথেষ্ট। চিজ্জাৰে আগতে সিদ্ধান্ত কৰাৰ উপৰিও আৰু এহেজাৰ ফ্ৰাঙ্ক অতিৰিক্ত দিব। এইদৰে কিছু সময় আলোচনা চলাৰ পিছত চিজ্জাৰৰ কথাই বল। খাই উঠি চিগাৰেট জ্বলাবলৈ জেপত হাত দি চিজ্জাৰ অত্যন্ত বিৰক্ত হল। তেওঁ পাহৰি পাইপ ডাল ঘৰত এৰি আহিছে। ড'নেটে কথাটো বুজি পাই দেউতাকে ব্যৱহাৰ কৰা পাইপ এডালত দেউতাকে ব্যৱহাৰৰ বাবে ৰখা ধপাত অলপ ভৰাই চিজ্জাৰৰ হাতত দিলে। চিজ্জাৰে এমিলক আঁঠুৰ ওপৰত বহুৱাই ললে। তেওঁ-লোকৰ মাজত বিভিন্ন কথা-বতৰা চলিল। আবেলি তিনি বজাত চিজ্জাৰ অনিচ্ছাৰে যাবলৈ ওলাল।

চিজ্জাৰক বিদায় দিবলৈ ড'নেট থিয় হল। তেওঁৰ মুখখন লাজত ৰঙা। সেই সময়ত তেওঁৰ অইন এজনৰ কথা মনত পৰিছিল—অতীতৰ কথা।

"আমাৰ আকৌ কেতিয়া দেখা-দেখি হ'ব ?" ড'নেটে সুধিলে।

"যদি আপুনি বেয়া নাপায় আহিব পাৰোঁ।" —চিক্কাৰে কলে।

"অহা বৃহস্পতি বাৰে যদি আপুনি আহে, বৰ আনন্দ পাম।"

"অহাত মোৰ একো অসুবিধা নাই।"

"তেতিয়া হলে আপোনাৰ দুপৰীয়াৰ আহাৰ ইয়াতে হব।"

"আপোনাৰ অনুৰোধ মই অমান্য নকৰোঁ।"

"তেনেহলে সেইটোৱেই হ'ব। অহা বৃহস্পতি বাৰে দুপৰীয়া বাৰ বজাত—ঠিক আজিৰ দৰেই।"

"হ'ব, বৃহস্পতি বাৰে—দুপৰীয়া বাৰ বজাত।"

———

# সেই চোলাবোৰ
## [ THE SHIRTS ]

—কেৰেল কেপেক

[চেকশ্ল'ভেকিয়াৰ কেৰেল কেপেক (১৮৯০) ইংৰাজী পঢ়ুৱৈ সমাজত RUR আৰু "The Insect play"ৰ লেখক হিচাবেহে বিশেষ ভাবে জনাজাত। প্ৰেগত ছাত্ৰ হিচাবে থকা সময়তেই তেওঁ লিখিবলৈ আৰম্ভ কৰে। অধ্যয়ন শেষ কৰি তেওঁ সাহিত্য সৃষ্টিত সম্পূৰ্ণৰূপে মনোনিবেশ কৰে। মহাযুদ্ধৰ পিচত তেওঁ বিভিন্ন বিষয়ৰ ওপৰত লিখিছিল যদিও প্ৰধানকৈ নাট ৰচনাতহে গুৰুত্ব দিছিল। নাট্যকাৰ ৰূপে বিখ্যাত যদিও চুটি গল্পকো তেওঁ ভাৱ প্ৰকাশৰ মাধ্যম হিচাবে গ্ৰহণ কৰিছে।]

তেওঁ নিজৰ মনটোক যদিও অইন পিনে ঢাল খুৱাবলৈ চেষ্টা কৰিছে তথাপি এই অশান্তিকৰ চিন্তাটোৱে সকলো সময়তে তেওঁক খুলি খুলি খাইছে—ঘৰ চলোৱা তিৰোতাজনীয়ে তেওঁৰ অজ্ঞাতে যথাসৰ্ব্বস্ব লুটপাত কৰি নিছে। তাই বহুত দিন এই ঘৰখনত আছে আৰু কাম-বন কৰি সকলো চলাই আছে—সেই বাবেই তেওঁ নিজে ব্যক্তিগত বস্তুবোৰৰো হিচাব নাৰাখে। এয়া তেওঁৰ দামী কাপোৰ থোৱা আলমাৰী। পুৱা তেওঁ এইটো খোলে আৰু দ'মটোৰ ওপৰৰ পৰা এটা পৰিষ্কাৰ চাৰ্ট তুলি লয়। মাজে মাজে জোহাঙ্কা আহে আৰু গৃহস্থৰ আগত পুৰণি ফিটিকা চাৰ্ট এটা দাঙি ধৰি কয়—"আটাইবোৰ চোলাৰে একে অৱস্থা, কেইটামান নতুন চাৰ্ট আনিব লাগিব।" ঠিক আছে—গৃহস্থয়ো পিছদিনা পুৱাই গৈ এখন দোকানৰপৰা আধা ডজন নতুন চাৰ্ট কিনি আনে। কিন্তু তেওঁৰ মনত নেথেলায় যে অলপ দিনৰ আগতে মাত্ৰ তেওঁ ঠিক এইদৰেই আধা ডজন নতুন চাৰ্ট কিনিছিল। তেওঁ বৰলা মানুহ যদিও অন্যান্য বস্তুৰ ক্ষেত্ৰতো একেই অৱস্থা। জোতা, টাই কলাৰ, চাবোন, কাপোৰ আৰু

অন্যান্য বস্তুও তেওঁ ঘনাই কিনিব লাগে। হয়তো বুঢ়া মানুহ বাবেই তেওঁৰ বস্তুবোৰ ঘনাই বেয়া হয়, নহলে ভগবানেহে জানে সেই নতুন বস্তুবোৰ ক'লৈ যায়। তেওঁ নতুন নতুন বস্তু কিনিয়েই আছে, কিন্তু যেতিয়াই আলমাৰী খোলে তেতিয়াই তাত পায় পুৰণি ফিচিকা কাপোৰ। এইবোৰ কেতিয়া বনোৱা তেওঁ ক'ব নোৱাৰে। অৱশ্যে শ্ৰীমতী জোহাঙ্কাই ঘৰ চলাই আছে, গতিকে তেওঁ নিজে এইবোৰ লৈ চিন্তা নকৰে।

এতিয়া ইমান বছৰৰ মূৰত পোন প্ৰথমবাৰ তেওঁৰ মনত খেলালে যে তেওঁক নিয়মীয়াকৈ শোষণ কৰা হৈছে। ঘটনাটো ঘটিল আচৰিত ধৰণে। সেইদিনা পুৱা তেওঁ কোনোবা এটা সঙ্ঘৰ পৰা ভোজমেলৰ নিমন্ত্ৰণ এটা পালে। বহু বছৰ ধৰি তেওঁৰ কাৰো লগত প্ৰায় সম্পৰ্ক নথকাৰ নিচিনাই, চিনাকি বন্ধুৰ সংখ্যাও তেনেই তাকৰ। গতিকে অভাৱনীয়ভাৱে এই নিমন্ত্ৰণ পাই তেওঁ বিবুধিত পৰিল। প্ৰথমতে আনন্দ লাগিল যদিও পিচত চিন্তিত হ'ল। প্ৰথমতে চাৰ্টৰ চিন্তা, এই নিমন্ত্ৰণত যোগ দিবৰ বাবে উপযুক্ত ভাল চাৰ্ট আছে নে নাই। তেওঁ গোটেই আলমাৰী ওলট-পালট কৰিলে, কিন্তু গোটেইবোৰেই হয় হাত, নহয় কলাৰ ফিচিকা। তেওঁ জোহাঙ্কাক মাতি গধূলিৰ অনুষ্ঠানত যোগ দিবৰ বাবে পিন্ধিব পৰাকৈ ভাল চাৰ্ট আছে নে নাই সুধিলে।

অলপ সময় জোহাঙ্কাৰ মুখখন মেলি খাই থাকিল, মুখৰ পৰা মাত নোলাল। তাৰ পিচত খৰকৈ ক'লে—গৃহস্থই নতুন চোলা কিনিব লাগিব, পুৰণিবোৰ তাই সদায় কিমান চিলাব? গোটেইবোৰ ফটা-ছিটা। কিন্তু তেওঁৰ ভাব হ'ল মাত্ৰ অলপ দিনৰ আগতেহে তেওঁ যেন কেইটামান চোলা কিনিছিল কিন্তু নিশ্চিত হ'ব নোৱাৰি মনে মনে থাকিল আৰু কোটটো পিন্ধি লৈ চাৰ্ট কিনিবৰ বাবে দোকানলৈ যাবলৈ ওলাল। কোটৰ জেপ কেইটা পৰিষ্কাৰ কৰিবলৈ তাত থকা পুৰণা কাগজবোৰ উলিয়ালে আৰু দৰ্কাৰী নে অদৰ্কাৰী চাওঁতে তাত অলপ দিনৰ আগৰ তাৰিখত চোলা কিনা দোকানৰ ৰচিদ এখন পালে। মাত্ৰ সাত সপ্তাহ আগৰ—আধা ডজন চাৰ্টৰ ৰচিদ। এইদৰেই গোটেই ঘটনাটো জলজল পট্‌পটকৈ ওলাই পৰিল।

নতুন চোলা কিনিবলৈ তেওঁ ওলাই নগ'ল, গোটেই কথাটো দকৈ চিন্তা কৰি কোঠাৰ ভিতৰতে ঘূৰি ফুৰিবলৈ ধৰিলে। পাৰ হৈ অহা অকলশৰীয়া বছৰবোৰৰ কথা চিন্তা কৰিলে। পত্নীৰ মৃত্যুৰ পিচৰ পৰাই জোহাঙ্কাই এই ঘৰখন চলাই আছে, কিন্তু এটা মুহূৰ্ত্তৰ বাবেও তেওঁ জোহাঙ্কাক সন্দেহ নাইবা অবিশ্বাস কৰা নাই। এতিয়া তেওঁৰ মনত এটা অস্বস্তিকৰ ধাৰণা সোমাল যে জোহাঙ্কাই তেওঁক ইমান বছৰ শোষণ কৰি আছে। তেওঁ কোঠাটোৰ চাৰিও পিনে চালে, কিন্তু কি কি হেৰাইছে বুজিব নোৱাৰিলে যদিও অনুভৱ কৰিলে কোঠাটো যেন শূন্য, উকা। এই কোঠাটোত আৰু কি কি বস্তু আছিল মনত পেলাবলৈ তেওঁ বাৰে বাৰে চেষ্টা কৰিবলৈ ধৰিলে। এইবোৰৰ উপৰিও কিবা প্ৰয়োজনীয় বস্তু আৰু কিবা মৰমৰ বস্তু—কি আছিল? চিন্তিত ভাৱে তেওঁ পত্নীৰ বাকচটো খুলিলে—তাত তেওঁৰ স্মৃতি জড়িত বস্তুবোৰ থোৱা আছে। তেওঁ ব্যৱহাৰ কৰা কাপোৰ, গহনা আৰু অন্যান্য ব্যৱহাৰ কৰা বস্তুৰ কেইপদমান ভঙা-ছিঙা বস্তু বাকচটোৰ তলীত পৰি আছে। কিন্তু পত্নীৰ স্মৃতিক অপহৰণ কৰা হৈছে, ভগবান, তেওঁ মৰম আৰু যত্নেৰে ব্যৱহাৰ কৰা বস্তুবোৰ ক'লৈ গ'ল!

বাকচটো বন্ধ কৰি তেওঁ অন্য কথা ভাবিবলৈ জোৰকৈ চেষ্টা কৰিলে। সেইদিনা গন্‌লিৰ ভোজ-মেলৰ কথা চিন্তা কৰিলে। কিন্তু অতীতৰ বছৰবোৰ যেন জোৰকৈ আহি মনৰ পৰ্দাত জিলিকি উঠিল। তেওঁ যেতিয়া এই বছৰবোৰৰ লগত সক্ৰিয়ভাৱে জড়িত আছিল তেতিয়াতকৈ যেন এতিয়া সিহঁত অধিক বেদনাময়, তিক্ত আৰু বিষণ্ণ। সিহঁতে যেন দুখৰ হুমুনিয়াহ কাঢ়িছে। অৱশ্যে সেই সময়খিনিত তেওঁ যেন তন্দ্ৰাগ্ৰস্ত হৈ আছিল। কিন্তু এতিয়া তেওঁ বুজিলে যে অকলশৰীয়া মানুহজনৰ তন্দ্ৰাৰ সুযোগ লৈ ডকাইতে তেওঁৰ মূৰৰ গাৰুটোও চুৰ কৰি লৈ গৈছে। এতিয়া তেওঁৰ একো নাই। যথা সৰ্ব্বস্ব হেৰুৱাই তেওঁ বুকুত এক তীব্ৰ বেদনা অনুভৱ কৰিলে। পত্নীক চিৰ বিদায় দি শ্মশানৰ পৰা অহাৰ যি বেদনা, তাতকৈয়ো যেন এই বেদনা অধিক যন্ত্ৰণাদায়ক। এই ঘটনাই তেওঁক অধিক বুঢ়া কৰিলে, এক ক্লান্তিকৰ বেদনাই যেন তেওঁৰ অনুভূতিক গ্ৰাস কৰিলে।

অনুভৱ হ'ল গোটেই জীৱনটোৱেই যেন এক নিষ্ঠুৰ যন্ত্ৰণাৰ সমষ্টি।

কিন্তু তেওঁ এটা কথা বুজিব নোৱাৰিলে। তাই মোৰ বস্তুবোৰ কিয় চুৰ কৰিব? সেইবোৰেৰে তাই কি কৰিব? এক বিদ্বেষ ভৰা সন্তুষ্টিৰে তেওঁ হঠাতে পুৰণি কথা এটা মনত পেলালে। তেনেহ'লে কাৰণ সেইটোৱেই। ক'ৰবাত তাইৰ মৰমৰ ভতিজা পুতেক এটা আছে। আগেয়ে তাই প্ৰায়ে মোৰ আগত তাৰ গুণ বখানি বেলবেলাই থাকে। অলপ দিনৰ আগেয়ে কেকোৰা চুলি, চেপেটা নাক আৰু মোটোহা গোফৰ এই ভতিজাকটোৰ ফটো এখন দেখুৱাই তাই মৰম আৰু গৌৰৱত চকুপানী মচিছিল। অ'—মোৰ বস্তুবোৰ পোৱা হ'লে তালৈকে চালান দিয়া হৈছে! খঙত তেওঁৰ সৰ্ব্ব শৰীৰ কঁপি উঠিল। খঙতে বেগাই পাকঘৰলৈ গৈ তেওঁ জোহাঙ্গাক বেয়াকৈ ধমকি এটা মাৰিলে আৰু আকৌ বেগাই উভতি আহিল। তাই ভয়তে কঁপিবলৈ ধৰিলে আৰু তাইৰ সৰু সৰু চকু দুটাৰে পানী ওলাবলৈ ধৰিলে।

দিনটোৰ বাকী সময়খিনি তেওঁ তাইক এবাৰো নেমাতিলে। বৰ অপমানিত হোৱা যেন হৈ তাই জুমুনিয়াহ কাঢ়িবলৈ ধৰিলে আৰু মাজে মাজে হাতৰ ওচৰৰ বাচন-বৰ্ত্তনত শব্দ কৰি মনৰ বেজাৰ প্ৰকাশ কৰিবলৈ ধৰিলে। গৃহস্থৰ খঙৰ কাৰণ তাই তেতিয়াও বুজা নাছিল। দুপৰীয়া তেওঁ গোটেই বাকচবোৰ আৰু দ্ৰয়াৰবোৰ ভালকৈ খুলি-মেলি চালে, কি ভয়ানক! প্ৰথমতে এটা, তাৰ পিচত আৰু এটাকৈ আগেয়ে ব্যৱহাৰ কৰা বস্তুবোৰৰ কথা তেওঁৰ মনত পৰিবলৈ ধৰিলে। উত্তৰাধিকাৰী সূত্ৰে থকা পৰিয়ালৰ কিছুমান প্ৰাচীন বস্তু—যিবোৰ এতিয়া তেওঁৰ মনত বিশেষভাৱে বহুমূলীয়া হৈ পৰিছে—এতিয়া তাৰ একোৱেই নাই, একোৱেই নাই—বাকচ শূন্য। তেওঁৰ অনুভৱ হ'ল একুৰা ভয়ঙ্কৰ জুয়ে যেন তেওঁৰ সকলো গ্ৰাস কৰি পেলাইছে। এই অকলশৰীয়া মানুহজনৰ খঙত তিয়া ধুনি কান্দিবৰ মন গ'ল।

খোলা বাকচৰ সন্মুখত ধূলিৰে পোত খাই তেওঁ শূন্য দৃষ্টিৰে বহি আছে। হাতত বাকচৰ তলীত পৰি থকা একমাত্ৰ স্মৃতি-চিহ্ন দেউতাকে ব্যৱহাৰ কৰা মণিৰে তৈয়াৰী এটা পইচা থোৱা মোনা—বহু দিন ব্যৱহাৰৰ

ফলত সেইটো দুয়ো পিনে ফুটিছে। কিমান বছৰ চুৰ কৰি কৰি বাৰু তাই ঘৰখন এইদৰে শূন্য কৰিছে? খঙত তেওঁৰ হিতাহিত জ্ঞান হেৰাই গৈছে, এই মুহূৰ্ত্তত তাইক ওচৰত পোৱা হ'লে তেওঁ ভালকৈ তাইক কেইপাটমান চৰ লগাই দিলেহেঁতেন। তাইক এতিয়া মই কি কৰিম? নে পুলিচত দিম? কিন্তু কাইলৈ কোনে ভাত ৰান্ধিব? হোটেলত খাম—চিন্তা কৰিব লগীয়া কি আছে? কিন্তু কোনে মোক গৰম পানী কৰি দিব, গধূলি কোনে কোঠাত জুইকুৰা ধৰি দিব? জোৰকৈ তেওঁ মনৰ পৰা এই দুঃচিন্তাবোৰ আঁতৰাই দিলে। নিজকে নিজে ক'লে—কাইলৈ ইয়াৰ মীমাংসা কৰিম, কিবা এটা ব্যৱস্থা হ'ব। তাই ভাবিছে তাই নেথাকিলে মোৰ ঘৰ নচলিব। সি যি নহওক, তেওঁ স্বীকাৰ কৰক বা নকৰক—এই সমস্যাটো তেওঁৰ বাবে অতি গধুৰ হৈ পৰিল। কিন্তু জোহান্নাই ইমান দিনে কৰি অহা এইবোৰ অন্যায় কাম আৰু তাৰ বাবে তাইক শাস্তি দিয়াটো অতি প্ৰয়োজনীয়।

সন্ধিয়া সময়ত তেওঁ মনত যথেষ্ট সাহস গোটাই ৰান্ধনি-ঘৰ পালেগৈ। জোহান্নাক তেওঁ এটা অপ্ৰয়োজনীয় কিন্তু অলপ দীঘলীয়া কামত আঁতৰলৈ পঠালে আৰু লগতে কামটো সমাধা কৰি আহিবলৈ হুকুম দিলে জোহান্নাই একো উত্তৰ নিদিলে আৰু গৃহস্থৰ এই শাস্তি দুখেৰে মূৰ পাতি ল'লে।

তাই ওলাই যোৱাৰ লগে লগে সশব্দে তেওঁ দৰজাখন বন্ধ কৰি দিলে। এতিয়া তেওঁ ঘৰখনত অকলশৰীয়া। তেওঁৰ বুকু ধপ ধপালে। লাহে লাহে তেওঁ ৰান্ধনি-ঘৰ পালেগৈ, আৰু অলপ সঙ্কোচেৰে দুৱাৰৰ শলখাত হাত দিলে। এতিয়া তেওঁ জোহান্নাৰ বাকচ খুলিব লাগিব—কথাটো ভাবি তেওঁৰ সৰ্ব্ব শৰীৰ আতঙ্কত শিয়ঁৰি উঠিল। এইটো দেখ-দেখকৈ ডকাইতি কিন্তু তেওঁ যি কোনো উপায়ে ইমান দিনে তেওঁৰ ঘৰত ঘটা এই অন্যায় কাৰ্য্যৰ প্ৰমাণ সংগ্ৰহ কৰিবলৈ দৃঢ় প্ৰতিজ্ঞ। দুৱাৰ খুলি তেওঁ ভিতৰ সোমাল।

ৰান্ধনি ঘৰৰ ভিতৰখন পৰিষ্কাৰ—পৰিচ্ছন্ন হৈ জিলিকি আছে। তেওঁ জোহান্নাৰ বাকচটো দেখিলে—সেইটো তলা বন্ধ আৰু চাবিপাটো

নাই। চাবিপাট নেদেখি যি কোনো উপায়ে বাকচৰ ভিতৰখন পৰীক্ষা কৰাৰ ইচ্ছা দৃঢ় হ'ল তেওঁৰ। সৰু চুৰি এখনৰ আগেৰে বাকচটো খুলিবলৈ চেষ্টা কৰিলে যদিও খুলিব নোৱাৰিলে, মাত্র তলাটো বেয়া হ'ল। চাবি বিচাৰি তেওঁ পাকঘৰৰ ড্ৰয়াৰবোৰ চলাথ কৰিলে। নিজৰ চাবি কোচাবেও চেষ্টা কৰিলে। আধা ঘণ্টামান যুঁজি থকাৰ পিছত দেখিলে সেইটোত চাবি লগোৱা নাই, অকণমান টান মাৰোতেই খোল খাই গ'ল।

বাকচটোত দেখিলে—ধুনীয়াকৈ ইস্ত্রি কৰা তেওঁৰ দামী কাপোৰবোৰ থাকে থাকে সজোৱা আছে আৰু একেবাৰে ওপৰত আছে অলপ দিনৰ আগতে কিনা নতুন চার্ট ছটা। দোকানৰপৰা বান্ধি দিয়া নীলা ফিটা ডালেৰে এতিয়াও বন্ধা আছে। এটা সৰু কাগজৰ বাকচত তেওঁৰ পত্নীৰ বাখৰ পতোৱা ব্ৰোচ, দেউতাকৰ মুক্তা লগোৱা চার্টৰ বুটাম, হাতী-দাঁতৰ ফ্ৰেমত বন্ধোৱা মাকৰ ফটো, ভগবান! এই বোৰেৰে তাই কি কৰিব বাৰু? বাকচটোত থকা সকলো বস্তু তেওঁ বাহিৰলৈ উলিয়ালে। তাত আছিল তেওঁৰ মোজা, কলাৰ, এবাকচ চাবোন, দাঁতৰ ব্ৰাচ, পুৰণি চিল্কৰ ৰেষ্ট কোট এটা, গাৰু ওৱাৰ, পুৰণি পিষ্টল এটা ধোৱাঁ লগা ব্যৱহাৰ কৰিব নোৱৰা ধপাতৰ পাইপ এডাল। তেওঁৰ বাকচৰ পৰা হেৰোৱা বস্তুবোৰৰ এইখিনি মাত্র এটা সামান্য অংশহে, বাকীবোৰ বোধকৰো কেতিয়াবাই কেঁকোৰা চুলিৰ ভতিজাকৰ ওচৰ পাইছেগৈ। খঙৰ উত্তেজনা অলপ সাম কাটিলে যদিও জোহান্নাৰ কার্যাক তেওঁৰ মনে তীব্র ভাবে ধিক্কাৰ দি উঠিল। ইমান দিনে তুমি এইবোৰকে কৰি আছিলা জোহাংকা, তুমি এই কাম কৰিবা বুলি মই ভবাই নাছিলোঁ।

এপদ এপদকৈ নিজৰ বস্তুখিনি নিজৰ কোঠালৈ নি তেওঁ মেজৰ ওপৰত থলে—যেন নানা ধৰণৰ বস্তুৰ এখন খেলি-মেলি প্ৰদৰ্শনীহে। জোহাংকাৰ বস্তুবোৰ বান্ধনি ঘৰৰ তাইৰ বাকচত তেওঁ থৈ আহিল। প্ৰথমতে তেওঁ সেইবোৰ পৰিপাটীকৈ থব খুজিছিল যদিও কেইবাৰ মান চেষ্টা কৰি নোৱাৰিলে। তেতিয়া বাকচটো খোলাকৈয়ে এৰি তেওঁ গুচি আহিল—জানিবা এটা ডকাইতিহে হৈছে। এতিয়া তেওঁৰ ভয় লাগিল

কিজানি জোতাংকো ওলায়হি আৰু তাই আহি পালেই তেওঁ তাইৰ লগত গোটেই বিষয়টো লৈ কথা হ'ব লাগিব। কথাটো চিন্তা কৰিয়েই তেওঁ বৰ বিৰক্ত হ'ল আৰু লৰা-লৰিকৈ পোছাক পিন্ধিবলৈ ধৰিলে। তেওঁ নিজৰ মনতে ক'লে, কাইলৈ মই তাইক ৰাস্তা দেখুৱাম, আজি তাই জানক মই যে তাইৰ অপকৰ্মবোৰৰ কথা জানিছোঁ। তেওঁ নতুন চাৰ্ট এটা হাতত ল'লে কিন্তু সেইটো কাগজৰ দৰে ঠিয়। বহুত চেষ্টা কৰিলে তেওঁ টান কলাৰটো লগাব নোৱাৰিলে। জোতাংকাও যি কোনো মুহূৰ্ত্ততে ওলাবহি পাৰে।

লৰালৰিকৈ তেওঁ পুৰণি চাৰ্টটোকে পিন্ধি ল'লে, যদিও সেইটো ফটা বুলি তেওঁ জানে। এইদৰে সাজ-পোছাক কৰি চোৰৰ দৰে তেওঁ হাতত সাৰে ভৰিত সাৰে বাহিৰলৈ ওলাই গ'ল আৰু ভোজ মেললৈ যোৱাৰ সময় নোহোৱা পৰ্য্যন্ত বৰষুণৰ মাজতে ৰাস্তাত উদ্দেশ্যহীন ভাবে ঘূৰি ফুৰিলে। ভোজ মেলতো তেওঁ বৰ অবলশৰীয়া যেন অনুভৱ কৰিলে পুৰণি বন্ধুবোৰৰ লগত আন্তৰিক হবলৈ চেষ্টা কৰিলে যদিও তেওঁলোকৰ প্ৰথম পৰিচয়ৰ পিচত বহু বছৰ পাৰ হৈ গৈছে, গতিকে ইমান বছৰৰ ব্যৱধানত আন্তৰিকতাৰ সম্পৰ্কও ঢিলা হৈ গৈছে। এতিয়া তেওঁলোকে পৰস্পৰক খুব কমকৈহে চিনি পায়। অৱশ্যে তেওঁৰ কাৰো প্ৰতি বেয়া ভাব নাই। দূৰৈত অকলে থিয় হৈ তেওঁ উজ্জ্বল পোহৰৰ মাজতে ইফালে সিফালে পৰিচিতজনৰ পিনে চাই আছিছে। হঠাতে তেওঁৰ অন্তৰখন ভয়তে কঁপি উঠিল—ইমান মানুহৰ সমাগম, উজ্জ্বল পোহৰ, নাচ-গান—এইবোৰৰ মাজত মোক কেনেকুৱা দেখাইছে বাৰু? চোলাৰ কলাৰ আৰু হাতৰ ফিচিকা ঠাইবোৰৰ পৰা সূতা ওলমি আছে, কোটৰ বুকুত কিহবাৰ দাগ এটা আৰু জোতাযোৰ! সেই কথা নোকোৱাই ভাল। তেওঁ মনে মনে ভাবিলে—ফাট দিয়া বসুমতী পাতালে লুকাওঁ। তেওঁ নিজকে লুকুৱাব পৰা ঠাই বিচাৰি চাৰিও পিনে চালে কিন্তু ইমান পোহৰ আৰু সকলোৰে ধুনীয়া দামী পোছাক, তাত তেওঁ নিজকে ক'ত লুকুৱাব? দুৱাৰৰ পিনে আগবাঢ়িবলৈকো তেওঁৰ সঙ্কোচ হ'ল, কাৰণ অলপ লৰচৰ কৰিলেই কিজানি সকলোৱে তেওঁৰ পিনে চায়। দুঃচিন্তাত তেওঁৰ

কপালত ঘামৰ টোপাল বিৰিঙিল। তেওঁ স্থিৰ হৈ থিয় হৈ থকা যেন দেখুৱালে যদিও লাহে লাহে কোনেও বুজিব নোৱৰাকৈ ভৰি দুখন চোচোৰাই চোচোৰাই দুৱাৰৰ পিনে আগবাঢ়িবলৈ ধৰিলে। কিন্তু কি দুৰ্ভাগ্য, স্কুলীয়া জীৱনৰ বন্ধু এজনে বাটতে আগভেটা দিলে। অৱশ্যে তেওঁৰ লগত কথা পাতি বন্ধুজন সন্তুষ্ট নহল আৰু অলপ পিছতে আঁতৰি গ'ল। সকাহৰ উশাহ এটা টানি তেওঁ লাহে লাহে দুৱাৰৰ ওচৰ পাই লাহেকৈ বাহিৰ ওলাই আহিল আৰু একেবাৰে ঘৰ পালেহি। তেতিয়াও মাজ ৰাতি হোৱা নাই।

বাটত আকৌ জোহাঙ্কাৰ কথা মনত পৰিল তেওঁৰ। খোজ কঢ়াৰ ফলত স্নায়ুবোৰ পুনৰ সজীৱ হৈ উঠিল আৰু জোহাংকাক কি ক'ব সেই কথা তেওঁ মনতে আলচ কৰিলে। প্ৰথমতে তেওঁ গম্ভীৰ ভাষাত দীঘলীয়াকৈ তাইৰ অপকৰ্ম্মৰ বিষয়ে কৈ তিৰস্কাৰ কৰিব আৰু পিচত ক্ষমা কৰিব। ঠিকেই, শেষত তেওঁ তাইক ক্ষমা কৰিব। তাইক তেওঁ ৰাস্তালৈ উলিয়াই নিদিয়ে। জোহাংকাই নিশ্চয় কান্দিব, কাকুতি মিনতি কৰিব আৰু নিজকে শুধৰাবলৈ প্ৰতিজ্ঞা কৰিব। তেওঁ নীৰৱে শুনিব আৰু সেই সময়খিনিত নিৰ্ব্বিকাৰ হৈ থাকিব আৰু তাইৰ কথা শেষ হ'লে গম্ভীৰ ভাবে ক'ব, "জোহাংকা, তোমাৰ অকৃতজ্ঞতাৰ শুধৰাণৰ বাবে মই তোমাক এটা সুযোগ দিম, তুমি সৎ আৰু বাধ্য হোৱা। তাৰ বাহিৰে তোমাৰ পৰা মই একো নিবিচাৰোঁ। মই বুঢ়া মানুহ আৰু সেই বাবেই নিষ্ঠুৰ হ'ব নোৱাৰোঁ।"

এইবোৰ চিন্তা কৰি তেওঁ ইমান উত্তেজিত হৈ উঠিল যে কেতিয়া ঘৰ পালেহি গমেই নেপালে। তেওঁ দুৱাৰখন খুলিলে। জোহাংকাৰ কোঠাত এটা লাইট জ্বলি আছিল। পৰ্দাৰ ফাকেদি তেওঁ ৰান্ধনি ঘৰলৈ ভুমুকিয়ালে! ভগৱান! এয়া কি দেখিছোঁ? কান্দি কান্দি জোহাংকাৰ মুখখন ৰঙা পৰি ফুলি উঠিছে, তাই ইফালে-সিফালে দৌৰা-দৌৰি কৰি এটা ডাঙৰ বাকচত নিজৰ বস্তুবোৰ সুমুৱাই আছে। ভয়তে তেওঁৰ সৰ্ব্ব শৰীৰ কঁপি উঠিল। বাকচটো আকৌ কিয়? হাতত সাৰে ভৰিত সাৰে তেওঁ নিজৰ কোঠাত সোমালগৈ। চিন্তাত তেওঁ হতবুদ্ধি হ'ল।

জোহাংকা কাম এৰি যাবগৈ নেকি ?

তেওঁৰ সন্মুখৰ মেজখনত জোহাংকাই চুৰ কৰা বস্তুবোৰ পৰি আছে। তেওঁ নিজকে নিজে ক'লে, অ'—তাই বুজিছে যে তাইৰ চুৰিৰ কথাবোৰ মই জানিছোঁ আৰু ভাবিছে তাইক মই এতিয়াই খেদি দিম। সেই কাৰণেই বোধকৰো নিজৰ বস্তুবোৰ সামৰি আছে। বাৰু, আজি তাই সেই ধাৰণাটোকে লৈ থাকক, এইটোও তাইৰ বাবে এটা ডাঙৰ শাস্তি হ'ব। পুৱা মই তাইৰ লগত কথা হ'ম। কিন্তু—হয়তো এতিয়াই তাই আহি মোৰ ওচৰত ক্ষমা খুজিবহি, আঠুকাঢ়ি পৰিব আৰু কিছু সময় কান্দিব। সিহঁতৰ কাণ্ড-কাৰখানাবোৰ তেনেকুৱাই। তেতিয়া হ'লেই হ'ব, জোহাংকা, মই বেছি নিষ্ঠুৰ হ'ব নোখোজোঁ, তুমি ইয়াতে থাকিব পাৰিবা।

তেওঁ গধূলিৰ সাজটোৰেই বহি ঘটনাই কোন পিনে ঢাল লয় লক্ষ্য কৰি থাকিল। গোটেই ঘৰটোতে গভীৰ নীৰৱতা বিৰাজ কৰিছে। ৰান্ধনি ঘৰত জোহাঙ্কাৰ প্ৰত্যেকটো খোজৰ শব্দ তেওঁ শুনি আছে। তাৰ পিচত খণ্ডেৰে বাকচৰ ঢাকনি বন্ধ কৰাৰ শব্দ, আকৌ নীৰৱতা। কি হ'ল ? ভয়তে তেওঁ জাপ মাৰি থিয় হ'ল আৰু কাণ পাতিলে। দীঘলীয়া বিননি, মানুহ নহয় যেন কিবা জন্তুৱেহে চিঞৰিছে। তাৰ পিছত উচুপনি, তাৰ পিছত মজিয়াত আঠু কঢ়াৰ শব্দ আৰু লগে লগে অস্পষ্ট বিলাপ। জোহাঙ্কাই কান্দি আছে। কিবা এটা অস্বাভাবিক পৰিস্থিতিৰ বাবে তেওঁ সাজু হৈছিল যদিও এইটো পৰিস্থিতিৰ বাবে নহয়। ধপ্‌ধপোৱা বুকুৰে তেওঁ থিয় হ'ল আৰু ৰান্ধনি ঘৰৰ শব্দবোৰৰ পিনে কাণ পাতিলে। কন্দাৰ বাহিৰে আন একো শব্দ নাই। অ'—জোহাঙ্কাই লাহে লাহে ধৈৰ্য্য ধৰিব আৰু ক্ষমা খুজিবহি।

মনৰ সাহস ঘূৰাই আনিবৰ বাবে তেওঁ কোঠাৰ ভিতৰত ইফাল-সিফাল কৰি খোজ কাঢ়িবলৈ ধৰিলে। কিন্তু জোহাঙ্কা নাহিল। তেওঁ মাজে মাজে থমকি ৰয় আৰু কাণ পাতে। তাইৰ উচুপনিয়ে এইবাৰ বিননিৰ ৰূপ ললে। এই ভয়ঙ্কৰ কান্দোনে তেওঁক বিবুধিত পেলালে। তেওঁ নিজেই জোহাঙ্কাৰ ওচৰলৈ যাবলৈ ঠিক কৰিলে, তাইক কেও কবগৈ, "জোহাঙ্কা, এয়া তোমাৰ

এটা শিক্ষা হ'ল। এতিয়া কান্দোন বন্ধ কৰা, মই এইবোৰ কথা পাহৰি পেলাম, কিন্তু তুমি ভবিষ্যতলৈ সৎ হ'বা।"

হঠাতে এটা ভয়ঙ্কৰ শব্দ হ'ল আৰু দুৱাৰখন জোৰেৰে খোলখাই গ'ল— তাত জোহাঙ্কা থিয় হৈ আছে। কান্দোতে কান্দোতে ফুলি তাইৰ মুখৰ চেহেৰা ভয় লগা হৈ পৰিছে।

"জোহাঙ্কা"—তেওঁৰ মুখৰ পৰা অস্পষ্ট ভাবে ওলাল। জোহাঙ্কাই বিকট শব্দ কৰি কান্দি উঠিল আৰু কলে, "মোক আপুনি এই ব্যৱহাৰ কৰিছে! ইমান দিন মই ইয়াত থকাৰ পিচত—মই জানিবা চোৰ হে—মই এই অপমান পাব লগীয়া হলোঁ!"

তেওঁ আতঙ্কিত হৈ চিঞৰি কলে, "জোহাঙ্কা, তুমি মোৰ এই বস্তুবোৰ লৈ গৈছিলা—এই গোটেইবোৰ বস্তু দেখিছানে নাই? কোৱাচোন তুমি নিছিলা নে নাই?"

কিন্তু গৃহস্থৰ কথা জোহাঙ্কাৰ কাণত নোসোমাল। "আপোনাক ক'ব লগীয়া মোৰ একো নাই—ইমান অপমান—মোৰ বাকচ খানাতালাচ কৰে! জানিবা মই ঘৰ-দুৱাৰ নোহোৱা বাগৰি ফুৰা মানুহ হে। মোক এইদৰে অপমান কৰাৰ আপোনাৰ কোনো অধিকাৰ নাই—মই মৰিলেও এনেকুৱা অপমান সহ্য কৰিব নোৱাৰোঁ। মই চোৰ নেকি—আপুনি ক'ব খোজে নেকি যে মই চোৰ—মোৰ পৰিয়ালৰ মান-সন্মান আছে—মই এনেকুৱা অপমান পাম বুলি কেতিয়াও ভবা নাছিলোঁ—কিহৰ বাবে আপুনি মোক এইদৰে অপমান কৰিছে!"

গৃহস্থই সেমেকা মাতেৰে ক'লে, "জোহাঙ্কা, কথাটো তুমি ভালদৰে বিবেচনা কৰি চোৱা। এই বস্তুবোৰ তোমাৰ বাকচত কেনেকৈ সোমালগৈ? এইবোৰ তোমাৰ নে মোৰ? ভালদৰে ভাবি-চিন্তি কোৱাচোন এইবোৰ তোমাৰ নে কি?"

"মই আপোনাৰ কোনো কথা শুনিব নোখোজোঁ," জোহাঙ্কাই উচুপি উচুপি কলে, "হে ভগবান, মই কি ভীষণ অপমান পালোঁ! মই জানিবা এজনী অঘৰী তিৰোতাহে, মোৰ বাকচ খুলি চায়!" তাৰ পিচত দুগুণ জোৰেৰে কান্দি কান্দি তাই কবলৈ ধৰিলে, "মই এতিয়াই ইয়াৰ পৰা যাম!

আৰু এক মুহূৰ্ত্তও ইয়াত নেথাকোঁ। ৰাতি পুৱাবলৈ মই বাট নেচাওঁ। কেতিয়াও নেথাকোঁ।"

তেওঁ ভয়তে কলে, "শুনা, মই তোমাক খেদিব খোজা নাই নহয়। জোহাঙ্কা, তুমি ইয়াতে থাকিবা। যি হ'ল হ'ল, এতিয়া সেইবোৰ বাদ দিয়া। এইবোৰৰ বিষয়ে মইতো তোমাক এতিয়ালৈকে একোৱেই কোৱা নাই। আৰু কান্দিব নালাগে।"

সোপা মাৰি ধৰা মাতেৰে জোহাঙ্কাই কলে, "আপুনি অইন মানুহ ৰাখক। কাইলৈ পুৱালৈকো মই ইয়াত থাকিব নোৱাৰোঁ। মই জানিবা কুকুৰহে—যিহকে তিহকে ক'বলৈ—মই সেইবোৰ সহ্য নকৰোঁ—মোক হেজাৰ টকা দিলেও মই নেথাকোঁ। লাগিলে ৰাতিটো মই ৰাস্তাৰ দাঁতিত পৰি থাকিম।"

"কিন্তু জোহাঙ্কা, তুমি কিয় যাবলৈ ওলাইছা?" তেওঁ অসহায় ভাবে তাইক বুজাবলৈ চেষ্টা কৰিলে, "মইতো তোমাক আঘাত দিয়া কথা একো কোৱা নাই। আৰু তুমি অস্বীকাৰ কৰিব নোৱাৰা যে·········।"

জোহাঙ্কা তীব্ৰ অসন্তুষ্টিৰে চিঞৰি উঠিল, "আপুনি মোক আঘাত দিয়া কাম কৰা নাই—মোৰ বাকচ খানাতালাচ কৰিছে—মোক আঘাত দিয়া নাই—মই জানিবা চোৰ হে! মই কোনো কথা নুশুনো—মোৰ ক'বলগীয়া একো নাই—কোনেও মোক কেতিয়াও এনেকুৱা ব্যৱহাৰ কৰা নাছিল—ইমান অপমান—মই ভিক্ষাৰী নহয়।" তাই চিঞৰি কান্দি উঠিল আৰু দুৱাৰখন জোৰেৰে বন্ধ কৰি ওলাই গ'ল।

গৃহস্থজন হতবুদ্ধি হ'ল। অনুতাপ কৰিব ক'ত, এতিয়া তাইৰহে বক্তৃতা বেছি হৈছে। এতিয়া কি হব? শিয়ালৰ দৰে চুৰ কৰি মই গম পালোঁ কাৰণে এতিয়া ভীষণ অপমান পাইছে। চুৰ কৰি তাই লজ্জিত হোৱা নাই কিন্তু যেতিয়া কথাটো ওলাই পৰিল তাই চুৰ কৰিছে তেতিয়া ভীষণ ভাবে আঘাত পালে, বিবেকত লাগিল। এই তিৰোতাজনী বলিয়া নে কি?

কিন্তু লাহে লাহে তাইৰ অৱস্থা দেখি তেওঁ বৰ দুখিত হ'ল। তেওঁ নিজকে নিজে কলে, "চোৱা, সকলো মানুহৰে কিছুমান দুৰ্বল ক্ষেত্ৰ থাকে, এইবোৰৰ বিষয়ে সাধাৰণ মন্তব্য দিলেই হ'ল আৰু তাতেই মানুহ অসন্তুষ্ট

হয়। মানুহৰ নৈতিক অনুভূতি কিমান স্পৰ্শকাতৰ! হেজাৰ দোষ কৰিব কিন্তু সেইটো কথা কলেই বেয়া পায়। দোষ কৰিব কিন্তু সেই বিষয়ে ক'লেই কুগৰ লাগিল। গোপন অপকৰ্ম্মৰ পিনে তুমি মাত্ৰ এবাৰ আঙুলিয়াই দিয়া, তাৰ পাছত শুনিবা বেদনা আৰু অসন্তুষ্টিৰে হিয়া ভৰা কান্দোন। দোষীক বিচাৰ কৰিবলৈ গলে তুমি এজন অসন্তুষ্ট মানুহৰ হে সন্মুখীন হ'ব লাগিব।

ৰান্ধনি ঘৰৰ পৰা একেৰাহে বিননিৰ শব্দ আহি আছে। তেওঁ তাৰ ভিতৰলৈ যাব খুজিলে কিন্তু দুৱাৰ বন্ধ। দুৱাৰৰ বাহিৰৰ পৰাই তেওঁ তাইক যুক্তিৰে কথাটো বুজাবলৈ আৰু সান্ত্বনা দিবলৈ চেষ্টা কৰিলে কিন্তু উত্তৰত অধিক বেগত উচুপনি আৰু কান্দোনহে শুনা গ'ল। তাইৰ প্ৰতি এক অসহায় অনুকম্পাৰ ভাব লৈ তেওঁ নিজৰ কোঠালৈ উভতি আহিল। চুৰি হোৱা বস্তুবোৰ মেজৰ ওপৰত পৰি আছে—ধুনীয়া নতুন চার্ট, কিছুমান দামী কাপোৰ, পুৰণি স্মৃতি চিহ্ন কিছুমান আৰু অন্যান্য নানা ধৰণৰ বস্তু। তেওঁ লাহে লাহে বস্তুবোৰৰ ওপৰত আঙুলি বুলাবলৈ ধৰিলে। সেই স্পৰ্শও যেন কিবা এক ধৰণৰ বিষণ্ণ—পৰিত্যক্ত।

———

# ॥ বিষাদ ॥

## [ WOE ]

### এণ্টন ছেকভ

[ৰুছিয়াৰ অন্যতম শ্ৰেষ্ঠ হাস্য ৰসৰ লেখক আৰু নাট্যকাৰ এণ্টন ছেকভে(১৮৬০--১৯০৪) মস্কো বিশ্ববিদ্যালয়ত অধ্যয়ন কৰি থকা কালতে তেওঁৰ শ্ৰেষ্ঠ গল্প সমূহ ৰচনা কৰে। তেওঁৰ কেইবাখনো নাটক পৃথিৱীৰ বিভিন্ন ভাষালৈ অনূদিত আৰু বিভিন্ন দেশত সফলভাৱে মঞ্চস্থ হৈছে।]

গ্ৰেগৰী পেট্ৰোভ গোটেই গেলচিনো জিলাৰ ভিতৰতে এজন পাকৈত মিস্ত্ৰী আৰু দুৰ্ঘোৰ মদপী বুলি জনাজাত। যদিও কামত পাকৈত, মানুহটোৰ কিন্তু কামলৈ আগ্ৰহ নাই আৰু সেইবাবে অৱস্থাও ছালছিগা।

আজি বেমাৰী ঘৈণীয়েকজনীক লৈ সি জেমষ্টভো চিকিৎসালয়লৈ ওলাইছে। ত্ৰিচ মাইল বাট যাব লাগিব, ইপিনে ৰাস্তাৰ অৱস্থা শোচনীয়। পেট্ৰোভ মিস্ত্ৰীৰ দৰে খোদৰ কথাতো বাদেই, চিঠি বিলি কৰা পিয়নেও এই ৰাস্তা ডোখৰলৈ ভয় কৰে। ইপিনে বৰফ চেঁচা বতাহে তাৰ মুখত ঘনাই কোবাইছেহি আৰু বতাহৰ লগত উৰি আহিছে বৰফৰ টুকুৰা। এই বৰফবোৰ আকাশৰ পৰাই আহিছে নে পাতালৰ পৰাই আহিছে বুজা কঠিন। টেলিগ্ৰাফৰ খুটা, খেতি পথাৰ, গছ-গছনি একোৱেই চকুৰে নমনি— গোটেইবোৰ বৰফত পোত খাই আছে। একো একোবাৰ এনেকুৱা জোৰত বতাহে আহি গ্ৰেগৰীক কোবাই যায়হি যে সি হাতৰ লেকামডালো নেদেখে। তাৰ বেমাৰী বুঢ়া ঘোঁৰাটো শামুকীয়া খোজত আগবাঢ়িছে। বৰফত পোতখোৱা এখন ঠেং দাঙিবলৈকে তাৰ গোটেই দেহাৰ শক্তি খটুৱাব লগীয়া হৈছে। সি বেছি জোৰ দিবলৈ তাৰ ডিঙিটো সন্মুখলৈ দীঘলকৈ মেলি দিয়ে। ইপিনে মিস্ত্ৰীয়ে তভাতভাকৈ আগবাঢ়িব খুজিছে আৰু অস্থিৰ হৈ

সঘনাই নিজৰ বহা ঠাই ডোখৰতে উচপিচাই উঠি ঘোঁৰাটোক জোৰেৰে প্ৰহাৰ কৰিছে।

"নেকান্দিবা, মেট্ৰিয়না," সি মৃদু স্বৰে কলে, "অকণমান ধৈৰ্য্য ধৰি থাকাচোন। ঈশ্বৰে কৰিলে আমি সোনকালেই হাস্পতাল পামগৈ আৰু লগে লগেই তেওঁলোকে তোমাৰ চিকিৎসা কৰিব। পাভেল ইভানিচে হয়তো তোমাক লগে লগে দৰব দিব নাইবা তেজ দিবলৈ ক'ব, নাইবা তোমাক কিবা শক্তিকাৰক দৰবেৰে মালিচ দিব। তুমিতো জানাই এইবোৰ কৰিলে গাৰ বিষ কমি যায়। পাভেল ইভানিচে তোমাক ভাল চিকিৎসা দিব। আমাক দেখিলেই তেওঁ চিঞৰিব, হয়তো মাটিত ভৰিৰে গুৰিয়াব আৰু তোমাৰ কাৰণে যিমান পাৰে সুব্যৱস্থা কৰিব। তেওঁ বৰ ভাল মানুহ, অতি দয়ালু। ভগৱানে তেওঁৰ ভাল কৰক। আমাক দেখিলেই তেওঁ হাস্পতালৰপৰাই ওলাই আহি চিঞৰি ক'ব, কি হ'ল? কিয় আহিছ? আৰু লগতে এজাউৰি বকনি দিব। মোক গালি পাৰি ক'ব, সোনকালে আহিব নোৱাৰিলি—এতিয়া ওলাইছহি? মই কুকুৰ নেকি অ' গোটেই দিনটো তহঁতৰ কাৰণে খাটি মৰিম? পুৱাই আহিব নোৱাৰিলি? এতিয়া মই একো কৰিব নোৱাৰোঁ—যা, কাইলৈ আহিবি। মই তেতিয়া কাকুতি মিনতি কৰি ক'ম, ডাক্তৰ দেউতা, মই আপোনাৰ ভৰিত ধৰিছোঁ। তেতিয়া তেওঁ চিঞৰি ক'ব, "বদমাচ চয়তান, উঠ—ভৰি এৰ।"

মিস্ত্ৰীয়ে ঘৈণীয়েকৰ পিনে নোচোৱাকৈয়ে ঘোঁৰাৰ পিঠিত চাবুক মাৰিলে আৰু নিজৰ মনেৰে কৈ যাবলৈ ধৰিলে, "মই ডাক্তৰৰ ভৰি দুখনত ধৰি ক'ম, দেউতা, ভগৱান মোৰ সাক্ষী, নেদেখা গোসাঁইৰ নামত শপত খাই কৈছো—পুৱতি নিশাই মই ঘৰৰ পৰা ওলাইছোঁ কিন্তু আজি ভগৱানেই এই ধৰফৰ ধুমুহা পঠিয়াই মোক সোনকালে আহি পোৱাত বাধা দিছে, প্ৰভু। আপুনি নিজেই দেখিছে এনেকুৱা দিনত তজবজীয়া ঘোঁৰাও আগ বাঢ়িব নোৱাৰে আৰু মোৰ এই বেমাৰী ঘোঁৰাটোলৈ চাওকচোন—এইটোক নো ঘোঁৰা বুলিব পাৰিনে? পাভেল ইভানিচে খঙতে কপালৰ গাঠি থুপ খুৱাই চিঞৰি ক'ব—"তোক মই জানো গ্ৰেগৰী, মিছা কথা কোৱাত তই ওস্তাদ। তোক মই ভালকৈ জানো। বাটত আহোঁতে তই পাঁচ বাৰ মান ভাটিখানাত

সোমাই সোমাই অহা নাই জানো? মই তেতিয়া কাবৌ-কোকালি করি ক'ম, হে প্রভু, মইনো ইমান এটা দয়া মৰম নোহোৱা জানোৱাৰনে? দেউতা, আপুনি এইবোৰ কি কৈছে? ভাটিখানা মোৰ মনত এতিয়া নৰকহে। তেতিয়া ডাক্তৰে মানুহবোৰক তোমাক হাস্পতালৰ ভিতৰলৈ নিবলৈ ক'ব। মই ডাক্তৰৰ ভৰি দুখনত ধৰি ক'ম—ডাক্তৰ দেউতা, মই আপোনাক শতবাৰ সেৱা জনাইছোঁ। আপুনি আমাৰ দায় দোষ নধৰিব। আমি অধম, মহাপাপী, আমাক বেয়া নাপাব। আমি আপোনাৰ চৰণৰ ধূলি। আপুনি আমাক লঠিয়াব লাগে কিন্তু আপুনি এই বৰফৰ মাজলৈ ওলাই আহি আমাৰ লগত কথা পাতিছে।" পাভেল ইভানিচে যেন মোক মাৰিবহে এনেকুৱা খং দেখুৱাই মোলৈ চাব আৰু ক'ব—"তই মোৰ ভৰিত ধৰি বাগৰিব নালাগে। তাতকৈ তই ভদকা খাবলৈ এৰি তোৰ বুঢ়ীজনীৰ অলপ যত্ন ল। তোক আচলতে ভালকৈ এপিটন দিবহে লাগে। মই ক'ম দেউতা, মোক চাবুকেৰে পিটক—মই তাৰেহে যোগ্য, কিন্তু আপুনি আমাৰ ত্ৰাণ কৰ্ত্তা পিতৃ, গতিকে মই আপোনাৰ ভৰি নেৰোঁ। দেউতা—ভগৱানৰ শপত, মই সচা কথা কৈছোঁ। আৰু যদি মোৰ কথা সঁচা নহয় তেনেহ'লে আপুনি মোৰ মুখত থুৱাই দিয়ক। মোৰ মেট্ৰিয়না অকণমান ভাল হলেই আপুনি যিহকে হুকুম কৰে মই তাকেই বনাই দিম। বিদেশত তৈয়াৰি বস্তুৰ দৰেই সেইটো ধুনীয়া হব, কিন্তু বানচ হিচাবে মই এক কপেকো নলওঁ। মই বনোৱাৰ দৰে চিগাৰেটৰ বাকচৰ দাম মস্কোত চাৰি ৰুবল, কিন্তু মই আপোনাৰ পৰা এক কপেকো নলওঁ। তেতিয়া ডাক্তৰে হাঁহি কৰ—বাৰু বাৰু, হ'ব। তোৰ এটাই ডাঙৰ দোষ, তই মদাহী। ভাল মানুহৰ লগত কেনেকৈ কথা ক'ব লাগে মই জানো বুজিছনে? মোৰ কথাত সন্তুষ্ট নোহোৱা কোনো ভদ্ৰলোক নাই। এতিয়া ভগৱানে ভালে ভালে আমাক নিৰাপদ ৰাস্তাৰে নিলেই হয়। যিহে বৰফৰ ধুমুহা। বৰফৰ মাজেদি মই একোকে মনিব পৰা নাই।"

মনৰ দুঃচিন্তাবোৰ পাহৰি থাকিবৰ বাবে মিস্ত্ৰীয়ে একেৰাহে বক্‌বকাই আছিল। একেৰাহে কথা কৈ আছিল যদিও তাৰ মনৰ মাজত কিন্তু নানা চিন্তা আৰু প্ৰশ্নই জুমুৰি দি ধৰিছিলহি। বিনামেঘে বজ্ৰপাতৰ দৰে হঠাতে আহি এই বিপৰ্য্যয়ে তাক খুন্দা মাৰিলেহি। কি কৰিব কি নকৰিব সি উৱাদিহ

নোপোৱা হ'ল। সি যেন স্থবিৰ হৈ গ'ল। আগৰ সেই গ্ৰেগৰী মিস্ত্ৰী যেন হঠাতে নাইকিয়া হৈ গ'ল। এই বিপদৰ আগলৈকে তাৰ জীৱনটো আছিল লেকাম নোহোৱা ঘোঁৰাৰ দৰে মুক্ত। মদৰ নিচাত সি সকলো সময়তে মজি থাকিছিল। দুখ নাইবা আনন্দ একোৱেই সি নাজানিছিল, কিন্তু এ'দিন যেন হঠাতে তাৰ বুকুত বিষাদৰ এক অসহ্য যন্ত্ৰণা আৰম্ভ হ'ল। সেই এলেহুৱা, দায়িত্বজ্ঞানহীন মদাহী মানুহটো হঠাতে সলনি হৈ গ'ল। সি হৈ পৰিল এক ব্যস্ত দায়িত্বশীল মানুহ।

গ্ৰেগৰীৰ মনত পৰিল আগদিনা গধুলিটোৰ কথা। অইন দিনাৰ দৰে কালি গধূলিও সি মদৰ নিচাত বেহুচ হৈ ঘৰলৈ উভতি দৈনন্দিন কৰ্ম হিচাবে ঘৈণীয়েকক গালি-শপনি পাৰি মাৰপিট আৰম্ভ কৰিলে। তাই কালিও অত্যাচাৰী গিৰিয়েকৰ মুখলৈ চালে যদিও চকুৰ চাৱনিটো অইন দিনাৰ দৰে নহয়। আগতে তাইৰ চাৱনি আছিল গিৰিহঁতৰ পিটন খোৱা খাবলৈ নোপোৱা কেলেহুৱা কুকুৰৰ দৰে কিন্তু কালি সি দেখিলে তাইৰ চকুৰ মণি দুটা নিস্পন্দ, স্থিৰ, ঠিক মৰা মানুহৰ চকুৰ দৰে। সেই দৃষ্টিত সি নিজৰ মনত এক গভীৰ বেদনা অনুভৱ কৰিলে। হতবুদ্ধি হৈ সি এজন ওচৰচুবুৰীয়াৰ পৰা এটা ঘোঁৰা ধাৰলৈ ললে আৰু আজি সি ঘৈণীয়েকক লৈ হাস্পতাললৈ ওলাইছে। তাৰ দৃঢ় বিশ্বাস ডাক্তৰ পাভেলে তেওঁৰ দৰবেৰে তাৰ বুঢ়ী ঘৈণীয়েক জনীক পূৰ্বৰ দৰে স্বাভাৱিক কৰি তুলিব পাৰিব।

"শুনিছানে মেট্ৰিয়না," সি অনুচ্চ কণ্ঠেৰে কলে, "যদি ডাক্তৰ পাভেলে সোধে মই তোমাক মাৰ-পিট কৰোঁনেকি, তুমি নকৰে বুলি কবা দেই। ভৱিষ্যতে মই আৰু কেতিয়াও সেই কাম নকৰোঁ। তোমাক বেয়া পাই মই মাৰ-ধৰ কৰা নাছিলোঁ নহয়। তুমি জানাই মোৰ অইন ভাল কাম নাই আৰু সেই বাবেহে মই তাকে কৰোঁ। তোমালৈ মোৰ মৰম আছে। অইন মতা-মানুহ হোৱা হলে তোমাৰ যত্ন নললেহেঁতেন। কিন্তু মই তোমাক এনেয়া হাস্পতাললৈ লৈ আহিছোঁ। মোৰ যিমান সাধ্য মই কৰিছোঁ আৰু আজিৰ বতৰো কিমান বেয়া। বৰফৰ ধুমুহাই সকলোবোৰ ঢাকি পেলাইছে। প্ৰভু, সকলো তোমাৰ ইচ্ছা। ভগৱানে এতিয়া আমাক ভাল ৰাস্তাইদি আগুৱাই নিলেই হয়। মেট্ৰিয়না, এতিয়া তোমাৰ কেনে লাগিছে? কথা

নোকোৰা কিয় ? আকৌ তোমাৰ বুকু বিষাইছে নেকি ?”

ঘৈণীয়েকৰ মুখৰ ওপৰত জমা বৰফবোৰ গলি নোযোৱা দেখি সি অলপ আচৰিত হ’ল। তাইৰ মুখখনো যেন দীঘলীয়া হৈ গৈছে, ৰংটোও যেন লেতেৰা মমৰ দৰে মটীয়া হৈছে। মুখৰ ছালখনো টান, ভাবলেশহীন। এইবোৰ লক্ষ্য কৰি সি বৰ আচৰিত হ’ল।

মুখৰ ভিতৰতে মিস্ত্ৰীয়ে ভোৰভোৰাই কলে, “বুঢ়ী, তোক মই ভালক বুলি সুধিছোঁ, তই আকৌ নামাত। তোক যদি মই পাভেল ডাক্তৰৰ তালৈ নিনিওঁ, তেতিয়া ?”

হাতুৰ লেকাম ডাল ঢিলাই দি মিস্ত্ৰী নিজৰ চিন্তাত নিমগ্ন হ’ল। তাৰ ভয় লাগিছিল, সি বুঢ়ী ঘৈণীয়েকৰ পিনে উভতি চাব পৰা নাছিল। ঘৈণীয়েকৰ পৰা এটা প্ৰশ্নৰো একো উত্তৰ নেপাই তাৰ আতঙ্ক ক্ৰমাৎ বাঢ়ি আহিছিল। শেষত দুশ্চিন্তা দূৰ কৰিবৰ বাবেই সি উভতি নোচোৱাকৈয়ে ঘৈণীয়েকৰ চেঁচা হাত এখন হাতত তুলি ললে কিন্তু এৰি দিয়াৰ লগে লগেই এটা শিলৰ দৰে হাতখন পৰি গ’ল। “হে প্ৰভু, তাই মৰিল।”

সি উচুপি উচুপি কান্দিবলৈ ধৰিলে। কিন্তু দুখ লগাতকৈয়ো সি বেছিকৈ আচাৰিতহে হৈছিল। সি ভাবিলে মানুহৰ জীৱনত ঘটনাবোৰ কিমান সোনকালে ঘটে। ঘৈণীয়েকৰ বাবে তাৰ মনত দুখ আৰম্ভ হৈছিলহে আৰু এয়া সকলো শেষ হৈ গ’ল। সি মাত্ৰ তাৰ বুঢ়ী ঘৈণীয়েকক ভাল পাবলৈ আৰম্ভ কৰিছিলহে। সি ভাবিছিল সি তাৰ মনৰ সকলো কথা ঘৈণীয়েকক ক’ব, তাইক আদৰ সাদৰ কৰিব কিন্তু ভবাৰ লগে লগেই চব শেষ। তাইৰ লগত সি চল্লিচ বছৰ একেটা ঘৰতে থাকিল কিন্তু সেই গোটেই সময়খিনি যেন কুৰঁলিৰ আৱৰণৰ তলত ঢাক খাই আছিল। মদ, যুঁজ-বাগৰ, অভাৱ অনাটনৰ মাজেদি সি গম নোপোৱাকৈয়ে জীৱনৰ চল্লিচটা বছৰ পাৰ হৈ গ’ল কিন্তু যটো মুহূৰ্ত্তত তাৰ মনত ঘৈণীয়েকৰ প্ৰতি প্ৰেম জাগি উঠিল, যেতিয়া সি অনুভব কৰিলে যে তাই নহলে সি জীয়াই থাকিব নোৱাৰে, সি গোটেই জীৱন তাইৰ প্ৰতি দুৰ্ঘোৰ অন্যায় কৰিছে, ঠিক সেই মুহূৰ্ত্ততে তাই মৰি থাকিল।

তাৰ মনত পৰিল ঘৈণীয়েকে কেনেকৈ ভিক্ষা খুজি ফুৰিছিল ! সি নিজকে

নিজে কলে, "ময়েই তাইক ভিক্ষা খুজিবলৈ পঠিয়াইছিলোঁ। ইমান কষ্ট নোপোৱা হলে বেচেৰী হয়তো আৰু দহ বছৰ বাচি থাকিলহেঁতেন। এতিয়া তাই ভাবিছে মোৰ স্বভাবেই অতি নিষ্ঠুৰ। প্ৰভু, মই এতিয়া কি কৰিম? তাই " এতিয়া ডাক্তৰ নালাগে, তাইক সমাধিস্থ কৰিবহে লাগে।"

গ্ৰেগৰীয়ে ঘোঁৰাটোৰ মুখখন ঘূৰাই গাৰ বলেৰে কেইচাটমান মাৰিলে। ৰাস্তাৰ অৱস্থা ক্ৰমাৎ বেছি শোচনীয় হৈ আহিছে। এতিয়া সি ঘূৰলি-মাৰি ভালো দেখা নাই। মাজে মাজে গাড়ীখনে একোজোপা গছত খুন্দা মাৰে, তাৰ পিছত আকৌ গোটেইবোৰ বৰফৰ মাজত ঢাক খাই পৰে।

সি মনতে ভাবিলে, জীৱনটো যদি আকৌ নতুনকৈ আৰম্ভ কৰিব পৰা গ'লহেঁতেন!

তাৰ মনত পৰিল চাল্লিচ বছৰৰ আগতে মেট্ৰিয়না এজনী ধুনীয়া ৰাংঢালী গাভৰু আছিল আৰু তাইৰ দেউতাকো আছিল এজন সম্পত্তিশালী মানুহ। সি কামত নিপুণ আছিল বাবেই বাপেকে তাইক তালৈ বিয়া দিলে, সুখী জীৱন এটা কটাবৰ বাবে প্ৰয়োজনীয় সকলো আহিলা সিহঁতৰ আছিল, কিন্তু বিয়াখন শেষ হোৱাৰ লগে লগে সি মদৰ ৰাগীত বেহুচ হৈ সেই যে জুহালৰ দাঁতিত ঢলি পৰিল, তাৰ পৰা আৰু সম্পূৰ্ণকৈ কোনো দিনেই সাৰ নেপালে। বিয়াৰ কথাবোৰ তাৰ ভালকৈ মনত আছে। তাৰ পিছত মনত পৰে মাত্ৰ কাজিয়া-পেচাল, মদৰ ৰাগী আৰু দীঘলীয়া টোপনি। এইদৰেই চাল্লিচটা বছৰ সি ক্ষয় কৰিলে।

বগা বৰফৰ বং লাহে লাহে ধোৱাঁ বৰণীয়া হৈ আহিল। চাৰিওপিনে গধূলি নামি আহিল।

গ্ৰেগৰীয়ে নিজকে নিজে প্ৰশ্ন কৰিলে, "মই এতিয়া কোনপিনে গৈছোঁ। তাইক মই সমাধি দিব লাগে আৰু মই আগবাঢ়িছোঁ হাস্পতালৰ পিনে, বাজিয়া হলোঁ নে কি?"

সি পুনৰ ঘোঁৰাৰ মুখখন ঘূৰাই কেইচাটমান লগালে। ঘোঁৰাটোৱে গাৰ সকলো শক্তি দি নাকেৰে এটা শব্দ কৰিলে আৰু খোজবোৰ অলপ খৰ কৰিলে। মিস্ত্ৰীয়ে আকৌ ঘোঁৰাটো কোবাবলৈ ধৰিলে। পিচ পিনে খুন্দা মৰা যেন শব্দ এটা হ'ল—উভতি নোচোৱাকৈয়ে সি

বুজিলে—মৰা শটোৰ মূৰটোৱে গাড়ীখনৰ গাত খুন্দা মাৰিছে। ক্রমাৎ আন্ধাৰবোৰ গাঢ় হৈ আহিল, লগে লগে চেঁচা বতাহজাকৰ তীব্রতাও বৃদ্ধি পালে।

মই জীৱনটো আকৌ নতুনকৈ আৰম্ভ কৰিবলৈ নতুন সা-সজুলি কিছুমান কিনিম। নতুন নতুন বস্তু তৈয়াৰ কৰিম আৰু তাৰ পৰা পোৱা সকলো টকা পইচা মই তাইকহে দিম—সি মনতে ভাবিলে।

লাহেকৈ তাৰ হাতৰ পৰা লেকামডাল সৰি পৰিল। হাতেৰে খেপিয়াই সি সেইডাল তুলি লবলৈ চেষ্টা কৰিলে কিন্তু তাৰ হাত দুখন অলৰ-অচৰ হৈ ৰ'ল।

বাৰু, একো চিন্তা নাই। ঘোঁৰাই ৰাস্তা চিনি পায়। সি ঠিকেই গৈ থাকিব। মই অকমান শুই লওঁ। অন্ত্যেষ্টিক্রিয়াৰ সময়লৈকে মই অকমান জিৰণি লওঁ।

মিস্ত্রীয়ে চকু মুদি টোপনিয়াবলৈ ধৰিলে। হঠাতে গম পালে ঘোঁৰাটো এঠাইত ৰৈ গৈছে। চকু দুটা মেলি সি সন্মুখত ক'লা কিবা এটা দেখা পালে। হয় জুপুৰী ঘৰ নাইবা খেৰৰ দ'ম।

সি বুজিলে—এতিয়া সি নামি গৈ কোন ঠাই পাইছেহি এবাৰ চাব লাগে। কিন্তু তাৰ হাত-ভৰিবোৰ ইমান অৱশ যে বৰফত গোট মাৰি মৃত্যুৰ মুখত পৰাৰ পৰা নিজক ৰক্ষা কৰিবলৈকো তাৰ যেন শক্তি নাই। গভীৰ প্রশান্তিত সি শুই পৰিল।

বগা চূণকাম কৰা বেৰৰ এটা ডাঙৰ কোঠালিৰ ভিতৰত সি সাৰ পালে। খিড়িকিয়েদি উজ্জ্বল ৰ'দৰ পোহৰ সোমাই আহিছিল। মিস্ত্রীয়ে কোঠাটোৰ ভিতৰত কেইবাজনো মানুহ দেখি নিজকে সজাগ আৰু মৰ্য্যাদাপূৰ্ণ দেখুৱাবলৈ চেষ্টা কৰিলে।

সি কলে, "আমি বুঢ়ীজনীৰ অন্ত্যেষ্টিক্রিয়াৰ ব্যৱস্থা কৰিব লাগে আৰু পুৰোহিতলৈ খবৰ পঠাব লাগে।"

কোনোবা এজনে মাজতে বাধা দি কৈ উঠিল, "হ'ব হ'ব। তুমি এতিয়া শান্ত হোৱাচোন।"

"ডাক্তৰ দেউতা, পাভেল ইভানিচ!" ডাক্তৰক হঠাতে দেখি আচৰিত

হৈ প্ৰেগবী চিঞৰি উঠিল—"হে প্ৰভু, আপুনি মোৰ ত্ৰাণকৰ্ত্তা।"

বিছনাৰ পৰা জাপ মাৰি নামি সি ডাক্তৰৰ ভৰি দুখনত দীঘল দি পৰিব খুজিলে কিন্তু ভৰি-হাতবোৰ লৰাব নোৱাৰিলে।

"হে দেউতা, মোৰ হাত-ভৰিবোৰ কলৈ গ'ল?"

"তোৰ হাত-ভৰিবোৰক বিদায় দে। বৰফত সেইবোৰ জঠৰ হ'ল। মনে মনে থাক—কান্দিছ কিয়? তই যে জীয়াই থাকিলি তাৰ বাবে ভগবানক ধন্যবাদ দে। গোটেই জীৱনটো বহুত উপভোগ কৰিলি। তোৰ বোধকৰো ষাঠি বছৰ পাৰ হৈছে।"

"হায়! হায়! দেউতা মোক ক্ষমা কৰক। মই যদি আৰু ছটা বছৰ জীয়াই থাকিব পাৰোঁ!"

"কিহৰ বাবে?"

"ঘোঁৰাটো মোৰ নিজৰ নহয়। সেইটো মই গৰাকীক ওভতাই দিবগৈ লাগিব। মোৰ তিৰোতাজনীক সমাধি দিব লাগিব। পৃথিবীখনত যে কিমান সোনকালে ঘটনাবোৰ নঘটে! দেউতা, মই বাৰ্চ কাঠেৰে আপোনাক এটা ধুনীয়া চিগাৰেট থোৱা বাকচ বনাই দিম।"

হাত জোকাৰি ডাক্তৰ কোঠাৰ পৰা ওলাই গ'ল।

———

# ভাই

## ( THE BROTHERS )

## বর্ণষ্টার্ণে বর্ণচন

[বৰ্ণষ্টাৰ্ণে বৰ্ণচন (১৮৩২-১৯১০) নৰৱে'ৰ অন্যতম শ্ৰেষ্ঠ সাহিত্যিক। তেওঁ আছিল এজন একাগ্ৰ দেশপ্ৰেমিক আৰু নৰৱে'ৰ জাতীয় সঙ্গীতৰ ৰচক। তেওঁৰ লিখনীত উন্নয়নমুখী নৰৱে'ৰ ছবি এখন ফুটি উঠিছে। ১৯০৩ চনত তেওঁ সাহিত্যৰ নবেল পুৰস্কাৰ লাভ কৰে। নৰৱে'ৰ কৃষক সকলৰ জীৱনৰ আলম লৈ লিখা এইটো তেওঁৰ অন্যতম শ্ৰেষ্ঠ গল্প ]

শিক্ষক জনৰ নাম বাৰ্ড আৰু তেওঁৰ ভায়েকৰ নাম এণ্ডাৰ্চ। দুয়ো দুয়োৰে নেৰা-নেপেৰা সঙ্গী। একেলগে সৈন্য বাহিনীত যোগ দিছিল, একেলগে দুয়ো চহৰত বাস কৰিছিল। যুদ্ধৰ সময়তো দুয়ো যুদ্ধ ক্ষেত্ৰত ওচৰা-ওচৰিকৈ শত্ৰুৰ বিৰুদ্ধে থিয় দিছিল। দুয়ো একেটা সৈন্য বাহিনীত কাম কৰি শেষত কৰপোৰেল পদলৈ দুয়োৰে একেলগে পদোন্নতি হয়। যুদ্ধৰ শেষত দুয়ো যেতিয়া ঘৰলৈ উভতিল তেতিয়া গাৱঁৰ মানুহে এই সাহসী ককাই-ভাই দুজনৰ ভূয়সী প্ৰশংসা কৰিলে।

তাৰ পিচত তেওঁলোকৰ দেউতাক ঢুকাল। দুয়োজন উত্তৰাধিকাৰীৰ বাবে দেউতাকে বহুতো সম্পত্তি এৰি গৈছিল, কিন্তু ভাগ-বাটোৱাৰা হ'ব কেনেকৈ? কোনেও কাকো অসন্তুষ্ট কৰিব নোখোজে। গতিকে দুয়োৰে মাজত সিদ্ধান্ত হ'ল যে তেওঁলোকে নিজে ভগাই নলয়, সকলো বস্তুৰ বাবে নীলাম ডাকৰ ব্যৱস্থা কৰিব। আৰু তাতেই যাৰ যি পছন্দ হয় কিনি ল'ব। সেই মতেই ব্যৱস্থা কৰা হ'ল।

দেউতাকৰ এটা ডাঙৰ সোণৰ ঘড়ী আছিল। এই ঘড়ীটো সেই অঞ্চলত জনাজাত আছিল, কাৰণ সেই অঞ্চলৰ মানুহে সোণৰ ঘড়ী বুলিবলৈ অকল সেইটোহে দেখিছিল। যেতিয়া ঘড়ীটোৰ ডাক আৰম্ভ হ'ল

তেতিয়া তাত উপস্থিত হোৱা নম্ৰতো ধনী মানুহে প্ৰথমতে দাত যোগ দিছিল যদিও যেতিয়া দেখিলে যে দুয়োজন ককাই-ভায়ে সেইটো ল'বৰ বাবে ইচ্ছা কৰিছে তেতিয়া তেওঁলোক পিচুৱাই গ'ল। এণ্ডাৰ্চে আশা কৰিছিল বাৰ্ডে তেওঁক ঘড়ীটো লবলৈ দিব। আনহাতে বাৰ্ডে ভাবিছিল এণ্ডাৰ্চে তেওঁক সেইটো লবলৈ এৰি দিব। এবাৰ ইজনে আৰু এবাৰ সিজনে ক্ৰমাগত টকাৰ সংখ্যা বঢ়াই যাবলৈ ধৰিলে। লগে লগে দুয়োৰে মুখ কঠিন হৈ আহিল আৰু কঠোৰ দৃষ্টিৰে দুয়ো দুয়োকে লক্ষ্য কৰিবলৈ ধৰিলে। ঘড়ীটোৰ দাম বাঢ়ি লাহে লাহে যেতিয়া বিচ ডলাৰ পালেগৈ তেতিয়া বাৰ্ডে ভাবিলে তেওঁৰ ভায়েক এণ্ডাৰ্চ আৰু আগৰ ভায়েক হৈ থকা নাই। এইবাৰ তেওঁ অধিক জেদত ঘড়ীৰ দাম বঢ়াই ডাক দিলে আৰু এইদৰে প্ৰায় ত্ৰিচ ডলাৰলৈ উঠিল। তেতিয়াও এণ্ডাৰ্চ পিচ হুহঁকি নগল। বাৰ্ডে ভাবিলে এণ্ডাৰ্চে সৰু কালত ককায়েকে কৰা মৰম-চেনেহৰ কথা পাহৰি গৈছে। বাৰ্ড ককায়েক, গতিকে এণ্ডাৰ্চে অন্ততঃ ককায়েকৰ কথা ভাবি এৰিব লাগিছিল। দুগুণ জেদত দুয়ো ঘড়ীৰ দাম ত্ৰিচ ডলাৰৰ ওপৰলৈ নিলে। তথাপি এণ্ডাৰ্চৰ পিচ হোঁহকাৰ লক্ষণ দেখা নগল। বাৰ্ডে এইবাৰ ভায়েকৰ মুখলৈ নেচালে আৰু একে জাপে চল্লিচ ডলাৰ দিব বুলি ঘোষণা কৰিলে। নীলামৰ কোঠাটোত কাঁহ পৰি জিন যোৱা অৱস্থা। ঘোষকজনে লাহে লাহে সংখ্যাটো দোহাৰিলে। এণ্ডাৰ্চে নিজৰ ঠাইতে থিয় হৈ থাকি ভাবিলে—যদি বাৰ্ডে চল্লিচ ডলাৰ দিব পাৰে তেওঁ কিয় নোৱাৰিব আৰু বাৰ্ডে যদি ঘড়ীটোৰ বাবে ভয়েকৰ লগত যুঁজ দিব পাৰে তেওঁনো কিয় ককায়েকৰ লগত যুঁজ দিব নোৱাৰিব। এইবাৰ এণ্ডাৰ্চে দাম আৰু অলপ বঢ়াই দিলে। এইটোক বাৰ্ডে বৰ ডাঙৰ অপমান যেন পালে আৰু অলপ সৰু মাতেৰে পঞ্চাচ ডলাৰৰ ডাক দিলে। গোটেই কোঠাটোতে বহুত মানুহ উপস্থিত আছিল। ইমানবোৰ মানুহৰ আগত ককায়েকে তেওঁক উপলুঙা কৰিলে বুলি ভাবি এণ্ডাৰ্চ অস্থিৰ হৈ পৰিল আৰু দাম বঢ়াই ডাক দিলে। এইবাৰ বাৰ্ড হোহোকৈ হাঁহি উঠিল। "ঘড়ীটোৰ বাবে মই এশ ডলাৰ ঘোষণা কৰিলোঁ আৰু ভাইৰ লগত আজিয়ে সম্পৰ্ক এৰি পেলালোঁ।" কৈয়েই বাৰ্ড কোঠাটোৰ পৰা ওলাই আহিল।

অলপ সময়ৰ পিচত মুকলি চোতালত তেওঁ যেতিয়া নীলামত কিনা ঘোঁৰাটোৰ পিঠিত জীন খুৱাই আছিল, তেতিয়া এজন মানুহে ওলাই আহি কলে, "ঘড়ীটো আপুনি পালে, এণ্ড্ৰ্চ পিচুৱাই আহিল।"

খবৰটো শুনিয়েই বাৰ্ডৰ অন্তৰখন অনুতাপত হাহাকাৰ কৰি উঠিল। তেওঁ এতিয়া ঘড়ীতকৈয়ো ভায়েকৰ কথাহে ভাবিল। ঘোঁৰাৰ পিঠিত হাতখন দি ঘোঁৰাটোত উঠিব নে নুঠে চিন্তা কৰি তেওঁ দোধোৰ-মোধোৰত পৰিল। কেইবাজনো মানুহৰ লগত এণ্ড্ৰ্চ ওলাই আহিল। বাহিৰত ককায়েকক ঘোঁৰাৰ ওচৰত থিয় হৈ থকা দেখিলে যদিও ককায়েকৰ মনৰ মাজত কিহৰ চিন্তাই খেলিমেলি লগাইছে তাক এণ্ড্ৰ্চে কল্পনা কৰিব নোৱাৰিলে।

এণ্ড্ৰ্চ দূৰৈৰ পৰাই চিঁঞৰি ককায়েকক কলে, "বাৰ্ড, অশেষ ধন্যবাদ—ঘড়ীটো ল'লো। কিন্তু তোমাৰ ভায়েৰা আৰু কেতিয়াও তোমাৰ চোতালত ভাৰ দিবলৈ নাহে।"

"ময়ো কেতিয়াও তোমাৰ দুৱাৰদলি অপবিত্ৰ কৰিবলৈ নাহোঁ"—শেষত মুখেৰে কথাষাৰ কৈয়েই বাৰ্ড ঘোঁৰাত উঠি আঁতৰি গ'ল।

সেই দিনটোৰ পিচৰ পৰা দেউতাকৰ যিটো ঘৰত দুয়ো ককাই-ভায়ে একেলগে বাস কৰিছিল তাত তেওঁলোকে আৰু ভৰি নিদিলে।

এই ঘটনাৰ অলপ দিনৰ পিচতে এণ্ড্ৰ্চে এজন খেতিয়কৰ ছোৱালী বিয়া কৰালে কিন্তু বিয়ালৈ বাৰ্ডক নেমাতিলে। বাৰ্ডো গীৰ্জালৈ নগল। বিয়াৰ প্ৰথম বছৰতে এণ্ড্ৰ্চৰ একমাত্ৰ গাইজনী মৰিল। ঘৰৰ উত্তৰ পিনে যি ঠাইত সদায় গৰুজনীয়ে ঘাঁহ খায় এদিন ৰাতিপুৱা সেই ঠাইতে তাইক মৰি পৰি থকা দেখা গ'ল। গাইজনী কি হৈ মৰিল কোনেও নেজানিলে। এটাৰ পিচত এটাকৈ এণ্ড্ৰ্চৰ সংসাৰলৈ বিপদ আহিবলৈ ধৰিলে আৰু তেওঁৰ অৱস্থাও বেয়াৰ পৰা ক্ৰমাৎ অধিক বেয়ালৈ যাবলৈ ধৰিলে। আটাইতকৈ ডাঙৰ বিপদটো হ'ল সিদিনা যিদিনা তেওঁৰ গৰু-ঘোঁৰাৰ বাবে মজুত ৰখা শুকান ঘাঁহৰ দ'মটো জাৰকালিৰ ৰাতি জুই লাগি ভস্মীভূত হ'ল। কেনেকৈ তাত জুই লাগিল কোনেও বুজিব নোৱাৰিলে।

এণ্ড্ৰ্চে কলে, "কোনোবা অনিষ্টকাৰীয়ে মোৰ এই সৰ্ব্বনাশ কৰিলে।"

সেইদিনা গোটেই নিশা এণ্ডাৰ্চে কান্দিলে। তেওঁ দৰিদ্ৰ হৈ পৰিল আৰু কাম কৰাৰ অকণো হেঁপাহ নাইকিয়া হ'ল।

ঘাঁহৰ ভঁড়াল পুৰি যোৱাৰ পিচত সেই দিনাই পধূলি বাৰ্ড আহি ভায়েকৰ চোতালত থিয় হ'ল। বাৰ্ডক দেখি বিচনাত পৰি থকা এণ্ডাৰ্চ জাপ মাৰি থিয় হ'ল আৰু বাৰ্ডলৈ স্থিৰ দৃষ্টিৰে চাই সুধিলে, "ইয়ালৈ কি বিচাৰি আহিছা ?"

অকণমান সময় ৰৈ বাৰ্ডে কলে "তুমি ইমান বিপদত পৰিছা এণ্ডাৰ্চ, মই তোমাক সহায় কৰিব খোজোঁ।"

এণ্ডাৰ্চ কাঠোৰ মাতেৰে কলে, "তুমি মোৰ যিমান অনিষ্ট কৰিব খুজিছা, তাতকৈ বেছি অনিষ্ট মোৰ হোৱা নাই। এতিয়া যোৱা, মই হয়তো আৰু বেছি সময় ধৈৰ্য্য ধৰিব নোৱাৰিম।"

বাৰ্ডে লাহেকৈ কলে, "এণ্ডাৰ্চ, তুমি ভুল ধাৰণা লৈছা, মই অনুতপ্ত !"

এণ্ডাৰ্চ পুনৰ চিঞৰি কলে, "বাৰ্ড, তোমাক মই যাবলৈ কৈছোঁ, নহলে ভগবানেও আমাক ৰক্ষা কৰিব নোৱাৰিব।"

বাৰ্ড এখোজ পিচুৱাই গ'ল আৰু কঁপা মাতেৰে ভায়েকলৈ চাই কলে, "যদি তুমি ঘড়ীটো বিচাৰা—মই তোমাক সেইটো দি দিম।"

এণ্ডাৰ্চ দুগুণ জোৰত চিঞৰি উঠিল, "বাৰ্ড, বাহিৰ হোৱা।" বাৰ্ড আৰু নৰ'ল, লাহে লাহে ওলাই গ'ল।

ভায়েকৰ বিপদৰ বাতৰি পাই বাৰ্ডে মনত বৰ আঘাত পাইছিল কিন্তু জেদত তেওঁ ভায়েকৰ ওচৰ চাপিব পৰা নাছিল। শেষত বাৰ্ড গীৰ্জালৈ গ'ল আৰু ভায়েকৰ মঙ্গলৰ কাৰণে কাম কৰিব বুলি শপত খালে যদিও কাম কৰিবৰ বাবে সাহস গোটাব নোৱাৰিলে। প্ৰায়ে তেওঁ দূৰৈৰ পৰা ভায়েকৰ ঘৰটো চায়হি, কিন্তু ঠিক সেই সময়তে ঘৰৰ ভিতৰৰ পৰা কোনোৱা এজন ওলাই আহে, নাইবা হয়তো কোনোবা অচিনাকি মানুহ থাকে। নাইবা হয়তো আগ চোতালত এণ্ডাৰ্চে কাঠ ফালি থাকে। এইদৰে সদায় বাৰ্ডে ভায়েকৰ ঘৰলৈ যোৱাত বাধা পায়।

এদিন শীতকালৰ শেষৰ পিনে দেওবাৰে বাৰ্ড গীৰ্জালৈ গ'ল। সেইদিনা এণ্ডাৰ্চো গীৰ্জাত আছিল। বাৰ্ডে ভায়েকক দেখিলে— সি শেতা

পৰি ক্ষীণাই গৈছে। দুয়ো একেলগে থকা সময়ত কিনা কাপোৰবোৰকে এণ্ডাৰ্চে পিন্ধি আছিল, এতিয়া সেইবোৰ পুৰণি আৰু ফটা-ছিটা। গোটেই সময়খিনি এণ্ডাৰ্চে স্থিৰ দৃষ্টিৰে পুৰোহিতলৈ চাই আছিল। বাৰ্ডে ভাবিলে এণ্ডাৰ্চ আগেয়ে কিমান মৰমিয়াল আৰু ভদ্ৰ আছিল! সৰু কালৰ কথাবোৰ বাৰ্ডৰ মনত পৰিল—সেই সময়ত এণ্ডাৰ্চ কিমান যে ভাল ল'ৰা আছিল! সেইদিনা বাৰ্ড সমূহীয়া প্ৰাৰ্থনালৈকো গল আৰু ভগবানৰ ওচৰত একান্ত ভাবে শপত খালে যে তেওঁ যি কোনো উপায়ে ভায়েকৰ লগত আকৌ মিল হ'ব। পবিত্ৰ মদ পান কৰাৰ পিচত এই শপত যেন তেওঁৰ আত্মায়ো গ্ৰহণ কৰিলে। প্ৰাৰ্থনাৰ পৰা থিয় হৈ তেওঁৰ ভায়েকৰ ওচৰত বহিবলৈ তীব্ৰ আগ্ৰহ জন্মিল কিন্তু আগবাঢ়ি যোৱা বাটটোত দুজন মানুহ থিয় হৈ আছিল আৰু এণ্ডাৰ্চেও এবাৰো ককায়েকলৈ নেচালে। প্ৰাৰ্থনা শেষ হোৱাৰ পিচতো কিবা-কিবি বাধা আহি বাৰ্ডক ভায়েকৰ ওচৰ চাপিবলৈ নিদিলে। ওচৰে-পাজৰেও বহুতো মানুহ উপস্থিত আছিল আৰু এণ্ডাৰ্চৰ লগত ঘৈণীয়েকো আছিল। বাৰ্ডে ভাই-বোৱাৰীয়েকক চিনি নেপায়। বাৰ্ডে ভাবি ঠিক কৰিলে এণ্ডাৰ্চক ঘৰত লগ ধৰাই ঠিক হব আৰু তাতেই দুয়ো একান্তমনে কথা পাতিব পাৰিব।

সন্ধিয়া তেওঁ ভায়েকৰ ঘৰৰ পিনে আগবাঢ়িল আৰু একেবাৰে দুৱাৰৰ ওচৰ পালেগৈ। একণমান সময় থিয় হৈ থাকোঁতে ভিতৰত কোনোবাই তেওঁৰ নাম উচ্চাৰণ কৰি কিবা কোৱা শুনিলে—তেওঁ কাণ পাতিলে। এণ্ডাৰ্চৰ ঘৈণীয়েকে কৈছিল, "আজি পুৱা তেওঁ সমূহীয়া প্ৰাৰ্থনালৈ গৈছিল, মোৰ বিশ্বাস তেওঁ নিশ্চয় তোমাৰ কথা চিন্তা কৰিছিল।"

এণ্ডাৰ্চে উত্তৰ দিলে, "কেতিয়াও নহয়, সি মোৰ কথা চিন্তা কৰা নাই। তাক মই ভালকৈ জানো। সি সদায় নিজৰ কথাহে চিন্তা কৰে।"

বহুত সময় আৰু কোনো কথা শুনা নগল। যদিও আৰ কালিৰ ৰাতি তথাপি তাত থিয় হৈ বাৰ্ড ঘামিবলৈ ধৰিলে। ভিতৰত ঘৈণীয়েকে পানীৰ পাত্ৰ এটাত কিবা কৰি আছিল, চৌকাৰ জুইৰ ফট্‌ফটাই থকা শব্দ শুনা গল। মাজে মাজে এটা কেচুৱাৰ কান্দোন আৰু এণ্ডাৰ্চে সেইটো নিচুকাইছিল। অৱশেষত আকৌ ঘৈণীয়েকৰ মাত শুনা গ'ল।

"মোৰ বিশ্বাস—তোমালোক দুয়ো দুয়োৰে কথা ভাবা। অৱশ্যে তোমালোকে সেইটো স্বীকাৰ নকৰা।"

এণ্ড্ৰৰ্চে উত্তৰ দিলে, "সেইবোৰ বাদ দিয়া, এতিয়া অইন কথা পাতা।"

অলপ পিচত এণ্ড্ৰৰ্চ বাহিৰলৈ যাবলৈ থিয় হোৱাৰ শব্দ হ'ল। বাৰ্ড লৰালৰিকৈ খৰি থোৱা চালিৰ তলত লুকাল। কিন্তু এণ্ড্ৰৰ্চে একোচা খৰি নিবলৈ বুলি চালিখনৰ তললৈকে আহিল। লুকাই থকা চুকটোৰ পৰা বাৰ্ডে ভায়েকক স্পষ্টকৈ দেখা পালে। ৰাতিপুৱা গীৰ্জালৈ যাওঁতে পিন্ধা ফটা-ছিটা দেওবৰীয়া পোছাকটো খুলি এণ্ড্ৰৰ্চে তেতিয়া বাৰ্ডৰ দৰেই সৈন্য বাহিনীৰ খাকী পোছাকটো পিন্ধি আছিল। কিন্তু এসময়ত দুয়ো এই পোছাকযোৰ নষ্ট নকৰি লৰা-ছোৱালীৰ বাবে স্মাৰক হিচাবে থৈ যাব বুলি প্ৰতিজ্ঞা কৰিছিল। এণ্ড্ৰৰ্চৰ পোছাকটো এতিয়া তাপালি মৰা পুৰণি, সেই কাৰণে তাৰ শকত-আৱত বলিষ্ঠ দেহটোক ফট কাপোৰেৰে মোৰয়াই থোৱা যেন দেখা গৈছে। সেই সময়খিনিত বাৰ্ডৰ জেপত থকা সোণৰ ঘড়ীটোৱে টিক্ টিক্ কৈ শব্দ কৰি আছিল। এণ্ড্ৰৰ্চ খৰিৰ দ'মটোৰ ওচৰ পালেহি, কিন্তু তৎক্ষণাত খৰিৰ বোজাটো বান্ধি নলৈ সি কিছু সময় দ'মটোত আঁউজি থিয় হৈ তৰাৰে জিলমিলাই থকা আকাশলৈ চাই ৰ'ল। তাৰ পিচত নিজকে নিজে কলে, "বাৰু, ঠিক আছে, ঠিক আছে—ভগবান হে ভগবান।"

জীয়াই থকা দিন কেইটা এই কথাখিনি সকলো সময়তে বাৰ্ডৰ কাণত বাজি থাকিছিল। বাৰ্ডে ভায়েকৰ পিনে আগবাঢ়ি যাব খুজিলে, কিন্তু সেই মুহূৰ্ত্তত ভায়েকে কাহ এটা মাৰিলে আৰু বাৰ্ডৰ মনলৈ এটা সঙ্কোচৰ ভাব আহিল। এণ্ড্ৰৰ্চে খৰিৰ মুঠিটো তুলি ললে আৰু ওলাই যাওঁতে বাৰ্ডৰ ইমান ওচৰেদি গ'ল যে খৰিৰ শুকান ঠাৰি এডালে বাৰ্ডৰ মুখখন চুই গ'ল।

প্ৰায় দহ মিনিট সময় তেওঁ তাতে স্তব্ধ হৈ থিয় হৈ ৰ'ল। মানসিক সংঘাটৰ লগতে বাহিৰৰ উৎকট জাৰৰ প্ৰকোপত যেতিয়া তেওঁৰ কঁপনি উঠিল তেতিয়াহে বাৰ্ডৰ চেতনা আহিল, নহলে হয়তো অনিৰ্দ্দিষ্ট কাল তাতেই তেওঁ স্তব্ধ হৈ ৰ'লহেঁতেন। লাহে লাহে তেওঁ তাৰ পৰা ওলাই আহিল আৰু নিজৰ ওচৰত খোলা-খুলিকৈ স্বীকাৰ কৰিলে যে এণ্ড্ৰৰ্চৰ ঘৰৰ ভিতৰলৈ যাবৰ সাহস তেওঁৰ নাই। সেইবাবে তেওঁ অইন এটা আঁচনি তৈয়াৰ কৰিলে।

খৰি থোৱা চালিৰ চুকত ছাই থোৱা পাত্ৰ এটা আছিল। তাৰ পৰা বাৰ্ডে কেইটুকুৰামান কয়লা তুলি ললে আৰু সৰলৰ ডাল দুটা মানো ললে। তাৰ পাচত তেওঁ শুকান ঘাঁহ থোৱা ঘৰটোৰ ভিতৰলৈ গ'ল আৰু দৰজা বন্ধ কৰি হাতৰ শুকান ডালখিনি জ্বলালে। তাৰে পোহৰত ৰাতিপুৱা এণ্ডাৰ্চে মৰণা মাৰিবলৈ আহিলে লেমটো কোনটো গজালত আৰি থয় বিচাৰিলে। তাৰ পিচত তেওঁ সোণৰ ঘড়ীটো জেপৰ পৰা উলিয়াই সেই গজালটোত আঁৰি থলে আৰু হাতৰ জ্বলি থকা ডাল কেইটা মুমুৰাই ওলাই আহিল। কামটো কৰি উঠি বাৰ্ডৰ ইমান আনন্দ লাগিল যে উভতি আহোঁতে তেওঁ সক ল'ৰাৰ দৰে বৰফুৰ ওপৰেদি জপিয়াই জপিয়াই দৌৰি আহিল।

পিচ দিনা পুৱা বাৰ্ডে শুনিলে যে ৰাতি এণ্ডাৰ্চৰ ঘাঁহৰ ভঁড়াল পুৰি ভস্ম হল। বোধকৰো ঘড়ীটো আঁৰি থবলৈ যাওঁতে বাৰ্ডে যি জুই জ্বলাইছিল, তাৰে ফিৰিঙতি পৰি এই ঘটনা ঘটিল।

বাৰ্ডে গোটেই দিনটো কাকো মাতবোল নকৰি বেমাৰী মানুহৰ দৰে বিচনাত পৰি থাকিল। মাজে মাজে প্ৰাৰ্থনা পুথিখন লৈ প্ৰাৰ্থনা কৰিলে। ঘৰৰ মানুহবোৰে ভাবিলে বাৰ্ডৰ মূৰৰ কিবা গণ্ডগোল হৈছে কিন্তু গধূলি তেওঁ ওলাই গ'ল। সেইদিনা জোনাক ৰাতি আছিল। বাৰ্ড ভায়েকৰ ঘৰ পালেগৈ আৰু জুইৰ ধ্বংস স্তূপৰ মাজত বিচাৰি বিচাৰি ঘড়ীটোৰ গলি যোৱা সোণৰ অৱশেষ এটুকুৰা পালে।

সেই টুকুৰাটো হাতত লৈ তেওঁ ভায়েকৰ ওচৰ পালেগৈ। সকলো ঘটনা বৰ্ণনা কৰি শান্তি স্থাপনৰ বাবে ইচ্ছা কৰিলে যদিও সেইদিনা তাত বাৰ্ডে কি ব্যৱহাৰ পালে তাক আগতে কোৱা হৈছে।

এজনী সৰু ছোৱালীয়ে বাৰ্ডক ছাই খুচৰি থকা দেখা পাইছিল। নাচত যোগ দিবলৈ যোৱা কেইটামান ল'ৰাই জুই লগাৰ দিনা গধূলি বাৰ্ডক ভায়েকৰ ঘৰলৈ যোৱা দেখিছিল আৰু বাৰ্ড যিবোৰ মানুহৰ লগত থাকে সেই মানুহবোৰে বাৰ্ডৰ অদ্ভুত আচৰণৰ বিষয়ে বৰ্ণনা কৰিছিল। আন পিনে সকলো মানুহেই জানিছিল যে এই দুয়োজন ককাই-ভাই পৰস্পৰে পৰস্পৰৰ ঘোৰ শত্ৰু। গোটেই ঘটনাৰ লগতে আনুষঙ্গিক সকলো কথা চৰকাৰৰ ওচৰত জনোৱা আৰু চৰকাৰী ভাবে তদন্তৰ ব্যৱস্থা

হ'ল। যদিও বার্ডৰ বিৰুদ্ধে কোনেও একো প্ৰমাণ দিব নোৱাৰিলে, তথাপি সকলোৱে তেওঁকে সন্দেহ কৰিবলৈ ধৰিলে। সেই বাবে তেওঁ আগতকৈয়ো কমকৈ ভায়েকৰ মুখামুখী হবলৈ ধৰিলে।

ঘাইঁৰ ভঁড়ালত জুই লগাৰ বাবে এণ্ড্ৰ'চেও বার্ডক সন্দেহ কৰিছিল। কিন্তু কাকো একো কোৱা নাছিল। পিচদিনা গধূলি যেতিয়া শেতা আৰু হতাশ চেহেৰাৰে বার্ড আহি এণ্ড্ৰ'চৰ ওচৰত উপস্থিত হলহি তেতিয়া ককায়েকক দেখি তেওঁৰ ধাৰণা হল তেওঁ যেন অনুতাপৰ জুইত দগ্ধ হৈ আহিছে, কিন্তু নিজৰ ভায়েকৰ বিৰুদ্ধে যি মানুহে ইমান ভয়ঙ্কৰ কাম কৰিব পাৰে তেনেকুৱা মানুহ ক্ষমাৰ যোগ্য নহয়। বস্তুতো মানুহে জুই লগাৰ দিনা গধূলি বার্ডক এণ্ড্ৰ'চৰ ঘৰলৈ অহা দেখা বুলি কোৱা তেওঁ শুনিছিল। তদ্‌-সত্ত্ব যদিও একো প্ৰমাণ নহল তথাপি এণ্ড্ৰ'চে ককায়েকক দোষী বুলি ধৰি ললে।

বিচাৰৰ ৰায় দিবৰ দিনা দুয়ো আদালতত উপস্থিত হ'ল। বার্ড ভাল সাজ-পাৰ পিন্ধি পৰিপাটী হৈ আৰু এণ্ড্ৰ'চ পুৰণি ঘুণুলা উঠা কাপোৰেৰে। বার্ডে সোমাই আহোঁতেই ভায়েকৰ মুখলৈ চালে। এণ্ড্ৰ'চে অন্তৰেৰে বুজিব পাৰিছিল— ককায়েকৰ চকুত যেন ব্যগ্ৰ মিনতি ভৰা চাৱনি। এণ্ড্ৰ'চে ভাবিলে মই তাৰ বিৰুদ্ধে কিবা ক'ম বুলি সি ভয় খাইছে। যেতিয়া এণ্ড্ৰ'চক প্ৰশ্ন কৰা হ'ল যে তেওঁ ককায়েকক সন্দেহ কৰে নে কি, তেতিয়া এণ্ড্ৰ'চে সকলোৰে শুনাকৈ গম্ভীৰ মাতেৰে কলে, "নকৰোঁ।"

তাৰ পিচৰ পৰাই এণ্ড্ৰ'চে অতিপাতকৈ মদ খাবলৈ ধৰিলে আৰু অতি সোনকালেই তেওঁৰ অৱস্থা বেয়াৰ পিনে গ'ল। বার্ডে বেয়া ব্যৱহাৰ পাইছিল যদিও মদ খোৱা নাছিল, অৱশ্যে তেওঁৰ স্বভাৱৰ ইমান বেচি পৰিবৰ্ত্তন হ'ল যে মানুহে সেই বিষয়ে কোৱাকুই কৰিবলৈ ধৰিলে।

এদিন সন্ধিয়া সময়ত বার্ডে ভাড়া লৈ থকা কোঠাটোলৈ এজনী দুখীয়া শ্ৰেণীৰ তিৰোতা সোমাই আহিল আৰু বার্ডক তাইৰ লগত আহিবলৈ অনুৰোধ কৰিলে। তিৰোতাজনীক বার্ডে চিনি পালে। তাই তেওঁৰ ভাই-বোৱাৰীয়েক। ভাই-বোৱাৰীয়েকক দেখিয়েই বার্ডে বুজিলে খবৰটো কি।

তেওঁৰ মুখখন মৰা মানুহৰ দৰে শেতা পৰি গ'ল। এটাও শব্দ উচ্চাৰণ নকৰাকৈ পোছাকটো পিন্ধি তেওঁ ভাই-বোৱাৰীয়েকক অনুসৰণ কৰিলে। এণ্ড্ৰৰ ঘৰৰ খিৰিকিয়েদি শেতা পোহৰ বাহিৰলৈ আহিছিল। মাজে মাজে অলপ বাঢ়ে আৰু মাজে মাজে মুমাই যায়। এই পোহৰকে অনুসৰণ কৰি দুয়ো আগবাঢ়িল। কাৰণ বৰফে ঢাকি থোৱাৰ বাবে কোনো ৰাস্তা নাছিল। বাৰ্ড আহি এণ্ড্ৰৰ ঘৰৰ দুৱাৰদলিত থিয় দিয়াৰ লগে লগে এটা অদ্ভুত গোন্ধ আহি তেওঁৰ নাকত লাগি হঠাৎ যেন পেটটো পাক খাই গ'ল। দুয়ো ভিতৰ সোমাল। এটা অকমানি শিশুৱে জুহালৰ ওচৰত বহি কয়লা চোবাই আছে। তাৰ গোটেই মুখখন ক'লা কিন্তু তেওঁলোকক দেখি মূৰ তুলি চাই হাঁহি সি বগা দাঁত কেইটা দেখুৱাই দিলে। এইটো ভায়েকৰ শিশু।

বিচনাৰ ওপৰত নানা ধৰণৰ অসোপামান ফটা-ছিটা কাপোৰ জাপি লৈ এণ্ড্ৰ পৰি আছে। মুখখন শেতা, এটা যেন জীৱন্ত কঙ্কাল। গাঁতত সোমোৱা চকু দুটাৰে এণ্ড্ৰে একেৰাহে ককায়েকলৈ চাই ৰ'ল। বাৰ্ডৰ আঁঠুৰ কঁপনি উঠিল। বিচনাখনত ভৰিৰ পিনে বহি তেওঁ ধাৰাসাৰে কান্দিবলৈ ধৰিলে। বোৱাৰীজনে একাগ্ৰ দৃষ্টিৰে তেওঁলৈ মাথোন চাই থাকিল। অৱশেষত এণ্ড্ৰে ঘৈণীয়েকক কোঠাৰ বাহিৰলৈ যাবলৈ কলে কিন্তু বাৰ্ডৰ ইঙ্গিতত তাই ৰৈ গ'ল। তেতিয়া দুয়ো ককাই-ভাইৰ মাজত কথা আৰম্ভ হ'ল। প্ৰথম সেই ঘড়ীৰ নীলাম ডাকৰ দিনটোৰ পৰা ইমান বছৰৰ পাচত আজিৰ এই মিলনৰ দিনটৈলৈকে দুয়ো সকলো কথা বৰ্ণনা কৰিলে। কথাৰ শেষত বাৰ্ডে পোৰা ঘড়ীটোৰ সোণ টুকুৰা জেপৰ পৰা উলিয়াই দেখুৱালে। তেওঁ সেই টুকুৰাটো সদায় জেপত ৰাখিছিল। দুয়োৰে কথাৰ পৰা এইটো ওলাই পৰিল যে ইমান বছৰে এটা দিনৰ কাৰণেও দুয়ো ককাই-ভাই সুখী হোৱা নাছিল।

অতিমাত্ৰা দুৰ্বল হৈ পৰা বাবে এণ্ড্ৰে বেছি কথা ক'ব পৰা নাছিল। বাৰ্ডে অসুস্থ এণ্ড্ৰক সকলো সময়তে বিচনাৰ ওচৰত থাকি শুশ্ৰূষা কৰিছিল।

এদিন পুৱা টোপনিৰ পৰা উঠি এণ্ড্ৰে কলে, "মই এতিয়া সম্পূৰ্ণ সুস্থ

হৈছোঁ, দাদা। আকৌ আগৰ দৰেই আমি সদায় একেলগে থাকিম, কেতিয়াও এৰা-এৰি নহওঁ।"

কিন্তু সেই দিনাই এণ্ডাৰ্চৰ মৃত্যু হ'ল।

ইয়াৰ পাছত বাৰ্ডে বিধৱা ভাই-বোৱাৰীয়েকক কেচুৱাটোৰ সৈতে ঘৰলৈ আনি নিজৰ যত্নত ৰাখিলে আৰু নিজেও সকলো সময়তে পৰোপকাৰৰ চিন্তা কৰা এজন সাধু ব্যক্তি হৈ পৰিল। সকলোৱে তেওঁক সন্মান জনাবলৈ ধৰিলে।

—+—

## ॥ জুডিয়াৰ শাসনকৰ্ত্তা ॥
## [ THE PROCURATOR OF JUDAEA ]
### —আনাটোল ফ্ৰাঁসে

[ ফ্ৰান্সৰ প্ৰখ্যাত ঔপন্যাসিক আনাটোল ফ্ৰাঁসৰ (১৮৪৪-১৯২৪) প্ৰকৃত নাম জেকুইচ আনাটোল থিবল্ট। তেওঁ একেধাৰে উপন্যাস ৰচনা আৰু চুটি গল্পৰ লেখক। তেওঁৰ ভাষা স্বচ্ছ। প্ৰাচীন বিষয়-বস্তু লৈ লিখা তেওঁৰ গল্পবিলাকৰ মাজত এটা পৰিহাসৰ ভাব পোৱা যায় আৰু এই বৈশিষ্ট্যই তেওঁৰ এই শ্ৰেণীৰ গল্পবোৰ অধিক আকৰ্ষণীয় কৰিছে। কিন্তু তেওঁৰ আধুনিক লিখনীসমূহ এই কাৰণেই কম মনোগ্ৰাহী। অৱশ্যে তওঁৰ "পেংগুইন আইলেণ্ড" আৰু "দি ৰিভল্ট অব দি এঞ্জেল্" নামৰ বিদ্ৰূপাত্মক লিখনী পৃথিৱীৰ অন্যতম শ্ৰেষ্ঠ সৃষ্টি হিচাপে পৰিগণিত। ]

ইটালীৰ সম্ভ্ৰান্ত পিতৃ-মাতৃৰ সন্তান এলিয়াচ লেমিয়া। কিশোৰ বয়সতে তেওঁ এথেন্সৰ বিদ্যালয়ত গৈ দৰ্শন অধ্যয়ন কৰে। ৰোমলৈ উভতি আহি তেওঁ এচকুইলিনৰ নিজৰ বাসভৱনত মুক্ত ভাবধাৰাত দীক্ষিত এদল বন্ধুৰ সঙ্গত এক উশৃংখল বিলাসী জীৱন আৰম্ভ কৰে। এই সময়ছোৱাত তেওঁ এটা ডাঙৰ অপৰাধত লিপ্ত হয়। ৰোমৰ উচ্চ পদস্থ বিষয়া চাল্‌পিচয়াচ কুইবিনাচৰ পত্নী লেপিডাৰ লগত গঢ়ি উঠা তেওঁৰ অবৈধ সম্পৰ্ক ধৰা পৰে আৰু সেই অপৰাধতে টিবেৰিয়াচ চীজাৰে তেওঁক নিৰ্ব্বাসন দণ্ড দিয়ে। সেই সময়ত তেওঁ মাত্ৰ চৌবিচ বছৰীয়া যুবক।

ওঠৰ বছৰ তেওঁ নিৰ্ব্বাসনত আছিল আৰু সেই সময়তে তেওঁ চিৰিয়া, কাপ্পাডচিয়া, পেলেষ্টাইন আৰু আৰ্মেনিয়া ভ্ৰমণ কৰে। তেওঁ এণ্টিয়ক, চীজাৰীয়া আৰু জেৰুজেলেমত দীঘলীয়া কাল বাস কৰিছিল। টিবেৰিয়াচৰ মৃত্যুৰ পিছত কায়াচ ৰোমান সম্ৰাট হ'ল, তেৱেঁই লেমিয়াক দেশলৈ উভতি অহাৰ অনুমতি দিয়ে। আনকি তেওঁ হেৰোৱা সম্পত্তিও কিছু পৰিমাণে পুনৰুদ্ধাৰ কৰিবলৈ সমৰ্থ হয়।

দুৰ্ভাগ্যই তেওঁৰ জ্ঞান বৃদ্ধি কৰিলে। নিজৰ শ্ৰেণীৰ ভিৰোতাৰ পৰা তেওঁ নিজকে সতৰ্ক ভাৱে আঁতৰাই ৰাখিলে। ৰাজনীতি আৰু ক্ষমতাৰ লোভৰ পৰা আঁতৰি থাকিল। এচকুইলিনৰ বাসভৱনৰ ভিতৰতে নিজ ইচ্ছাত বন্দী হৈ থাকি নিৰ্ব্বাসনৰ সময়ৰ দীঘলীয়া ভ্ৰমণ কাহিনীবোৰ লিখি তেওঁ সময় কটাবলৈ ধৰিলে। এই দৰেই তেওঁ অতীতৰ বেদনাক বৰ্ত্তমানৰ আনন্দলৈ ৰূপান্তৰিত কৰিলে। নীৰৱে তেওঁ নিজৰ কামত গভীৰ ভাবে নিমগ্ন হৈ থাকিল, কিন্তু এপিকুৰাচৰ লিখনী পঢ়ি এদিন হঠাতে আচৰিত ভাৱে আৰু অলপ দুখেৰে তেওঁ অনুভৱ কৰিলে যে এতিয়া তেওঁ বৃদ্ধ।

বাষষ্ঠি বছৰ বয়সত শীত কালৰ ৰোগত আক্ৰান্ত হৈ তেওঁ এদিন বায়িৰ গৰম পানীৰ স্বাস্থ্য কেন্দ্ৰলৈ যাত্ৰা কৰিলে। এই মনোমোহা ঠাইখন এদিন হেলচিয়ন চৰাইৰ বিশ্ৰাম-স্থলী আছিল কিন্তু এতিয়া এইখন সমৃদ্ধিশালী আমোদপ্ৰিয় ৰোমান সকলৰ বিশ্ৰাম-স্থলী হৈ পৰিছে। লেমিয়াই এই বিলাসী আনন্দত উন্মত্ত জনগণৰ মাজত প্ৰায় এসপ্তাহ কাল অকলশৰে সঙ্গহীন হৈ কটাইছে, এদিন আবেলি তেওঁ বেকাচৰ উপাসকৰ দৰে আঙুৰ লতা যুৰত মেৰিয়াই সাগৰৰ পিনে দৃষ্টি নিমগ্ন হৈ থকা ওচৰৰে টিলা এটাৰ ওপৰলৈ উঠিবলৈ স্থিৰ কৰিলে তেওঁ শিখৰ পালেগৈ আৰু সৰল গছৰ ছাঁ পৰা ৰাস্তা এটাৰ দাঁতিত বহি দূৰৈৰ গোঁৱলীয়া প্ৰাকৃতিক সৌন্দৰ্য্যৰ প্ৰতি দৃষ্টিপাত কৰিলে। তেওঁৰ বাওঁ পিনে মুকলি সেউজীয়া ফ্লেগ্ৰিয়ান পথাৰ কুমাইৰ ধ্বংসস্তুপ পৰ্য্যন্ত বিয়পি আছে। সোঁ পিনে মিচেনিয়াম অন্তৰীপে জোঙা নাকটো টিৰেনিয়ান সাগৰৰ ভিতৰলৈ গুজি দিছে। জিলমিল সেউজীয়া বালি। তেওঁৰ ভৰিৰ নামনি-ৰে একা-বেকা উপকূলীয় অঞ্চলৰে পশ্চিম মুখে আগবাঢ়ি গৈছে, যিমান দূৰ দৃষ্টি যায় কেৱল ধুনীয়া ধুনীয়া বাগিচা, মাজে মাজে সৰু সৰু সুন্দৰ বিশ্ৰাম ভৱন, মৰ্ম্মৰ মূৰ্ত্তি আৰু মাৰ্ব্বলৰ জালি কটা বাৰাণ্ডা, জল কন্যাই খেলি থকা পানীৰ ফোৱাৰা। এই দৃশ্য পাৰ হৈ কেম্পানিয়া, অস্তগামী সূৰ্য্যই তাত যেন গলিত সোণহে ঢালি দিছে। তাত পচিলিপ্পোৰ জলপাই কুঞ্জৰ মাজেদি সগৌৰৱে মূৰ দাঙি আছে মন্দিৰবোৰ। দূৰৈৰ দিগ্‌বলয়ৰ ওচৰত সহস্ৰ জনৰ দৃষ্টি আকৰ্ষণ কৰি ৰৈ আছে বিচুবিয়াচ। লেমিয়াই দীঘল চোলাৰ ভিতৰৰ পৰা হাতে লিখা কিতাপৰ মুঠা এটা

উলিয়ালে। বিষয় প্ৰকৃতিৰ আলোচনা, আৰামেৰে আঁউজি বহি তেওঁ সেইখনত মনোনিৱেশ কৰিলে।

অলপ সময়ৰ পিছতেই এজন ক্ৰীতদাসৰ কণ্ঠস্বৰত তেওঁৰ মনোযোগ ব্যাহত হ'ল। তলৰ পৰা আঙুৰ লতাৰে ঢাকখোৱা সৰু বাস্তাটোৰেদি এখন দোলা কঢ়িয়াই অনা হৈছে। দাসজনে লেমিয়াক দোলাখন পাৰ কৰি নিবৰ বাবে অলপ আঁতৰি বাস্তাটো এৰি দিবলৈ অনুৰোধ কৰিলে। সেইখন ওচৰ চাপি অহাৰ লগে লগে পৰ্দাখন মুকলিকৈ ৰখা বাবে আৰোহী-জনক লেমিয়াই কোনো অসুবিধা নোহোৱাকৈ ভালদৰে পৰ্য্যবেক্ষণ কৰিলে। তেওঁ বিশাল শৰীৰেৰে এজন বয়সস্থ ব্যক্তি। কোমল গাৰুৰ ওপৰত তেওঁ আৰামেৰে নিজৰ শৰীৰটো এৰি দিছে। এটা বাহুৰ ওপৰত মূৰটো দি আছিছে। তেওঁৰ দৃষ্টি বাহিৰৰ দৃশ্যৰ ওপৰত — তাত মিহলি হৈ আছে ক্লান্তি আৰু গৰ্ব্বৰ ভাব। তেওঁৰ ওঠ দুটা জোৰেৰে জপোৱা, নাকটো ঈগলৰ ঠোঁটৰ দৰে জোঙা, থুঁতৰি চুট আৰু গালৰ হাড়বোৰ শক্তিশালী। প্ৰথম দৃষ্টিতেই লেমিয়াই আৰোহীৰ মুখখন চিনি পালে যদিও নামটো তৎক্ষণাত মনত পেলাব নোৱাৰিলে। কিন্তু এক মুহূৰ্ত্তৰ পিছতে আশ্চৰ্য্য আৰু আনন্দৰ আবেগেৰে তেওঁ দোলাখনৰ পিনে আগবাঢ়ি গ'ল।

"পন্টিয়াচ পিলেট! ভগবানৰ কি ইচ্ছা—আজি আকৌ আমাৰ দেখা দেখি হ'ল!"

দোলাৰ আৰোহীজনে ক্ৰীতদাস কেইজনক দোলাখন ৰখাবলৈ ইঙ্গিত দি লেমিয়াক তীক্ষ্ণ দৃষ্টিৰে পৰ্যবেক্ষণ কৰিলে।

লেমিয়াই আনুগত্যৰ সুৰত কলে, "পন্টিয়াচ, মোৰ মহান আশ্ৰয় দাতা। বিচ বছৰে মোৰ চুলি ইমানেই বগা পৰিলনে আৰু মুখত ইমানেই বেছি ৰেখা ওলালনে যে আপুনি এলিয়াচ লেমিয়াক চিনিব পৰা নাই?"

নামটো শুনিয়েই বিপুলকায় বৃদ্ধজন তেওঁৰ বয়স আৰু দেহ আকৃতিৰ পক্ষে অস্বাভাবিক ক্ষিপ্ৰতাৰে দোলাৰ পৰা নামি আহিল।

লেমিয়াৰ হাত দুখন অতি আবেগেৰে নিজৰ হাতৰ মাজত লৈ তেওঁ চিঞৰি উঠিল—"মৰমৰ বন্ধু, তোমাক দেখি মই যে কিমান আনন্দ পাইছোঁ! জুডিয়াৰ শাসনকৰ্ত্তা হিচাবে চিৰিয়াত থকা দিন কেইটা যেন তুমি আজি

আকৌ মোৰ ওচৰলৈ ওভতাই আনিলা। আমাৰ প্ৰথম পৰিচয়ৰ পিছত প্ৰায় ত্ৰিচ বছৰ পাৰ হৈ গৈছে নিৰ্ব্বাসন দণ্ড লৈ সেই সময়ত তুমি চিজাৰীয়ালৈ গৈছিলা। মই তোমাৰ মানসিক কষ্টক কিছু পৰিমানে উপশম কৰিবলৈ সমৰ্থ হৈছিলোঁ৷ আৰু তুমিও বন্ধুত্বৰ সম্পৰ্কেৰে মোৰ জেৰুজালেম ভ্ৰমণত সঙ্গী হৈছিলা—তাত ইহুদীবোৰে মোৰ জীৱন অশান্তি আৰু তিক্ততাৰে ভৰাই তুলিছিল। দহটা বছৰ আমি তাত একেলগে কটাইছিলোঁ৷ আৰু সেই সময়বোৰত ৰোমৰ বিষয়ে আলোচনা কৰি আমি আমাৰ অশান্ত মন কিছু পৰিমানে শান্ত কৰিছিলো—মই চৰকাৰী দায়িত্বৰ তিক্ততা কিছু সময় পাহৰি থাকিব পাৰিছিলোঁ৷ আৰু তুমিও পাহৰিব পাৰিছিলা তোমাৰ নিৰ্ব্বাসন যন্ত্ৰণা।"

লেমিয়াই আগন্তুকৰ হাত দুখন আন্তৰিক আবেগেৰে পুনৰ মোহাৰি দিলে।

"ইয়াৰ মাজৰ কিছু কথা আপুনি পাহৰি আছে, পন্টিয়াচ। হেৰড এন্টিপাচৰ ওচৰত যে আপুনি মোৰ প্ৰশংসা কৰিছিল আৰু মাজে মাজে মোক কিছু ধন ঋণ হিচাবে দি সাহায্য কৰিছিল—সেই কথা আপুনি উল্লেখ কৰা নাই।"

"ধনৰ বিষয়ে এতিয়া আমি উল্লেখ কৰাৰ কোনো প্ৰয়োজন নাই, কাৰণ তুমি ৰোমলৈ উভতি যোৱাৰ পিছতেই তোমাৰ এজন অনুচৰৰ হাতত সুদ সহ সকলো ধন পৰিশোধ কৰি পঠিয়াইছিলা।"

"পন্টিয়াচ, আপোনাৰ ওচৰত মোৰ যি ঋণ তাক ধনেৰে পৰিশোধ কৰিব নোৱাৰি। বাৰু, এতিয়া আপোনাৰ বিষয়ে কওকচোন। ভগবানে আপোনাক ভালে ৰাখিছেনে? আপুনি দিনবোৰ সুখে-শান্তিৰে কটাব পাৰিছেনে? আপোনাৰ পৰিয়াল, স্বাস্থ্য আৰু পৰিয়ালৰ অন্যান্য বিষয়বোৰ কেনে চলিছে কওকচোন।"

"লেমিয়া, মই এতিয়া অৱসৰ লৈ চিচিলিৰ মোৰ নিজৰ গাঁৱত বাস কৰিছোঁ। তাত মই গমৰ খেতি কৰিছোঁ। মোৰ ডাঙৰ জোৱালী পন্টিয়াৰ অলপতে স্বামী বিয়োগ হোৱাত তায়েই এতিয়া আহি মোৰ ঘৰখন চলাই আছে। ভগবানক ধন্যবাদ যে মোৰ দেহ আৰু মনৰ শক্তি এতিয়াও অটুট আছে। কিন্তু বুঢ়া বয়সত সকলো মানুহৰে জীৱনলৈ নানা কষ্ট আৰু যন্ত্ৰণা

আছে—মই গাঁঠিৰ বিষত ভুগিছোঁ। এতিয়া এইটোৱেই মোৰ আটাইতকৈ ডাঙৰ যন্ত্ৰণা। মই ফ্লেগ্রিয়ান সমভূমিলৈ আহিছোঁ এই ৰোগৰ প্ৰতিকাৰ বিচাৰি। কোৱা শুনিছোঁ—ৰাতি ইয়াৰ গৰম মাটিৰপৰা গন্ধক বাষ্প ওলায়। এই বাষ্পই হেনো হাড়ৰ জোৰাবোৰ কোমল কৰি দেহৰ প্ৰক্রিয়াক কিছু পৰিমাণে স্বাভাৱিক কৰে। চিকিৎসকসকলে মোক এইদৰে ক'লে।"

"মই আশা কৰিছোঁ চিকিৎসকসকলে আপোনাক উপযুক্ত ব্যৱস্থাই দিছে। কিন্তু আপুনি যদিও মোতকৈ প্ৰায় দহ বছৰে ডাঙৰ, তথাপি এই সামান্য বিষটোৰ বাহিৰে—দেখাত আপোনাক মোতকৈ এদিনৰো ডাঙৰ যেন নালাগে। সাধাৰণ ভাৱে মোৰ স্বাস্থ্য যিমান সবল, বৰ্ত্তমান সময়তো আপোনাক তাতকৈ অধিক স্বাস্থ্যবান যেন লাগে। আপোনাৰ এই বয়সতো স্বাস্থ্য ইমান সুন্দৰ হৈ থকা দেখি মই আচৰিত হৈছোঁ। কি কাৰণতনো আপুনি জুডিয়াৰ শাসনকৰ্ত্তাৰ পদবি ত্যাগ কৰিলে? কি কাৰণত আপুনি জুডিয়া ত্যাগ কৰি চিচিলিত আত্মগোপন কৰি আছে? মোৰ যিমানদূৰ মনত পৰে, মই যেতিয়া কাপ্পাডচিয়ালৈ গাধ আৰু ঘোঁৰাৰ প্ৰজনন কেন্দ্ৰ খুলি কিছু ধন অৰ্জ্জাৰ আঁচনি লৈ যাত্ৰা কৰোঁ তেতিয়া আপুনি চামাৰিটানবোৰৰ এটা বিদ্ৰোহ দমনৰ প্ৰস্তুতি চলাইছিল। আপোনাৰ সেই অভিযান সফল হৈছিল নে? সেই বিষয়ে মোক কওকচোন আপুনি জড়িত থকা যি কোনো ঘটনাৰ বিষয়েই জানিবলৈ মই অতি আগ্ৰহী।"

পন্টিয়াচ পিলোটে ক্লান্ত ভঙ্গীত মূৰটো লৰালে। তেওঁ ক'লে, "এইটো মোৰ স্বভাৱ, মই যি কামৰ দায়িত্ব লওঁ, সেইটো যে অকল ভালদৰে সামাধা কৰোঁ তেনে নহয়, মই সেই কামটোৰ প্ৰেমত পৰোঁ। কামবোৰ আন্তৰিকতাৰে সমাধা কৰিবলৈ মই ভাল পাওঁ, কিন্তু তাৰ বিনিময়ত মই কোনো দিন কোনো ধৰণৰ সুফল পোৱা নাই। ঈৰ্ষা আৰু ষড়যন্ত্ৰই মোক পদে পদে অনুসৰণ কৰিছে, মোৰ প্ৰত্যেকটো কামৰ মূল উদ্দেশ্যক ঘৃণাৰ বিষে জৰ্জৰিত কৰি ছ।

"তুমি মোক চামাৰিটানৰ বিদ্ৰোহৰ বিষয়ে সুধিছা। আঁহা আমি ইয়াত অলপ সময় বহোঁ। এতিয়া মই তোমাক চমুকৈ গোটেই কথাখিনি

ক'ম। কালি হৈ যোৱা ঘটনাৰ দৰেই ইয়াৰ স্মৃতি মোৰ মনত এতিয়াও সজীৱ হৈ আছে।

"চিৰিয়াৰ সাধাৰণ শ্ৰেণীৰ মানুহৰ মাজৰপৰা মাজে মাজে একোজন উগ্ৰপন্থী মানুহ মূৰ দাঙি উঠে। তেনেকুৱা এজন মানুহেই চামাৰিটানবোৰক গেৰিজিম পৰ্ব্বতত অস্ত্ৰ-শস্ত্ৰ লৈ একগোট হ'বলৈ উচটনি দিলে, কাৰণ এই ঠাইখন সেই অঞ্চলত পবিত্ৰ বুলি জনাজাত। এই মানুহজনে সিহঁতক সিহঁতৰ মোজেচ নামৰ কোনোবা ধৰ্ম্মীয় দেৱতা নে বীৰ এজনে মাটিত পুতি থোৱা পবিত্ৰ প্ৰতীক এটা দেখুৱাব বুলি প্ৰতিজ্ঞা কৰিছিল। এই সাধাৰণ মানুহবোৰেও নেতাজনৰ কথা বিশ্বাস কৰি অস্ত্ৰ-শস্ত্ৰ যোগাৰ কৰিলে। অৱশ্যে মই ঠিক সময়তে সিহঁতৰ এই সকল ষড়যন্ত্ৰটোৰ কথা জানিব পাৰি গোটেই পৰ্ব্বতটো ঘেৰি এটা পদাতিক বাহিনীক পহৰাত নিযুক্ত কৰিলোঁ, লগতে ওচৰচুবুৰীয়া অঞ্চলৰ কাৰ্য্য-কলাপ নিৰীক্ষণ কৰিবলৈ অশ্বাৰোহী বাহিনী এটা নিয়োগ কৰি সহজে এই বিদ্ৰোহ দমন কৰিলোঁ। সিদ্ধান্ত ল'বৰ বাবে মই দ্বিতীয়বাৰ চিন্তা কৰা নাছিলোঁ, কাৰণ ইতিমধ্যেই বিদ্ৰোহীবোৰ আহি গেৰিজিম পৰ্ব্বতৰ নামনিৰ টাইৰাথাবাত গোট খাই'ছলহি।

"দেখাত সকলো সমস্যাৰ সুকলমে মীমাংসা হ'ল। বিদ্ৰোহ আৰম্ভনিতে দমন কৰা হ'ল আৰু কোনো ধৰণৰ ৰক্তপাত নোহোৱাকৈয়ে বিদ্ৰোহী—বোৰক আঁতৰাই দিয়া হ'ল। বিদ্ৰোহীবোৰক ভৱিষ্যতৰ বাবে সতৰ্ক কৰিবলৈ আচল নেতাকেইজনক মাত্ৰ কঠোৰ শাস্তি দিয়া হ'ল।

"প্ৰাদেশিক শাসনকৰ্ত্তা ভিটেলিয়াচে কিদৰে মোৰ সকলো কাৰ্য্যত বাধাদান কৰিছিল সেই কথা তুমি নিশ্চয় জানা। আৰু তেওঁ যেন চিৰিয়াখন ৰোমৰ হকে নহয়, ৰোমৰ বিৰুদ্ধেহে শাসন কৰিছে তেনে বুজা গৈছিল। আমাৰ বিশাল ৰোমান সাম্ৰাজ্যৰ প্ৰদেশবোৰ শাসন কৰাৰ ক্ষেত্ৰত তেওঁ ৰোমৰ স্বাৰ্থতকৈ তাৰ অধিবাসীবোৰৰ স্বাৰ্থতহে অধিক গুৰুত্ব দিছিল। এই চামাৰিটানৰ নেতাজন সিহঁতৰ দুখ-দুৰ্গতি বৰ্ণনা কৰিবলৈ ভিটেলিয়াচৰ ওচৰলৈ গ'ল। সিহঁতৰ অভিযোগবোৰ শুনিলে তোমাৰ ধাৰণা হ'ব চিজাৰৰ আইন অমান্য কৰাৰ বাহিৰে

সিহঁতৰ যেন অইন একো চিন্তা নাই। সিহঁতৰ মতে মইহে সমস্যাৰ সৃষ্টি কৰিলোঁ। মই হেনো বিনা কাৰণত সিহঁতৰ মানুহবোৰক হত্যা কৰিছোঁ আৰু তাক বাধা দিবলৈহে সিহঁতে অস্ত্ৰ-শস্ত্ৰ লৈ টাইবাথাবাত গোট খাইছিল। সিহঁতৰ সকলো অভিযোগ ভিটেলিয়াচে বিশ্বাস কৰিলে আৰু জুডিয়াৰ শাসন ভাৰ তেওঁৰ বন্ধু মাৰ্চেলিয়াচৰ হাতত দিলে। মোক চাকৰিৰ পৰা অপসাৰণ কৰি সম্ৰাটৰ ওচৰত আবেদন জনাবলৈ ৰোমলৈ পঠিয়াই দিলে। অন্তৰত গভীৰ দুখ আৰু অসন্তুষ্টি লৈ মই ভুতালিকে ৰোম অভিমুখে সমুদ্ৰ যাত্ৰা আৰম্ভ কৰিলোঁ, কিন্তু দুৰ্ভাগ্যবশতঃ মই ইটালীৰ উপকূলৰপৰা অলপ দূৰৈত থাকোঁতেই এতিয়া আমাৰ চকুৰ আগত এই সন্ধিয়াৰ কোমল পোহৰত জিলিকি থকা মিচেনাম অন্তৰীপত সাম্ৰাজ্যৰ গধুৰ বোজা বহন কৰি দুৰ্ব্বল হৈ পৰা বৃদ্ধ সম্ৰাট টিবেৰিয়াচ মৃত্যুৰ মুখত পৰে।

"ৰোমত উপস্থিত হৈ মই নতুন সম্ৰাট কায়াচৰ দয়া ভিক্ষা কৰিলোঁ। তেওঁ কিছু পৰিমানে জ্ঞানী আছিল আৰু চিৰিয়াৰ আভ্যন্তৰীণ শাসন কেনে চলিছে সেই বিষয়ে বুজ লৈছিল কিন্তু ইয়াতো মোক দুৰ্ভাগ্যই পিচ এৰা নাছিল। সম্ৰাটৰ শিশু কালৰ অতি মৰমৰ বন্ধু ইহুদী এগ্ৰিপ্পা সেই সময়ত ৰোমত সম্ৰাটৰ লগত আছিল। তুমি মন কৰিছানে কিদৰে দুৰ্ভাগ্যই মোক পিচে পিচে খেদি ফুৰিছিল? এগ্ৰিপ্পাই ভিটেলিয়াচক ভাল পাইছিল, কাৰণ এগ্ৰিপ্পাৰ শত্ৰু এন্টিপাচ ভিটেলিয়াচৰো শত্ৰু আছিল। এগ্ৰিপ্পাৰ বন্ধুক কায়াচেও নিজৰ বন্ধু হিচাবে গ্ৰহণ কৰিছিল। সম্ৰাট মোক দৰ্শন দিবলৈ মান্তি নহ'ল। মোৰ দুৰ্ভাগ্য নামি আহিল। মই বিনা দোষত এই অপমান মানি ল'বলগীয়া হ'লোঁ। অপমানৰ হেঁচাত মোৰ অন্তৰ ভাগি পৰিল, বুকুৰ মাজত বিদ্বেষৰ জুই একুৰা লৈ মই চিচিলিলৈ যাত্ৰা আৰম্ভ কৰিলোঁ। মোৰ মৰমৰ কন্যা পন্টিয়াই তাইৰ এই বৃদ্ধ পিতৃৰ দায়িত্ব নোলোৱা হ'লে লাজ আৰু দুখে হয়তো মোক শেষ কৰি পেলালেহেঁতেন। এতিয়া মই একন কৃষক, প্ৰদেশখনৰ ভিতৰত মোৰ পামতেই খেতি সকলোতকৈ ভাল। মোৰ দিন শেষ হৈ আহিছে, ভৱিষ্যতৰ বংশধৰবোৰে ভিটেলিয়াচ আৰু মোৰ কাৰ্য্যৰ বিচাৰ কৰিব।"

লেমিয়াই ক'লে, "পন্টিয়াচ, আপুনি—আপোনাৰ ধাৰণা মতে ৰোমৰ স্বাৰ্থ ৰক্ষাৰ বাবেই চামাৰিটানবোৰৰ বিদ্ৰোহ সেইদৰে দমন কৰিছিল কিন্তু এই ক্ষেত্ৰত বাৰু আপুনি প্ৰয়োজনতকৈ অধিক কঠোৰ হোৱা বুলি অনুভৱ নকৰে নে? মই যেতিয়া জুডিয়াত আছিলোঁ তেতিয়া মই যুৱক আৰু আপোনাতকৈ অধিক উগ্ৰ স্বভাৱৰ আছিলোঁ। কিন্তু সেই সময়তো মই মাজে মাজে আপোনাক শান্ত বিবেচনাৰে কাম কৰিবলৈ উপদেশ দিছিলোঁ।"

পন্টিয়াচ পিলেটে চিঞৰি ক'লে, "ইহুদীৰ লগত ভদ্ৰ ব্যৱহাৰ কৰিব লাগে? ইমান বছৰ সিহঁতৰ মাজত থাকিও তুমি বোধকৰো সিহঁতৰ স্বভাৱ ধৰিব নোৱাৰিলা। সিহঁত সমগ্ৰ মানৱ জাতিৰ ঘোৰ শত্ৰু সিহঁতৰ অহংকাৰৰ লগত নীচাত্মিকা ভাব মিহলি হৈ আছে। সিহঁত নিৰ্লজ্জভাৱে উন্মত্ত, গাধৰ দৰে মূৰ্খ আৰু জেদী। মৰম আৰু ঘৃণা একোৰে সিহঁত যোগ্য নহয়। লেমিয়া, মই মহান আগষ্টাচৰ আদৰ্শলৈ কাম কৰিছোঁ। মই জুডিয়াৰ শাসনৰ দায়িত্বত থাকোঁতে গোটেই পৃথিৱী ৰোমান শাসনৰ তলত আছিল। গৃহযুদ্ধৰ সময়ৰ বাহিৰে আন কোনো সময়তেই প্ৰাদেশিক শাসন কৰ্ত্তাবোৰে নিজ নিজ দুৰ্ব্বল প্ৰদেশৰ শাসনৰ দায়িত্বত থাকি ক্ষমতা বৃদ্ধিৰ বাবে সুবিধা পোৱা নাছিল। মোৰ কৰ্ত্তব্য মই জানো। বিবেচনা আৰু মধ্যমীয়া পন্থাই আছিল মোৰ শাসনৰ নীতি। মোৰ কাৰ্য্যৰ সাক্ষী একমাত্ৰ ভগৱান। কিন্তু সকলোৰে লগত ভদ্ৰ ব্যৱহাৰ কৰাৰ পৰা মোৰ কি লাভ হ'ল? মোৰ শাসনৰ প্ৰথম চোৱাত যেতিয়া প্ৰথম বিদ্ৰোহ আৰম্ভ হয় তেতিয়া তুমিতো তাত আছিলা। সেই ঘটনাবোৰ মই নিশ্চয় তোমাক সোঁৱৰাব নেলাগে। চিজাৰীয়াৰ সৈন্য বাহিনী জেৰুজালেমৰ শীতকালীন বাসস্থানলৈ গ'ল। প্ৰত্যেকটো বাহিনীৰ নিজ নিজ পতাকাত সম্ৰাটৰ ছবি অংকিত কৰা থাকে—ইয়াতেই ইহুদীহঁতৰ আপত্তি। সিহঁতৰ নগৰৰ মাজেদি সম্ৰাটৰ ছবি আঁকা সুউচ্চ পতাকা কঢ়িয়াই নিয়াটো সিহঁতে ভাল নেপায়। সিহঁতে চিজাৰক দেৱতা হিচাবে পূজা নকৰে, সিহঁতৰ মতে এজন সাধাৰণ মানুহক পূজা কৰাতকৈ ভগৱানকে পূজা কৰিব লাগে।

"সিইঁতৰ পুৰোহিতকলে মুখত নম্রতাৰ মুখা এখন পিন্ধি মোৰ কৰ্ম্মস্থানলৈ আহি প্রার্থনা কৰিলে পতাকাবোৰ নগৰৰ প্রাচীৰৰ বাহিৰত থব লাগে। স্বাভাৱিক ভাবেই মই সেই অনুৰোধ আগ্রাহ্য কৰিলোঁ। ৰোমান সাম্রাজ্যৰ সম্মান আৰু চিজাৰৰ ঐশ্বৰিকতা ৰক্ষা কৰিবলৈ হলে মই সিইঁতৰ অনুৰোধ কেতিয়াও ৰক্ষা কৰিব নোৱাৰোঁ। সাধাৰণ মানুহবোৰ এই বাতৰি শুনি উন্মত্ত হৈ পৰিল। সৈনা বাহিনীক সিইঁতৰ সকলো অস্ত্র-শস্ত্র এণ্টাইন দুৰ্গত গোট খুৱাবলৈ মই হুকুম দিলোঁ আৰু তাৰ পিছত আদালতৰ সাধাৰণ শান্তিৰক্ষকৰ দৰে প্ৰ তাকৰে হাতত এডাল এডাল লাঠী দি উন্মত্ত জনতাক দমাবলৈ পঠিয়ালোঁ লাঠীৰ কোব খাই সেই বুৰ্ব্বকৰ দলটোৱে এখোজো লৰচৰ নকৰিলে, বৰং ধুমুহাৰ দৰে চিঞৰিবলৈহে ধৰিলে। চোৱা, সিইঁতে মোক কেনেকৈ অপমান কৰিলে। ভিটেলিযাচৰ হুকুমত পতাকাবোৰ পুনৰ চিজাৰীয়ালৈ ওভতাই নিয়া হ'ল। কিন্তু এই অপমান মোৰ প্রাপ্য নাছিল। ভগৱানৰ নামত মই শপত খাই কওঁ গোটেই চাকৰি কালত মই এবাৰো ন্যায়ৰ বিৰুদ্ধে যোৱা নাই আৰু আইন বিৰোধী কাম কৰা নাই। মোৰ শত্রুবোৰৰ মৃত্যু হৈছে। প্ৰতিশোধ পূৰণ নোহোৱাকৈয়ে মোৰ মৃত্যু হ'ব। মোৰ স্মৃতি কোনে ৰক্ষা কৰিব?"

গভীৰ হুমুনিয়াহ এটা কাঢ়ি তেওঁ নীৰব হ'ল। লেমিযাই কলে, "অজ্ঞাত ভবিষ্যতৰ বাবে কোনো আশা নাইবা শঙ্কা নেৰাখি আপুনি উপযুক্ত কামেই কৰিছে। ভবিষ্যতত মানুহে আমাৰ বিষয়ে কি ভাবিব সেই বিষয়ে চিন্তা কৰাৰ জানো কিবা প্ৰয়োজন আছে? আমাৰ গোটেই জীৱনৰ সাক্ষী আমি নিজেই, আমিয়েই আমাৰ জীৱন জোৰা কৰ্ম্মৰ শ্ৰেষ্ঠ বিচাৰক। আপুনি নিশ্চিত হওক আপুনি নিজে আৰু লগতে আপোনাৰ বন্ধুবৰ্গও আপোনাৰ কামৰ শুভ উদ্দেশ্যৰ প্ৰতি সম্পূৰ্ণ বিশ্বাসী। অৱশ্যে নম্রতাৰ দ্বাৰা মানুহক শাসন কৰিব নোৱাৰি। দৰ্শনে আমাক শিকাইছে যে মানুহক দয়া কৰিব লাগে কিন্তু কৰ্ম্ম জগতত এই আদৰ্শ খুব কাৰ্য্যকৰী নহয়।"

পন্টিয়াচ পিলেটে বিষণ্ণ সুৰত কলে, "লেমিয়া, এতিয়া এইবোৰ আলোচনা বাদ দিয়া। সূৰ্য্যাস্তৰ সময়ত যেতিয়া ভূমিভাগ উত্তপ্ত হৈ থাকে তেতিয়া তাৰ পৰা নিৰ্গত হোৱা গন্ধক বাষ্প মোৰ গাঁঠিৰ বিষৰ বাবে অধিক

উপকাৰী, মই এতিয়া যাব লাগিব কিন্তু ইমান বছৰৰ পিছত দেখা দেখি হোৱাৰ লগে লগে পুনৰ আমি আঁতৰা-আঁতৰি হৈ নেযাওঁ আজিৰ এই দিনটোক আমি সম্বৰ্দ্ধনা জনাব লাগিব। কাইলৈ তুমি মধ্যাহ্ন ভোজনৰ বাবে মোৰ তালৈ আহিবানে? মিচেনিয়ামলৈ যোৱাৰ বাটত চহৰৰ উপকণ্ঠত পৰ্ব্বতৰ ওপৰত মোৰ ঘৰ। মোৰ ঘৰৰ বাগিচাত অৰফিয়ুচে বীণা বজাই বনৰীয়া পশুক মুগ্ধ কৰাৰ দৃশ্য অঙ্কিত কৰা আছে -দেখিলেই তুমি চিনি পাবা। মই তোমাৰ বাবে অপেক্ষা কৰি থাকিম। তেতিয়াই মই জুডিয়াৰ পুৰণি দিনবোৰৰ বিষয়ে তোমাক সকলো ক'ম এতিয়া বিদায়।"

পন্টিয়াচ পিলেট দোলাত উঠি বহিল আৰু দোলাভাৰীবোৰে সেইখন দাঙি ললে।

পিছ দিনা লেমিয়া আহাৰৰ বাবে ঠিক সময়ত আহি পিলেটৰ বাসভৱনত উপস্থিত হ'লহি। দুজনৰ বাবে আহাৰ সাজোৱা হ'ল। সাধাৰণ কিন্তু অ'ত সুস্বাদু আৰু পুষ্টিকৰ খাদ্য ৰূপৰ পাত্ৰত পৰিবেশন কৰা হৈছিল খোৱাৰ লগে লগে দুয়োজনে তেওঁলোকৰ নানা ধৰণৰ শাৰীৰিক অসুস্থতা, তাৰ লক্ষণবোৰ আৰু তাৰ নানা ধৰণৰ চিকিৎসা পদ্ধতিৰ বিষয় আলোচনা কৰিলে। আগদিনা বাগিৰ টিলাত তেওঁলোকৰ অভাৱনীয় ভাবে হোৱা পুনৰ মিলনক দুয়ো অতি সৌভাগ্যজনক যোগাযোগ বুলি স্বীকাৰ কৰিলে। তেওঁলোকে উপকূলীয় অঞ্চলৰ মনোমোহা সৌন্দৰ্য্য আৰু তাৰ স্বাস্থ্যকৰ জলবায়ুবো প্ৰশংসা কৰিলে। সাগৰৰ উপকূলত মনোমোহা সৌন্দৰ্য্যৰ ৰাজনটীবোৰে স্বৰ্ণালঙ্কাৰেৰে বিভূষিতা হৈ বিদেশী কাৰিকৰে তৈয়াৰ কৰা কোমল স্বচ্ছ ওৰণি লৈ ভ্ৰমণ কৰা দৃশ্য দেখি লেমিয়া বিশেষভাবে পুলকিত হৈছিল। কিন্তু বৃদ্ধ পিলেটে ৰোমৰ ধনৰ বিনিময়ত এইবোৰ জাকজমকীয়া বস্তু সংগ্ৰহ কৰাটো ভাল পোৱা নাছিল। তেওঁৰ মতে এই বস্তুবোৰ বহু সময়ত ৰোমৰ শত্ৰু দেশৰ পৰাও সংগ্ৰহ কৰা হৈছিল আৰু সেইদৰেই ৰোমৰ ৰাজ ভঁৰালৰ ধনো ঘোৰ শত্ৰুৰ হাতত পৰিছিলগৈ। তেওঁলোকৰ আলোচনা ইয়াৰ পিছত গোটেই দেশতে আৰম্ভ কৰা ৰাজহুৱা উন্নয়নমূলক আঁচনিবোৰৰ পিনে ঢাল খালে। তেওঁলোকে ইয়াৰ ভিতৰত ৰোমান সম্ৰাট কায়াচে পুটিয়লি আৰু বাগিক সংলগ্ন কৰি তৈয়াৰ কৰা বিৰাট দলং

আৰু সম্ৰাট অগষ্টাচে সাগৰৰ পৰা লুক্ৰেটিন আৰু এভাৰনাচ হ্ৰদলৈ পানী আনিবৰ বাবে খাল খন্দাৰ যি আঁচনি লৈছিল সেই বিষয়ে বিশেষভাবে আলোচনা কৰিলে।

পন্টিয়াচে কলে, "মোৰ কাৰ্য্য কালতো সাম্ৰাজ্যৰ মঙ্গলৰ বাবে মযো তেনেকুৱা কামৰ প্ৰতি অতি আগ্ৰহী আছিলোঁ। জুডিয়াত নিযুক্ত হওঁতে মই জেৰুজালেমলৈ যথেষ্ট পৰিমাণৰ পৰিষ্কাৰ পানী আনিব পৰাকৈ এটা প্ৰকাণ্ড খাল খন্দাৰ আঁচনি ললোঁ। এই বিষয়ে অভিযন্তাসকলৰ লগত বিস্তৃত আলোচনা কৰা হ'ল আৰু তাৰ ওপৰত সিদ্ধান্ত লোৱা হ'ল। আনকি পানী যোৱা পিতলৰ নলীবোৰ ফুটাই যাতে কোনেও মাজ বাটতে পানী উলিয়াব নোৱাৰে তাৰ বাবে পহৰাৰ ব্যৱস্থা কৰিবলৈ এক অধ্যাদেশ জাৰী কৰাবো সিদ্ধান্ত ললোঁ। স্থপতি আৰু বনুৱাবোৰক নিযুক্তি দিয়া হ'ল আৰু কাম আৰম্ভ হ'ল। কিন্তু যেতিয়াই ইহুদীবোৰে দেখিলে যে সিহঁতৰ গুকান নগৰখনত আমি প্ৰচুৰ পৰিমাণে পানী যোগান ধৰাৰ প্ৰস্তুতি চলাইছোঁ তেতিয়াই সিহঁতৰ চিঞৰ-বাখৰ আৰম্ভ হ'ল। উন্মত্ত মানুহবোৰে বনুৱাবোৰক আক্ৰমণ কৰিলে, সিহঁতৰ পবিত্ৰ ভূমি খান্দি তাত এই আঁচনিৰ আধাৰশিলা স্থাপনৰ দ্বাৰা অপবিত্ৰ কৰা বুলি হুলস্থুল লগাই সিহঁতে সকলোবোৰ ভাঙি পেলালে। এই অসভ্য জাতিটোৰ অকুণ্ঠ কাৰ্য্য-কলাপবোৰৰ বিষয়ে তুমি কল্পনাই কৰিব নোৱাৰিবা। আৰু তুমি হয়তো বিশ্বাস কৰিবলৈ টান পাবা যে ভিটেলিয়াচে সিহঁতৰ আপত্তি শুনি মোক পানী যোগানৰ আঁচনি বন্ধ কৰিবলৈ হুকুম দিলে।"

"অৱশ্যে এইটো আইনৰ ভিতৰুৱা বিষয়"—লেমিয়াই কাহেকৈ কলে, "এটা জাতিৰ ইচ্ছাৰ বিৰুদ্ধে জোৰকৈ সিহঁতৰ ভাল কৰিবলৈ যোৱাটো বোধকৰো বেআইনী।"

পিলেটৰ কাণত লেমিয়াৰ মন্তব্য নোসোমাল, তেওঁ চিঞৰি কলে, "পানী যোগান ল'বলৈ আপত্তি একেবাৰেই বলিয়ালি। প্ৰথম কথা হ'ল ৰোমৰ পৰা অহা যি কোনো বস্তুৱেই ইহুদীবোৰৰ বাবে ঘৃণাৰ বস্তু। সিহঁতৰ মনত আমি অপবিত্ৰ সিহঁতৰ ধাৰণা—আমাৰ উপস্থিতিয়ে জেৰুজালেমখন অপবিত্ৰ কৰিছে। তোমাৰ মনত আছেনে সিহঁতে যে আমাৰ ডিঙিত

মোৰ কাউঞ্চিল তৰনত নোসোমাইছিল আৰু মই বাধা হৈ মানুহ অহা-যোৱা কৰি থকা মুকলি ৰাস্তাৰ ওপৰত আদালত বহুৱাব লগীয়া হৈছো ?

"কি কাৰণত সিহঁতে আমাক ঘিণ আৰু ভয় কৰে ? আমি জয় কৰা সকলো দেশেই আমাৰ তত্বাৱধানত দ্ৰুত গতিত উন্নতিৰ পথত আগবাঢ়িছে। ৰোমান সাম্ৰাজ্যৰ প্ৰতীক ঈগল পৃথিবীৰ শেষ প্ৰান্তলৈকে সগৌৰৱে আগবাঢ়িছে আৰু লগে লগে প্ৰতিষ্ঠা হৈছে শান্তি আৰু মুক্তিৰ আদৰ্শ। য'তেই ৰোমান শাসন প্ৰতিষ্ঠা হৈছে ত'তেই জনসাধাৰণক ৰোমানৰ দৰে ব্যৱহাৰ কৰা হৈছে। সিহঁতৰ প্ৰচলিত নিয়ম-কানুন সযত্নে ৰক্ষা কৰি সিহঁতৰ আইনকো সন্মান জনোৱা হৈছে। পূৰ্ব্বে চিৰিয়াখন খণ্ড-বিখণ্ড আছিল আৰু সেই খণ্ডবোৰৰ শাসন চলোৱা ক্ষুদ্ৰ ক্ষুদ্ৰ ৰজাবোৰৰ আভ্যন্তৰীণ বিবাদে চিৰিয়াক দুৰ্ব্বল কৰি পেলাইছিল কিন্তু পম্পেই সেই দেশখন জয় কৰিলে, লগে লগে পোন প্ৰথম বাৰৰ বাবে তাত শান্তি প্ৰতিষ্ঠা হ'ল আৰু সমগ্ৰ চিৰিয়া উন্নতিৰ পথত আগবাঢ়িবলৈ ধৰিলে। কোনোবাই ক'ব পাৰিবনে যে আমি জয় কৰা দেশবোৰৰ দেৱ মন্দিৰ লুটপাত কৰি ৰোমৰ ৰাজকোষ শক্তিশালী কৰিছোঁ ? সেই দেশবোৰৰ কল্যাণৰ হকে আমি বহুতো কষ্ট কৰিছোঁ কিন্তু তাৰ বাবে কোনো মন্দিৰৰ সম্পত্তি লুট কৰি আমি নিজকে পুৰস্কৃত কৰা নাই। পেচিনাচৰ দেৱী মন্দিৰ আমি স্পৰ্শ কৰা নাই। মেৰিমেন আৰু চিলিচিয়াৰ বহুমূলীয়া জুপিটাৰৰ মন্দিৰসমূহৰ ধন-সম্পদো পূৰ্ব্বৰ দৰেই অটুট আছে। জেৰুজালেমৰ ইহুদী মন্দিৰবোৰো পূৰ্ব্বৰ দৰেই আছে। এন্টিয়ক, পালমিৰা আৰু এপামিয়া এতিয়া অথবী আৰৱ আক্ৰমণকাৰীৰ পৰা মুক্ত হৈ নিৰাপদ আৰু উন্নতিৰ পথত অগ্ৰসৰ হৈছে। ৰোমান সম্ৰাট চিজাৰৰ পূজাৰ বাবে সিহঁতে মন্দিৰ নিৰ্মাণ কৰিছে। মাত্ৰ ইহুদীবোৰ আমাৰ বিৰোধী সিহঁতৰ পৰা কৰ আদায় কৰিব লাগিব জোৰ-জুলুম কৰি আৰু সিহঁতে কেতিয়াও সৈন্যবাহিনীত যোগ নিদিয়ে।"

লেমিয়াই মাজতে বাধা দি কলে, "ইহুদীবোৰে সিহঁতৰ প্ৰাচীন ৰীতি-নীতিকে সাৱটি আছে। কি কাৰণত ক'ব নোৱাৰোঁ সিহঁতে আপোনাক সন্দেহ কৰে যে আপুনি সিহঁতৰ জীৱন-যাত্ৰাৰ পদ্ধতি সলনি কৰিব

খুজিছে আৰু সিহঁতৰ আইন লুপ্ত কৰিব খুজিছে। পণ্টিয়াচ, আপোনাক মই খোলাকৈ কথা এটা কওঁ আপুনি বেয়া নেপাব, সিহঁতৰ এই সন্দেহ নিৰসন কৰিব পৰাকৈ আপোনাৰ ব্যৱহাৰ হয়তো সকলো সময়তে সংযত নহয়। মোৰ দৃঢ় বিশ্বাস—আপুনি নিজৰ অজ্ঞাতে সিহঁতক আপোনাৰ উদ্দেশ্যৰ প্ৰতি সন্দিহান কৰি তুলিছে, কাৰণ সিহঁতৰ ধৰ্মীয় অনুষ্ঠান আৰু বিশ্বাসৰ প্ৰতি আপুনি আপোনাৰ অসন্তুষ্টি সদায় মুকলিকৈ প্ৰকাশ কৰিছে। সিহঁতৰ প্ৰধান পুৰোহিতে অনুষ্ঠানত পিন্ধা পোচাক আৰু গহনা-পাতিবোৰ এজন ৰোমান পহৰাদাৰৰ তত্বাৱধানত এণ্টনাইন দুৰ্গত থৈ আপুনি সিহঁতক অতি অসন্তুষ্ট কৰিছে। আমি এটা কথা স্বীকাৰ কৰিবই লাগিব যে যদিও স্বৰ্গীয় সত্য অনুভৱ কৰিব পৰাকৈ আমাৰ দৰে সিহঁতৰ শিক্ষা নাই তথাপি সিহঁতে যি জন প্ৰাচীন দেৱতাৰ পূজা কৰে সেইজন সন্মানৰ যোগ্য।"

পিলেটে বিৰক্তিৰ ভাৱত কান্ধ জোকাৰিলে। পিলেটে কলে, "দেৱতাৰ প্ৰকৃতিৰ বিষয়ে সিহঁতৰ যথোপযুক্ত জ্ঞান নাই। সিহঁতে জুপিটাৰৰ পূজা কৰে কিন্তু দেৱতাজনৰ কোনো নাম দিয়া নাই নাইবা তেওঁৰ লগত সাদৃশ্য থকা কোনো মূৰ্ত্তিও তৈয়াৰ কৰা নাই। এচিয়াৰ কিছুমান জাতিয়ে যি দৰে শিল পূজা কৰে, ইহুদীবোৰ তেনেকুৱাকৈ শিলক প্ৰতীক হিচাবে লৈয়ো প্ৰণাম কৰা নাই সিহঁতে এপল', নেপচুন, মাৰ্চ, প্লুটো নাইবা কোনো দেৱীৰ নাম কেতিয়াও শুনা নাই। অৱশ্যে মোৰ বিশ্বাস যে সিহঁতে এসময়ত ভেনাচৰ পূজা কৰিছিল কাৰণ বৰ্ত্তমান সময়তো সিহঁতৰ তিৰোতাবোৰে বলিৰ বেদীলৈ কপৌ চৰাই লৈ যায়। সিহঁতৰ মন্দিৰৰ প্ৰাঙ্গণত কপৌ চৰাই বিক্ৰী কৰিবৰ বাবে বেপাৰীবোৰে ঠেলা-হেঁচা লগায়। এবাৰ মই শুনিছিলোঁ কোনোবা বলিয়াই হেনো সিহঁতৰ মাজত সোমাই দোকানবোৰ ভাঙি দি সিহঁতক মন্দিৰৰ পৰা খেদি পঠিয়াইছিল। সিহঁতৰ পুৰোহিতবোৰে এইটোক অতি ধৰ্ম্ম-বিৰুদ্ধ কাম বুলি গণ্য কৰিছিল। ৰূপালী কপৌ বলি দিয়া পদ্ধতিৰ লগত ভেনাচ পূজাৰ সম্পৰ্ক আছে বুলি মোৰ বিশ্বাস, কিন্তু তুমি কিয় হাঁহিছা, লেমিয়া ?"

"হঠাতে কথা এটা মনত পৰিল," লেমিয়াই হাঁহি মুখে কলে, "হিব্ৰু

দেৱতাই আপোনাৰ কথা শুনি প্ৰতিশোধ ল'বৰ বাবে আপোনাক ৰোমলৈ অনুসৰণ কৰিলে আপুনি বিপদত পৰিব। অৱশ্যে এটা কথা মই ন দি কওঁ সিহঁতৰ দেৱতা জেহোভাৰ কিয় এতিয়াও ইয়াত প্ৰতিষ্ঠা হোৱা নাই? ৰোমত আইচিচ, এনুবিচ আৰু নহতো এচীয় আৰু আফ্ৰিকীয় দেৱতাৰ উপাসনাৰ বাবে মন্দিৰ আছে, চিৰিয়ানবোৰৰ দেৱতা ব'নাভিয়াক সিহঁতৰ উৎসৱৰ দিনত গাধৰ ওপৰত তুলি নগৰ পৰিভ্ৰমণ কৰাই উৎসৱ থলীলৈ নিয়া হয় আৰু আপুনি বোধকৰো শুনিছে সম্ৰাট টিবেৰিয়াচৰ শাসন কালত কোনোবা এজন দুশ্চৰিত্ৰ ডেকাই ঈজিপ্তৰ শিয়াল দেৱতাৰ মুখা পিন্ধি ছদ্মবেশ ধৰি কোনোবা এগৰাকী সম্ভ্ৰান্ত মহিলাৰ লগত গোপন সম্পৰ্ক স্থাপন কৰিছিল, মহিলা গৰাকীও অতি ভক্তিমতী আছিল আৰু দেৱতাক যথাসৰ্বস্ব দি সন্তুষ্ট কৰিবলৈ আপত্তি কৰা নাছিল। গতিকে পণ্টিয়াচ, আপুনিও সাৱধান হওক। এদিন ঈহুদীৰ দেৱতায়ো অচটিয়াত পদাৰ্পণ কৰিবহি।"

পণ্টিয়াচৰ ওঠত এটা মৃদু হাঁহি খেলি গ'ল। জুডিয়াই কেতিয়াবা ৰোমানসকলৰ বাবে এজন দেৱতাৰ সৃষ্টি কৰিব পাৰিব—কথাটো তেওঁৰ বিবেচনাত অতি হাস্যকৰ।

তেওঁ ক'লে, "ঈহুদীইঁতে সিহঁতৰ ধৰ্ম অইনৰ ওপৰত কেনেকৈ জাপিব? সামান্য কথা এটাতো সিহঁত নিজৰ মাজতে একমত হব নোৱাৰে। তুমি নিজেই দেখিছা, সিহঁত এক'ৰমান বিৰোধী দলত বিভক্ত। বাকচুৰা ঠাইত সিহঁতে কাজিয়া কৰি ইদলে সিদলক অভিশাপ দিয়ে। গালৈ থুৱায়, লাঠীলৈ খেদাখেদি কৰে আৰু এজনে সিজনৰ দাড়ি টানে। মন্দিৰৰ প্ৰাঙ্গণত গোট খাই সিহঁতে কি কৰে সেয়াও তুমি দেখিছা। কোনোবা দুৰ্ভগীয়া মানুহক আগুৰি ধৰি বলিয়াৰ দৰে ভৱিষ্যত বাণী কৰিব আৰু হতাশ হোৱাৰ ভঙ্গীত নিজৰ ফটা-ছিটা লেতেৰা কাপোৰবোৰ টানি টানি ফালিব পবিত্ৰ আৰু ৰহস্যময় বিষয়বোৰ সদায় যে শান্ত মনেৰে শান্তিপূৰ্ণ পৰিবেশত আলোচনা কৰিব লাগে, সেই কথা সিহঁতৰ মগজে চুকি নেপায়। অমৰ দেৱতাসকলৰ কাৰ্য্য-কলাপ আমাৰ বোধগম্য নহয়। আমি সাধাৰণ মানুহে মাত্ৰ প্ৰকৃত সত্যটোক অনুমান কৰিবহে পাৰো। এতিয়া ঈহুদীবোৰে সিহঁতৰ দেৱতাৰ বিষয়ে কোনো ধৰণৰ মতানৈক্য সহ্য নকৰে আৰু সিহঁতৰ দেশৰ কোনোবা

মানুহে যদি সিহঁতৰ পবিত্ৰ ধৰ্মীয় বাণীৰ প্ৰতি এবাৰো সন্দেহ প্ৰকাশ কৰে তেতিয়া হলে সেইজনক সিহঁতে কঠোৰ যন্ত্ৰণা দি মাৰি পেলায় কিন্তু সিহঁত ৰোমান শাসনৰ তলত অহাৰ পৰাই সিহঁতৰ বিচাৰ সভাই দিয়া মৃত্যুদণ্ড আমাৰ আইনৰ দ্বাৰা গৃহীত হব লাগিব, গতিকে এতিয়া আমাৰ বিচাৰক-সকলৰ কাম হৈছে সিহঁতে কাৰোবাৰ মৃত্যুদণ্ড বিচাৰিলে সেইটো দাবী ৰক্ষা কৰিবৰ বাবে সিহঁতৰ চিঞৰ বাখৰ শুনি দৌৰি থাকিব লাগিব। কিন্তু এটা কথা মই বহু বাৰ লক্ষ্য কৰিছোঁ। সিহঁতৰ আক্ৰোশৰ বলি হোৱা কোনোবা দুৰ্ভগীয়াৰ মৃত্যুদণ্ড বিচাৰি সিহঁতৰ ধনী-দুখীয়া, পুৰোহিত, চোৰ সকলো সেই সময়ত একগোট হয় আৰু মোক চাৰিও পিনৰ পৰা আগুৰি ধৰি সিহঁতৰ দাবী পূৰণৰ বাবে চিঞৰ-বাখৰ কৰে কিন্তু সিহঁতৰ দাবী ৰক্ষা কৰিবলৈ মানুহজনৰ কোনো বিশেষ দোষ মই নেদেখোঁ, মোৰ চকুত অভিযুক্ত আৰু অভিযোগকাৰী দুয়ো পক্ষকে সমানে অপৰাধী যেন লাগে। তথাপি সিহঁতৰ দাবী পূৰণৰ বাবে মোৰ কাপোৰত টানি চেণ্ডেল মোহাৰি সিহঁতে মোক হাৰাশাস্তি কৰে। এই ঘটনা দৈনিক ঘটে বুলি ক'লেও বঢ়াই কোৱা নহয়। প্ৰত্যেক দিনৰ প্ৰত্যেক ঘণ্টাতেই এই ঘটনা ঘটে। এইবোৰ সময়ত মই একেবাৰেই অসহায় হৈ পৰিছিলোঁ। কাৰণ জুডিয়াৰ বিচাৰক হিচাবে মোৰ দায়িত্ব আছিল সিহঁতৰ সামাজিক প্ৰথা ৰক্ষা কৰা, ধ্বংস কৰা নহয়। সিহঁতৰ জীৱন ৰক্ষা কৰা বা মৃত্যুদণ্ড দিয়াৰ ক্ষমতা মোৰ আছিল কিন্তু এই ক্ষমতা মই সিহঁতৰ আইনৰ নিৰ্দ্দেশ মানিহে প্ৰয়োগ কৰিব পাৰিছিলোঁ।

"মই যেতিয়া প্ৰথমে কাৰ্য্যভাৰ গ্ৰহণ কৰোঁ, তেতিয়া সিহঁতৰ আক্ৰোশৰ বলি হোৱা দুই-এজনক অভিযোগৰ পৰা ৰক্ষা কৰিবৰ বাবে সিহঁতক বুজাবলৈ চেষ্টা কৰিছিলোঁ, কিন্তু মোৰ এই দয়া-দানৰ চেষ্টাই সিহঁতক অধিক উত্তেজিতহে কৰিলে। মৰা শৰ ওপৰত জপিয়াই পৰিব খোজা শগুণৰ দৰে সিহঁতে মোৰ চাৰিও পিনে চিঞৰ-বাখৰ লগালে মই সিহঁতৰ আইন ভঙ্গ কৰিছোঁ বুলি সিহঁতৰ পুৰোহিতে চীজাৰলৈ আবেদন পঠিয়ালে আৰু আবেদনৰ সপক্ষে ভিটেলিয়াচৰ নিৰ্দ্দেশ আছিল। মই মোৰ বিচাৰ ভুল হোৱা বুলি বায় মান উঠাই ল'বলগীয়া হলোঁ। গ্ৰীকবোৰৰ দৰে বহুবাৰ অভিযোগকাৰী আৰু অভিযুক্ত দুয়ো পক্ষকে কাউৰী-শগুণৰ ভোজন হিচাপে পঠিয়াবলৈ মোৰ জীৱন ইচ্ছা হৈছিল।

"তুমি নেভাবিবা যে মোৰ এই কথাবোৰ এজন অসমৰ্থ বৃদ্ধৰ গোটেই জীৱন তিক্ত কৰা আৰু চিৰকালৰ বাবে শান্তি ধ্বংস কৰা এটা জাতিৰ বিৰুদ্ধে কৰা কিছুমান অৰ্থহীন প্ৰলাপ। মই যি কৈছো ভাবি-চিন্তি কৈছোঁ। এই জাতিটোক যদি আমি নিশ্চিহ্ন কৰি নিদিওঁ তেতিয়া হ'লে আমাৰ শেষ দশা কি হ'ব মই এতিয়াই বুজিছোঁ। সোনকালেই হওক বা পলমকৈয়ে হওক— এই ইহুদীবোৰ সিহঁতৰ সীমাহীন বিদ্ৰোহ আৰু অভিযোগেৰে এদিন আমাৰ বিৰুদ্ধে এনেকুৱা জেদত থিয় হ'ব যে তাৰ তুলনাত নুমিডিয়ান আৰু পাৰ্থিয়ানবোৰৰ বিৰোধিতা ল'ৰা ধেমালি যেনহে লাগিব। ইহুদীবোৰে চিৰকাল আমাক ধ্বংস কৰিবৰ বাবে নানা ধৰণে ষড়যন্ত্ৰ কৰি আহিছে। এইটো হ'বই, কাৰণ সিহঁতৰ মাজত এটা পুৰণি বিশ্বাস আছে যে সিহঁতৰ নিজৰ জাতিত এজন ৰাজকুমাৰৰ জন্ম হ'ব আৰু তেৱেঁই এদিন গোটেই পৃথিৱী শাসন কৰিব। সিহঁত সাংঘাতিক ধৰণে বিপদজনক, সিহঁতক নিৰ্মূল কৰিবই লাগিব। জেৰুজালেমক গুৰি কৰি মাটিৰ লগত মিহলি কৰি দিব লাগিব। যিদিনা সিহঁতৰ নগৰৰ প্ৰাচীৰ মাটিৰ লগত মিহলি হৈ যাব, ঘৰবোৰ জুয়ে গ্ৰাস কৰিব আৰু গোটেই জাতিটো তৰোৱালৰ আগত নিশ্চিহ্ন হৈ যাব ভগৱানে যেন দয়া কৰি মোক সেই দিনটোলৈ জীয়াই ৰাখে। যিদিনা সিহঁতৰ মন্দিৰ থিয় হৈ থকা ঠাইত মই নাঙলে মাটি খন্দা দেখিম সেইদিনাই অনুভৱ কৰিম যে ইহুদী জাতিৰ উপযুক্ত বিচাৰ হৈছে।"

লেমিয়াই তেওঁলোকৰ আলোচনাৰ ধাৰা কিবা এটা শান্তিপূৰ্ণ বিষয়ৰ পিনে ঢাল খুৱাবলৈ চেষ্টা কৰিলে।

লোমিয়াই কলে, "পণ্টিয়াচ, এইটো সহজে বুজা গৈছে যে আপুনি ইহুদী জাতিৰ সম্পৰ্কত থাকি যি অভিজ্ঞতা লাভ কৰিলে তাৰ ফলত সিহঁতৰ প্ৰতি আপোনাৰ মনত কোনো ধৰণৰ সম্ভাৱ গঢ়ি উঠা সম্ভৱ নহয়। সিহঁতৰ প্ৰতি আপোনাৰ একমাত্ৰ মনোভাৱ হ'ল ঘৃণা আৰু অবিশ্বাস কিন্তু ময়ো এসময়ত এজন সাধাৰণ ভ্ৰমণকাৰী হিচাবে জেৰুজালেমত বাস কৰিছিলোঁ আৰু তাৰ ফলত প্ৰত্যেক দিনেই সাধাৰণ মানুহবোৰৰ লগত মিলাৰ সুযোগ পাইছিলোঁ। সেই সময়তে আপোনাৰ দৃষ্টিত ধৰা নপৰা সিহঁতৰ জীৱনৰ কিছুমান অতি সজ গুণ মোৰ দৃষ্টিগোচৰ হৈছিল। স্পাৰ্টাৰ সুবিখ্যাত সাধুসকলৰ দৰেই

ইহুদীবোৰৰ মাজতো মই অসীম দয়া, দাক্ষিণ্যৰে ভৰা সৰল মনৰ, মুকলি অন্তৰৰ বহুতো লোক লগ পাইছিলোঁ। পন্টিয়াচ, আপুনিও বহুতো সাধাৰণ মানুহক জানিছিল। সিহঁতে নিজৰ নামটোও লিখিব নাজানিছিল, কিন্তু সেই মানুহবোৰেই সিহঁতৰ বিবেচনাত যি সত্য তাৰ মৰ্য্যাদা ৰক্ষাৰ বাবে আপোনাৰ সৈন্য বাহিনীৰ হাতত মৃত্যু বৰণ কৰিছিল। ঘৃণাৰ বাহিৰেও সিহঁতৰ আৰু কিছু প্ৰাপ্য আছে। মই আপোনাক এই কথাখিনি কোৱাৰ কাৰণ হ'ল আমি আমাৰ সকলো কাম আৰু বিবেচনাৰ সমতা ৰক্ষা কৰি চলিব লাগে। যদিও মই ইহুদীবোৰৰ প্ৰতি কেতিয়াও অতি আগ্ৰহী হোৱা নাই, তথাপি সিহঁতৰ নাৰীবোৰক মই অন্তৰেৰে প্ৰশংসা কৰোঁ।

"সেই সময়ত মই যুবক আৰু চিৰিয়াৰ সকলো নাৰীৰ প্ৰতিয়েই মোৰ একে ভাব আছিল। সিহঁতৰ উত্তপ্ত পৰিপূৰ্ণ ওঠ, সেমেকা কোমল চকু আৰু সেই চকুৰ গভীৰ চাৱনি—সেই চাৱনিয়ে দেহত জুইৰ দৰে পোৰণি তুলিছিল। অতি যত্ন আৰু দক্ষতাৰে সিহঁতে মুখত প্ৰসাধন কৰিছিল আৰু বহুমূলীয়া সুগন্ধী দ্ৰব্য ব্যৱহাৰ কৰি অধিক মনোলোভা হৈছিল। এনেকুৱা নাৰী এপি-কুৰিয়ানৰ ক্ষুধা প্ৰশমনৰ উপযুক্ত সমল।"

এনেকুৱা মন্তব্য শুনি পন্টিয়াচ পিলেটে তেওঁৰ অসন্তুষ্টি প্ৰকাশ নকৰাকৈ নাথাকিল।

তেওঁ বিৰক্তিৰে কলে, "তেনেকুৱা চিকাৰী চৰাইৰ ফান্দত পৰা বিধৰ মানুহ মই নহওঁ। লেমিয়া, এই বিষয়ে আলোচনা হৈছে যেতিয়া মই তোমাক কওঁ তিৰোতাৰ প্ৰতি তোমাৰ এই দুৰ্ব্বলতা মই কেতিয়াও ভাল পোৱা নাই। যদিও মই আগেয়ে তোমাক একো কোৱা নাই তথাপি তুমি যি দোষত নিৰ্ব্বাসন দণ্ড পাইছিলা তাক মই গভীৰ ভাবে লক্ষ্য কৰিছোঁ—তুমি তোমাৰ পাপৰ উপযুক্ত শাস্তি ভোগ কৰিছিলা। মোৰ কথা বিশ্বাস কৰা—বিবাহ এক পবিত্ৰ অনুষ্ঠান—বিশেষকৈ আমাৰ নিচিনা মৰ্য্যাদাসম্পন্ন মানুহৰ বাবে আৰু আমাৰ ওপৰতেই ৰোমান সাম্ৰাজ্যৰ স্থায়িত্ব নিৰ্ভৰ কৰিছে। অৱশ্যে তোমাৰ এই ধৰণৰ প্ৰেমৰ খেলা তুমি যদি ক্ৰিতদাসী নাইবা বিদেশী তিৰোতাৰ মাজতে আবদ্ধ ৰাখা তেতিয়া হলে একো কথা নাই। তথাপি এনেকুৱা বন্ধ-নহীন উপভোগক কেতিয়াও অভ্যাসত পৰিণত কৰিব নেলাগে। মই এটা

কথা কওঁ তুমি বেয়া নেপাবা। মোৰ মতে বাতলু ৰূপহী তিৰোতাবোৰৰ প্ৰতি তুমি অধিক আগ্ৰহী আৰু মোৰ চকুত তোমাৰ আটাইতকৈ ডাঙৰ অপৰাধ হ'ল তুমি বিয়া নকৰালা আৰু আমাৰ ৰোমান সাম্ৰাজ্যৰ বাবে কোনো সন্তি-সন্ততিও আগনবঢ়ালা। তোমাৰ নিচিনা সামাজিক মৰ্য্যাদা থকা মানুহ এজনে এই দায়িত্ব পালন কৰিব লাগিছিল।"

কিন্তু পন্টিয়াচ পিলেটৰ এই তিৰস্কাৰ আপোন চিন্তাত বিভোৰ হৈ থকা লেমিয়াৰ কাণত নোসোমাল। ফালেৰিয়ান মদৰ গিলাচ এটা সোহা মাৰি খালী কৰি তেওঁ কিবা গোপন চিন্তাত মিচিকিয়াই হাঁহিলে। অলপ সময়ৰ পিচত পোন হৈ বহি তেওঁ উচ্চ স্বৰে কলে, "চিৰিয়াৰ তিৰোতাবোৰৰ নৃত্যভঙ্গী-আঃ সেয়া কি যে মোহনীয় লয়লাস! এবাৰ মই এজনী ইহুদী তিৰোতাক লগ পাইছিলোঁ। ফটা-ছিটা কাৰ্পেট পৰা সৰু মদৰ ঘাটি এটাত, ধোৱাঁই থকা লেমৰ পোহৰত তাই নাচিছিল। হাতৰ তম্বুৰাত চাপৰ দিয়াৰ লগে লগে তাইৰ বাহু দুটাই সাপৰ দৰে নাচিছিল। তাইৰ লাহী দেহাটো পিচফালে হাউলি গৈ মূৰটোৱে মাটি চুইছিলগৈ। দেখিলে এনেকুৱা লাগিছিল যেন দীঘল ক'লা চুলি কোচাৰ ভৰতহে তাইৰ মূৰটো পিচফাললৈ হাউলি গৈছে। চকু দুটা আছিল দুকুৰা গলিত অগ্নি শিখা! তাইৰ কঁকালৰ নমনীয়তা দেখিলে ক্লিওপেট্ৰাও ঈৰ্ষাত জ্বলি উঠিলহেঁতেন। তেনেকুৱা বন্য নৃত্য মই বৰ ভাল পাওঁ, তাইৰ কণ্ঠস্বৰ আছিল মিহি কিন্তু শক্তিশালী, ধূপৰ গোন্ধ আৰু তাইৰ ভঙ্গীমা দেখি অনুমান হৈছিল যেন তাই তন্দ্ৰাৰ মাজতহে আছে। তাইৰ বন্ধুবোৰ আছিল অতি সাধাৰণ তৰপৰ মানুহ। তাই যলৈকে গৈছিলময়ো এই মানুহবোৰৰ লগত মিলি তালৈকে তাইক অনুসৰণ কৰিছিলোঁ। এদিন হঠাতে তাই অদৃশ্য হৈ গ'ল। তাৰ পিছত আৰু তাইক মই লগ পোৱা নাই। সহজ লভ্যা তিৰোতাৰ বসতি থকা সকলো ৰাস্তা আৰু মদৰ ঘাটি অনুসন্ধান কৰিও মই তাইৰ খবৰ উলিয়াব নোৱাৰিলোঁ। গ্ৰীক দেশীয় মদৰ বাগীতকৈয়ো তাইৰ চিন্তা মনৰ পৰা আঁতৰ কৰাটো অধিক কষ্টকৰ। কেইমাহ মান হতাশাত কটোৱাৰ পিছত মই শুনিবলৈ পালোঁ নাজাৰেথৰ জেচাচ নামেৰে পৰিচিত গেলিলিৰ এজন ডেকা ধৰ্ম্ম প্ৰচাৰকৰ ভক্ত এদলৰ লগ লাগি তাই ক'ৰবালৈ গুচি গৈছে। কিবা অপৰাধত পিছত তেওঁক ক্ৰুচবিদ্ধ কৰা হয়। আপুনি তেওঁৰ বিষয়ে কিবা জানে নেকি?"

কপালৰ ওপৰেদি ক্লান্ত ভাবে হাত এখন বুলাই তেওঁ অলপ সময় পুৰণি স্মৃতি মনত পেলাবলৈ চেষ্টা কৰিলে। তাৰ পিচত অস্পষ্ট ভাবে ক'লে, "জেচাচ ? নাজাৰেথৰ জেচাচ ? ওঃহোঁ, তেওঁৰ কথা মোৰ মনত নাই। তেওঁৰ বিষয়ে মই একো নেজানো।"

— × -

# ॥ ৰঙা সেনাপতিৰ মুক্তিপণ ॥

## [ THE RANSOM OF RED CHIEF ]

### —অ' হেনৰী

[ অ' হেনৰীৰ ( ১৮৬২-১৯১০ ) প্ৰকৃত নাম উইলিয়াম চিড্‌নী পৰ্টাৰ। তেওঁ দক্ষিণ কেৰোলিনাৰপৰা নিউ ইয়ৰ্কলৈ আহে। টকা আত্মসাতৰ অভিযোগত জেলত কিছুদিন কটোৱাৰ সময়তে তেওঁ কেতবোৰ বিশ্ববিখ্যাত চুটি গল্প লিখে। অতি সোনকালেই তেওঁৰ চুটি গল্পই ৰাইজৰ সমাদৰ লাভ কৰে আৰু তেৰোঁ বহু ধন অৰ্জন কৰিবলৈ সমৰ্থ হয়। মানৱ চৰিত্ৰক তেওঁ গভীৰ ভাৱে বুজিব পাৰিছিল আৰু ৰসৰ মাজেদি সেইবোৰ বিশ্লেষণ কৰিছিল। গল্পবোৰৰ শেষটো পঢ়ুৱৈয়ে কল্পনা কৰিব নোৱৰা ধৰণে সৃষ্টি কৰাটোৱেই তেওঁৰ বিশেষত্ব। ]

শুনোঁতে বেচ ভাল লাগে যদিও আপোনালোকে শেষটো জানিবলৈ অলপ অপেক্ষা কৰিব লাগিব। দক্ষিণৰ আলাবামত থাকোঁতেই বিল ডিচক্ৰল আৰু মোৰ মনত ল'ৰা অপহৰণৰ বুদ্ধিটো জন্ম হয়। বিলে পাছত কৈছিল আমাৰ মনৰ মাজত থকা প্ৰেতাত্মা এটাইহে হেনো আমাক সেই কামলৈ উদগাইছিল।

এখন চহৰৰ বৰ্ণনা দিওঁ—একেবাৰে পিঠা এখনৰ নিচিনা চেপেটা কিন্তু নামটো হ'ল শিখৰ। তাৰ অধিবাসী সকলো সহজ-সৰল সন্তুষ্ট মনৰ খেতিয়ক মানুহ। তেওঁলোকৰ জীৱনত কোনো ধৰণৰ সমস্যা নাই।

বিল আৰু মোৰ যুটীয়া মূলধন আছিল ছশ ডলাৰ। দক্ষিণ ইলিনয়ৰ ঠগবাজী কাৰবাৰ এটা আমাৰ নিজৰ হাতলৈ আনিবলৈ এই ধনৰ উপৰিও আমাক আৰু দুহেজাৰ ডলাৰ লাগে। এই বিষয়ে আমি দুয়ো হোটেলত বহি বহুতো আলোচনা কৰিলোঁ। আমি আলোচনা কৰি উলিয়ালোঁ যে আধা গাঁৱলীয়া মানুহৰ সন্তি-সন্ততিৰ প্ৰতি মৰম-

চেনেহ বেছি। সেই কাৰণে আৰু অন্যান্য কাৰণতো আমি বাতৰি কাগজে সহজে ঢুকি নোপোৱা এনেকুৱা অঞ্চল এটাতে আমাৰ অপহৰণৰ আঁচনি কাৰ্য্যকৰী কৰাৰ সিদ্ধান্ত ললোঁ। বাতৰি কাকতবোৰে আকৌ সংবাদ-দাতাবোৰক এইবোৰ বিষয়ৰ অনুসন্ধানৰ বাবে পঠিয়ায়। আমি ভালদৰে জানে যে শিখৰৰ পৰা আমাক বিচাৰি উলিয়াবলৈ কনিষ্টবল পৰ্য্যায়ৰ অফিচাৰৰ বাহিৰে আনক নপঠায় আৰু খেতিয়কসকলৰ প্ৰয়োজনীয় বাতৰি থকা দুই-এখন কাকতত হয়তো খবৰটো ওলাব পাৰে। সেইবাবে আমি এই ধৰণে কাম কৰাটোৱেই ভাল হ'ব যেন পালোঁ।

অপঁহৰণৰ বাবে আমি শিখৰৰ এজন নামজ্বলা অধিবাসী—ইবেনেজাৰ ডৰচেটৰ একমাত্ৰ পুত্ৰক নিৰ্বাচন কৰিলোঁ। দেউতাক সম্মানিত আৰু দৃঢ়মনা, বন্ধকীৰ কাৰবাৰ কৰে আৰু নিজৰ প্ৰাপ্য ধন সংগ্ৰহ কৰাৰ ক্ষেত্ৰত কঠোৰ, আদৰ্শ সংগ্ৰহকাৰী। ল'ৰাটোৰ বয়স দহ বছৰ, চুলিবোৰ ষ্টেচনবোৰত সাধাৰণতে বিক্ৰী হোৱা কিতাপৰ বকলাৰ দৰে মুগা বৰণীয়া। বিল আৰু মই ধাৰণা কৰিলোঁ যে ইবেনেজাৰে ল'ৰা ওভতাই পাবৰ বাবে মুক্তিপণৰ দুহেজাৰ ডলাৰ শেষ চেণ্টটোলৈকে আদায় কৰি দিব। এতিয়া ঘটনাটো শুনি যাওক।

শিখৰৰপৰা দুমাইল দূৰৈত এটা সৰু পাহাৰ আছে। গোটেই পাহাৰটো চিদাৰ গছেৰে ভৰা। পাহাৰটোৰ পিছ ফালে কিছু ওখত এটা গুহা আছে। তাত আমি প্ৰয়োজনীয় বস্তুবোৰ গোটাই থলোঁ।

এদিন গধূলি আমি দুয়ো ঘোঁৰা গাড়ী এখনত উঠি ডৰচেট বুঢ়াৰ ঘৰৰ আগেদি গ'লোঁ। তেতিয়া ল'ৰাটোৱে ৰাস্তাত থিয় হৈ বিপৰীত পিনৰ বেৰৰ ওপৰত থকা মেকুৰী পোৱালী এটালৈ শিলগুটি দলিয়াই আছিল।

"হেৰা ভাইটি"—বিলে মাতিলে, "মিঠাই খাবানে কি ? আমাৰ মোনাত মিঠাই আছে আৰু গাড়ীত তুলি ফুৰাবলৈও নিম।"

ল'ৰাটোৱে বিললৈ ইটা এচপৰা মাৰি পঠিয়ালে, ভাগ্যে চকুত নালাগিল।

"হ—মোক মাৰিছ। ইয়াৰ বাবে তোৰ বাপেৰৰপৰা আৰু পাঁচ শ ডলাৰ বেছিকৈ আদায় কৰিম।" বকি বকি বিল গাড়ীত উঠিলগৈ।

ল'ৰাটোৱে আমাৰ লগত ভালুকৰ দৰে কামোৰা-কামুৰি কৰি যুদ্ধ কৰিবলৈ ধৰিলে যদিও আমি দুয়ো তাক গাড়ীত উঠাই গাড়ী চলাই দিলোঁ। তাক লৈ আমি গুহা পালোঁহি। ঘোঁৰা দুটা খুলি চিদাৰ গছ এজোপাত বান্ধিলোঁ। আন্ধাৰ হোৱাৰ পাছত তিনি মাইল দূৰৈৰ যিখন গাৱঁৰপৰা গাড়ীখন ভাড়াত আনিছিলোঁ, তালৈ গৈ গাড়ীখন ঘূৰাই দি খোজ কাঢ়ি পাহাৰৰ গুহাটোলৈ উভতি আহিলোঁ।

বিলে তাৰ গাৰ ছাল এৰোৱা আৰু তেজ ওলোৱা ঠাইবোৰত মলম লগাই আছিল। গুহাৰ মুখত থকা প্ৰকাণ্ড শিলটোৰ পিছ ফালে একুৰা জুই জ্বলি আছিল। ল'ৰাটোৱে উতলি থকা কফিৰ পাত্ৰ এটালৈ চাই আছিল। তাৰ ৰঙচুৱা চুলিখিনিত গুজি থোৱা আছিল দুটা শগুণৰ নেজৰ পাখি। মই সোমাই যোৱাৰ লগে লগে সি এডাল লাঠী মোৰ পিনে টোৱাঁই ক'লে, "হেৰ অভিশপ্ত সেতামুগীয়া, সমভূমিৰ আতঙ্কস্বৰূপ এই ৰঙা সেনাপতিৰ শিবিৰত সোমাবলৈ তই সাহস কৰিছনে?"

"এতিয়া সি ঠিকেই আছে!" কৈ বিলে তাৰ পেণ্টৰ ঠেং এটা কোঁচাই কলাফুলৰ ছাল এৰাই যোৱা ঠাই এডোখৰ পৰীক্ষা কৰিলে।

"আমি ৰেড ইণ্ডিয়ান খেলিছিলোঁ। টাউন হলত দেখুউৱা বাফেলো বিলৰ খেলৰ নিচিনা। মই চিকাৰী অ'ল্ড হেন্‌ক ৰঙা সেনাপতিৰ বন্দী। ৰাতি পুৱালেই সেনাপতিয়ে মোৰ তালুখন একৱাই পেলাব। ই ল'ৰা কম নহয় দেই, বৰ জোৰেৰে গুৰিয়ায়।"

সচাকৈয়ে ল'ৰাটোৱে জীৱনটো উপভোগ কৰাৰ বৰ ডাঙৰ সুযোগ এটা পালে। গুহাৰ ভিতৰত বাস কৰাৰ আনন্দত সিযে আমাৰ বন্দী, সেইকথা সি একেবাৰে পাহৰি পেলালে। মোৰ নাম থলে 'সাপ চকুৱা চোৰাংচোৱা' আৰু ঘোষণা কৰিলে যে তাৰ অনুগামীবোৰ যুদ্ধৰ পৰা উভতি আহিলেই সূৰ্য্য উদয় হোৱাৰ লগে লগে সি মোক জুইত জীয়াই জীয়াই পুৰিব।

আমাৰ ৰাতিৰ আহাৰ প্ৰস্তুত হ'ল। মাংস, ৰুটি আৰু জোল। সি মোকোৰা-মোকোৰে খাবলৈ ধৰিলে, লগতে লানি নিছিগা কথা। সি সেই সময়খিনিত দিয়া বক্তৃতাটো হ'ল এনেকুৱা—

'মই ইয়াত থাকি খুব ভাল পাইছোঁ। ইয়াৰ আগতে মই কেতিয়াও কেম্পত থকা নাই। মোৰ বছৰৰ জন্ম দিনত মোৰ ন বছৰ হৈছিল। মই স্কুললৈ যাবলৈ খুব বেয়া পাওঁ। টেলবটৰ পেহীয়েকৰ মুৰ্গীৰ ঘোলটা কণী নিগনিয়ে খাই পেলালে। হাবিৰ মাজত সচাসচি ৰেড্ ইণ্ডিয়ান আছে নেকি। মোক আৰু অকণমান জোল দিয়াচোন। গছৰ পাতবোৰ লৰিলে তেতিয়া বতাহ দিয়ে নেকি। হেন্‌ক্, তোমাৰ নাকটো ইমান বঙা কিয়? মোৰ পাঁচটা কুকুৰ পোৱালী আছে। মোৰ দেউতাৰ বহুত টকা আছে। তৰাবোৰ গৰম নেকি। এড্ রাকাৰক মই শনিবাৰে দুবাৰ বেতেৰে কোবাইছোঁ। ছোৱালীবোৰক মই বেয়া পাওঁ। তাঁৰ নহ'লে তুমি কেতিয়াও ভেকুলি পোৱালী ধৰিব নোৱাৰা যাঁৰ গৰুৱে শব্দ কৰে নেকি ঘুমাব পৰা লৈঙাবোৰ ঘূৰণীয়া কিয়। এই গুহাটোৰ ভিতৰত শুবলৈ তোমালোকৰ বিছনা আছেনে নাই। এমচ মুৰেৰ আঙুলি ছটা। ভাটৌ চৰায়ে কথা ক'ব পাৰে কিন্তু বান্দৰ আৰু মাছে নোৱাৰে। কিহে কিহে বাৰ হয়

মুহূৰ্ত্তে মুহূৰ্ত্তে তাৰ মনত পৰে যে সি ৰেড ইণ্ডিয়ান। লাঠী এডাল বন্দুক কৰি লৈ আঙুলি মুখত ভৰ দি দি সি গুহাৰ মুখলৈ গৈ সেতামুখীয়া দলৰ কোনোবা আহিছে নেকি চায়গৈ। মাজে মাজে একোটা ৰণ হুঙ্কাৰ দিয়ে আৰু তাকে শুনি চিকাৰী অ'স্ত হেন্‌ক্‌ৰ কঁপনি উঠে। প্ৰথমৰ পৰাই ল'ৰাটোৱে তাৰ কাৰ্য্য-কলাপেৰে বিশক আতংকিত কৰি তুলিছিল।

"ৰঙা সেনাপতি"—মই ল'ৰাটোক সুধিলোঁ—"তোমাৰ ঘৰলৈ যাবৰ মন গৈছে নকি?"

"কিহৰ বাবে?"—সি ক'লে,—"ঘৰত মই ইমান স্ফুৰ্ত্তি কৰিবলৈ নেপাওঁ নহয়। স্কুললৈ যাবলৈ মই খুব বেয়া পাওঁ। মই এনেকৈ বাহিৰত কেম্পত থাকিবলৈহে ভাল পাওঁ। তুমি মোক আকৌ ঘৰলৈ লৈ নাযাবা দেই। সাপ চকুৱা, নিনিয়া নহয়?"

"এতিয়াই নিনওঁ বাৰু।" মই ক'লোঁ—"কেইদিনমান আমি ইয়াতে থাকিম।"

"বঢ়িয়া হ'ব! খুউব স্ফুৰ্ত্তি হ'ব। মই আগতে কেতিয়াও ইমান স্ফুৰ্ত্তি কৰা নাই।" সি ক'লে।

এখাৰমান বস্তাত আমি শুবলৈ গ'লোঁ। আফুল-বছল গৰম কাপোৰ কেইখনমান পাৰি লেপবোৰ ঠিক কৰি লৈ আমাৰ দুইটাৰ মাজত বঙা সেনাপতিক ল'লোঁ। অৱশ্যে সি পলাব পাৰে বুলি আমাৰ সন্দেহ হোৱা নাছিল। তিনি ঘণ্টামান সি আমাক টোপনি আহিবলৈ নিদিলে। মাজে মাজে সি জাপ মাৰি থিয় হয় আৰু গছৰ ডা'লৰ বন্দুকটো হাতত লয়। গছৰ পাত এটা লৰাৰ শব্দ শুনিলেও তাৰ কিশোৰ মনৰ কল্পনাত কোনোবা দুষ্ট আক্ৰমণকাৰী ডকাইতৰ আগমন যেন বোধ হয়। তেতিয়া সি বিল আৰু মোৰ কাণৰ কাষত ফুচফুচাই কয়—"সাৱধান, সাজু হোৱা।" অৱশেষত শেষ ৰাতিৰ পিনে মোৰ অকণ টোপনি আহিল আৰু এটা সপোন দেখিলোঁ। সপোনত দেখিলোঁ মোক যেন ৰঙা চুলিৰ এটা দুৰ্দ্ধৰ্ষ দস্যুৱে ধৰি লৈ গৈ শিকলিৰে গছত বান্ধি থৈছে।

পোহৰ হোৱাৰ লগে লগে মই বিলৰ মুখৰ ভয় লগা চিঞঁৰত মই সাৰ পালোঁ। শব্দটো ডিঙিৰপৰা বাহিৰ হ'ব পৰা গেঙনি, গোঁ-গোঁৱনি, চিঞঁৰ বা হাওৰনি জাতীয় নহয়। এইটো কিবা আচৰিত ধৰণৰ শব্দ। সাধাৰণতে তিৰোতা মানুহে ভূত নাইবা সাপ দেখিলে যেনেকুৱা ধৰণে অদ্ভুত চিঞঁৰ মাৰে, এইটোৰ তাৰ লগতহে সাদৃশ্য আছে। বিলৰ দৰে শকত-আৱত দুঃসাহসী মানুহ এটাই ৰাতিপুৱা গুহাৰ ভিতৰত তেনেকুৱাকৈ চিঞঁৰাটো বৰ আচৰিত কথা।

মই এক্‌জাপে উঠি কি হৈছে চাবলৈ দৌৰ মাৰিলোঁ। ৰঙা সেনাপতিয়ে বিলৰ বুকুৰ ওপৰত বহি লৈ এখন হাতেৰে বিলৰ চুলিখিনি মুঠি মাৰি ধৰি আছে, আনখন হাতত ছাগলিৰ মাংস চকলিওৱা চোকা ছুৰী এখন। সি ধঁচাসচিকৈয়ে বিলৰ তালুখন একৰাই পেলাবলৈ চেষ্টা কৰিছে, কাৰণ আগদিনা গধূলি সি দিয়া হুকুম মতে পুৱাৰ লগে লগে বিলৰ তালুখন একৰাই পেলাব লাগে।

মই ল'ৰাটোৰ হাতৰপৰা ছুৰীখন জোৰেৰে একৰাই আনি তাক পুনৰ শুৱাই দিলোঁ। কিন্তু সেই সময়ৰ পৰাই বিলৰ ধেমালি-ফুৰ্ত্তি নাইকিয়া হ'ল। বিছনাখনৰ নিজৰ ঠাই তোখনত সি বাগৰ দিলে কিন্তু ল'ৰাটো

আমাৰ লগত থকা দিন কেইটা সি এক মুহূৰ্ত্তৰ কাৰণেও চকুৰ পতা নজপালে। অকণমান সময় মই টোপনিয়াই আছিলোঁ। কিন্তু সূৰ্য্যটো লাহে লাহে ওপৰলৈ উঠি অহাৰ লগে লগে মোৰ মনত পৰিল বণ্ডা সেনাপতিয়ে কালি কোৱা কথাষাৰ—ৰাতি পুৱালেই সি মোক জীয়াই জীয়াই পুৰি মাৰিব। মই নাৰ্ভাচ হোৱা নাছিলোঁ। নাইবা মোৰ ভয়ো লগা নাছিল কিন্তু উঠি বহি পাইপডাল জ্বলাই মই শিল এটাত আঁউজি বহিলোঁ।

"বৰ সোনকালে উঠিলা দেখোন হে বন্ধু—কিয় ?" বিলে সুধিলে।

"মই ? এই মোৰ পিঠিখন অলপ বিষাই আছেহে। উঠি বহিলে অলপ আৰাম লাগিবনেকি !" মই কলোঁ।

"ফাকি নিদিবাহে"—বিলে কলে—"আচলতে তুমি ভয় খাইছা। সূৰ্য্য উদয় হোৱাৰ লগে লগে জীয়াই জীয়াই তোমাক পুৰি মাৰিবৰ বাবে কালিয়েই শাস্তিৰ হুকুম হৈ আছে। এতিয়া তুমি ভাবিছা সি সচাসচিকৈয়ে সেইটো কৰিব। যদি সি এটা জুঁই পায়, সেইকাম সি নকৰাকৈ নাথাকে। এইটো বৰ ভয়াবহ কথা হ'ল, নহয়নে বাক শ্যাম ? এনে দগাবাজ এটাক ঘৰত ফিৰাই পাবৰ বাবে কোনোবাই টকা দিবলৈ মান্তি হ'ব বুলি তুমি ভাবানে ?"

"ওঁ, দিবতো।" মই কলোঁ—"মাক-বাপেকে এনেকুৱা দুষ্টবোৰকহে বেছি ভাল পায়। এতিয়া তুমি আৰু সেনাপতি, যোৱা—ব্ৰেকফাষ্ট বনোৱাগৈ। মই এই পাহাৰটোৰ ওপৰলৈ উঠি গৈ চাৰিওপিনে এবাৰ চাওঁ।"

অকমানি পাহাৰটোৰ একেবাৰে শৃংগলৈ উঠি মই ওচৰৰ চাৰিও দিশলৈ চকু দিলোঁ। শিখৰৰ পিনলৈ চকু দি মই আশা কৰিছিলোঁ তাৰ গাঁৱৰ শকত-আৱত খেতিয়কবোৰে বোধকৰো হাতে হাতে দা, কুঠাৰ, যাঠী লৈ ল'ৰা-অপহৰণকাৰীক বিচাৰি হাবি-জংঘল পিটি পিটাই ফুৰিছে। কিন্তু দেখিলোঁ—চাৰিও পিনে নিজান শান্তিপূৰ্ণ পৰিবেশ। এটা মানুহে গাধৰে হাল বাই আছে—কোনেও দৌৰা-দৌৰি কৰা নাই। কোনেও শোকাৰ্ত্ত বাপেক-মাকক কোনো বাতৰি নোপোৱাৰ কথা জনাবলৈ অহা-যোৱা কৰা নাই। চাৰিওপিনে সেউজীয়া কোমল প্ৰাকৃতিক শোভা। আলাবামাৰ

সেই অঞ্চলটোত স্বাভাৱিক শান্তিপূর্ণ পৰিবেশ এটাহে মই লক্ষ্য কৰিলোঁ। মই ভাবিলোঁ—এই অকণমানি ভেড়া পোৱালীটোকযে বাঁহৰপৰা কুকুৰ-নেচীয়া বাঘে লৈ গৈছে, সেই কথা হয়তো এতিয়াও জনাজাত হোৱা নাই। আমাক সহায় কৰিবৰ বাবে ভগবানক প্রার্থনা জনাই মই ব্রেকফাষ্ট খাবৰ বাবে তললৈ নামি আহিলোঁ।

গুহাৰ ভিতৰ সোমাই দেখিলোঁ বিলে বেৰত পিঠি লগাই ঘন ঘনকৈ উশাহ লৈ বৈ আছে ল'ৰাটোৰ হাতত নাৰিকল এটাৰ প্রায় আধাৰ সমান ডাঙৰ এটা শিল। সি সেইটোৰে বিলৰ মূৰ ভাঙিবলৈ তর্জন-গর্জন কৰি আছে।

"ই জুইৰপৰা গৰম পোৰা আলু এটা তুলি চার্টৰ ভিতৰেদি মোৰ পিঠিত ভোৰাই দি এক গোৰ মাৰি পিঠিত চেপেটা কৰি দিছে। মই তাৰ কাণত এক ঘোঁচা মাৰিছোঁ।"

বিলে ঘটনাটো বর্ণনা কৰিলে আৰু সুধিলে—"তোমাৰ হাতত বন্দুক আছে নেকি?"

ল'ৰাটোৰ হাতৰপৰা মই শিলটো কাঢ়ি আনিলোঁ আৰু তাক বুজনি দিলোঁ। ল'ৰাটোৱে বিলক কলে—"মই তোমাক শিক্ষা দিম। এতিয়ালৈকে কোনেও বণ্ডা সেনাপতিৰ গালৈ হাত দণ্ডা নাই। তেনকুৱা কৰিলে সি ঠিক শিক্ষা পাই যাব। তুমি সাৱধানে থাকিবা।"

ব্রেকফাষ্টৰ পাছত ল'ৰাটোৱে তাঁবেৰে মেৰিওৱা চামৰা এচটা তাৰ জেপৰপৰা উলিয়ালে আৰু লাহে লাহে তাঁৰডালৰ পাকবোৰ খুলি খুলি গুহাৰ বাহিৰলৈ ওলাই গ'ল

বিলে উৎকণ্ঠাৰে সুধিলে—"সি কি কৰিবলৈ গৈছে বাৰু? সি পলাই যাব বুলি তুমি ভবা নাই, নহয় জানো?"

মই কলোঁ—"সেইটো চিন্তা নকৰিবা। সি ঘৰৰ কথা চিন্তা কৰা বিধৰ ল'ৰা নহয়। কিন্তু আমি তাৰ মুক্তিপণ আদায় কৰাৰ বিষয়ে এখন আঁচনি ঠিক কৰিব লাগিব। ই হঠাতে নোহোৱা হোৱা বাবে শিখৰত কোনো ধৰণৰ উত্তেজনা হোৱা মই নেদেখিলোঁ। অৱশ্যে মানুহবোৰে হয়তো এতিয়াও কথাটো গম পোৱা নাই। নাইবা হয়তো ভাবিছে—ই কোনোবা মাহী-পেহীৰ

ঘৰত নাইবা কোনোবা ওচৰচুবুৰীয়াৰ ঘৰত ৰাতি শুই থাকিল। যিয়েই নহওক, আজি চবেই গম পাব। আজি ৰাতি ইয়াৰ বাপেকৰ ওচৰলৈ ইয়াক ওভোতাই পাবলৈ হলে দুহেজাৰ ডলাৰ মুক্তিপণ দাবী কৰি এটা বাতৰি পঠিয়াব লাগিব।"

ঠিক তেনেতে আমি এটা ৰণ-হুঙ্কাৰ শুনিলোঁ। ঠিক ডেভিদে তেওঁৰ প্ৰতিদ্বন্দী গলিয়াথক পৰাজিত কৰি উঠি দিয়াৰ দৰেই। ৰঙা সেনাপতিয়ে হাতত বাটলু এডাল লৈ মূৰৰ ওপৰত গোঁ-গোঁৱাই ঘূৰাই আছিল।

মই মূৰ ঘূৰাই চালোঁ ধপকৈ শব্দ এটা হ'ল। বিলে মুখেৰে শব্দ এটা কৰিলে, যেনেকৈ ঘোঁৰাৰ পিঠিৰ জীন খহালে সি শব্দ কৰে। কণীৰ সমান ডাঙৰ শিল এটাই আহি বিলৰ ৰাওঁখন কাণৰ পিছ পিনে খুন্দা মাৰিলেহি। ওচৰতে কাঁহি বাতি ধুবৰ বাবে এটা পাত্ৰত পানী উতলাই থোৱা আছিল। বিল মুখ থেকেচা খাই সেই জুই কুৰাৰ ওপৰতে পৰিল। মই সৰাসৰিকৈ তাক জুইৰ ওপৰৰপৰা টানি আনি আধা ঘণ্টামান মূৰত ঠাণ্ডা পানী ঢালিলোঁ।

লাহে লাহে বিলৰ গালৈ অলপ হুঁচ আহিল। উঠি বহি সি কাণৰ পিছফালৰ মোহাৰি মোহাৰি মোক সুধিলে—"বাইবেলৰ কোনটো চৰিত্ৰ মোৰ আটাইতকৈ প্ৰিয় তুমি জানানে?"

মই কলোঁ—"সেইবোৰ বাদ দিয়া তুমি এতিয়াই ভাল পাবা।"

বিলে কলে—"ৰজা হেৰোড। শ্যাম, তুমি মোক ইয়াত অকলে এৰি কলৈকো নাযাবা দেই।"

বাহিৰলৈ গৈ ল'ৰাটোক ধৰি মই পাৰ হাড় লৰি যোৱাকৈ কিছু সময় জোকাৰিলোঁ। কলোঁ—"যদি আৰু বদমাচি কৰ, তোক এতিয়াই ঘৰত থৈ আহিমগৈ। তই ঠিকমতে থাকিবিনে নেথাক, ক।"

"মই ধেমালিহে কৰিছিলোঁ।" ভয়ে ভয়ে সি কলে—"মইতো অ'ল্ড হেংক দুখ পাই যোৱাকৈ মাৰিব খোজা নাছিলোঁ। কিন্তু সি মোক কিয় মাৰিছিল? সাপ-চকুৱা, মই আৰু দুষ্টালি নকৰোঁ—তুমি মোক ঘৰলৈ পঠিয়াই নিদিবা। আৰু আজি তুমি মোক স্কাউট খেলিবলৈ দিব লাগিব।"

মই কলোঁ—"মই খেলিব নাজানো। তুমি আৰু বিল দুয়ো লগ হৈ কি খেলা খেলিবা। তেন্তেই আজি গোটেই দিনটো তোমাৰ লগত খেলিব। মোৰ কাম আছে—মই এতিয়া বাহিৰলৈ যাম। এতিয়া বাৰু আচাচোন, তুমি বিলৰ লগত বন্ধু হোৱা আৰু কোৱাঁ—বিলৰ গাত শিলটো পৰা কাৰণে তুমি বেয়া পাইছা, তুমি ইচ্ছা কৰি সেইটো মৰা নাছিলা। যদি নোকোৱাঁ, মই এতিয়াই তোমাক ঘৰত থৈ আহিমগৈ "

সি আগবাঢ়ি আহি বিলৰ লগত বন্ধু হ'ল। মই বিলক মনে মনে কলোঁ যে মই গুহাৰপৰা তিনি মাইল দূৰৰ পপলাৰ গ্ৰভ নামৰ গাওঁখনলৈ যাওঁ আৰু ল'ৰাটোৰ অপহৰণৰ ফলত শিখৰত কেনেকুৱা প্ৰতিক্ৰিয়া হৈছে তাৰ বুজ লওঁগৈ। লগতে মই আৰু এটা কাম কৰিম বুলি ভাবিছোঁ। ডৰচেট বুঢ়ালৈ মুক্তিপণ দাবী কৰি এখন চিঠি দিম আৰু সেই চিঠিতে টকাখিনি আমাক কেনেকৈ দিব লাগিব, সেই বিষয়েও জনাম।

বিলে কলে—"তুমি ডাকাই, শিলাবৃষ্টি, বানপানী, ভূমিকম্প, জুই, জু', ডিনেমাইট বিস্ফোৰণ, পুলিচী তালাচি, ৰেল ডকাইতি, ধুমুহা—এই সকলো দুৰ্যোগত মই সাহসেৰে তোমাৰ ওচৰত থিয় হৈ আছোঁ কিন্তু এই দুঠেঙীয়া অগ্নি পিণ্ডটোৱে মোক কাবু কৰি পেলাইছে। তুমি মোক তাৰ লগত বেছি সময় অকলে নেৰিবা।"

মই কলোঁ—"মই বেছি সময় নকৰোঁ। দুপৰীয়াৰ লগে লগেই পামহি। মই আহি নোপোৱালৈকে তুমি তাক ফুচুলাই শান্ত কৰি ৰাখিবা। এতিয়া আহা, আমি বুঢ়া ডৰচেটৰ চিঠিখনৰ খচৰা কৰোঁ "

কাগজ-পেন্সিল লৈ বিল আৰু মই চিঠিখনৰ খচৰা কৰিবলৈ সাজু হলোঁ। বগা সেনাপতিয়ে গোটেই গাত এখন কম্বল মেৰিয়াই লৈ গুহাৰ মুখত অহা-যোৱা কৰি পহৰা দি থাকিল। চকু চলচলীয়া কৰি বিলে মোক কাকুতি-মিনতি কৰি মুক্তিপণ দুহেজাৰৰপৰা ডেৰ হাজাৰ কৰিবলৈ খাটনি ধৰিলে। সি কলে—"আমি সকলো কথা মানবীয় অনুভূতিৰে চাব লাগিব। ইমান উদণ্ড ল'ৰা এটাক ঘূৰাই পাবৰ কাৰণে মাক-বাপেকৰপৰা দুহেজাৰ ডলাৰ দাবী কৰাটো কেতিয়াও মানবীয় কাম হ'ব নোৱাৰে। আমি ডেৰ হেজাৰ দাবী কৰোঁ, বাকী পাঁচশৰ হিচাপটো বাৰু মোৰ পৰাই মিলাই ল'ৰা।"

বিলক সকাহ দিবৰ বাবে মই তাৰ কথাত মান্তি হলোঁ। আৰু তলত দিয়া ধৰণে এখন চিঠি লিখি উলিয়ালোঁ—

মাননীয় ইবেনেজাৰ ডৰচেট,

শিখৰৰপৰা বহু দূৰৈৰ এখন ঠাইত আমি আপোনাৰ পুত্ৰক লুকুৱাই ৰাখিছোঁ। আপুনি নাইবা আন কোনো পাকৈত চোৰাংচোৱাৰ পক্ষেও ল'ৰাটোক বিচাৰি উলিওৱা সম্ভৱ নহ'ব। মাত্ৰ এটা চৰ্ত্তত আপুনি আপোনাৰ পুত্ৰক ঘূৰাই পাব পাৰে। ল'ৰাটিৰ মুক্তিপণ হিচাপে আমি ডেৰ হেজাৰ ডলাৰ দাবী কৰিছোঁ। ধনখিনি ড'ঙৰ নোটেৰে দিব লাগিব। আপোনাক উত্তৰ দিবৰ বাবে যি ডোখৰ ঠাই আৰু যিটো বাকচৰ কথা ক'ম, ঠিক তাতেই আজি মাজ ৰাতি টকাখিনি দিব লাগিব। আপুনি যদি আমাৰ চৰ্ত্তত মান্তি হয়, তেন্তিয়া হলে অকলশৰীয়া দূত এজনৰ হাতত আজি ৰাতি চাৰে আঠ বজাত উত্তৰ পঠিয়াব। পপলাৰ গ্ৰভলৈ যোৱা বাটত আউল ক্ৰিক পাৰ হৈ এশ গজমানৰ দূৰে দূৰে তিনি জোপা ডাঙৰ গছ আছে। গছ কেইজোপাৰ সিঁ পিনে ঘেঁহুৰ পথাৰ এখনৰ সীমাৰ বেৰ তৃতীয় গছজোপাৰ বিপৰীত সীমাৰ বেৰখনৰ খুটিৰ নামনিত এটা সৰু কাঠৰ বাকচ পাব। উত্তৰটো বাকচত থৈয়েই দূতজন তৎক্ষণাত শিখৰলৈ উভতি যাব।
আপুনি যদি বিশ্বাসঘাটকতাৰ চেষ্টা কৰে নাইবা আমাৰ চৰ্ত্ত মতে কাম কৰিবলৈ মান্তি নহয়, তেন্তিয়া হলে আপোনাৰ পুত্ৰক আৰু কেতিয়াও দেখা নাপাব।

আমি দাবী কৰা মতে টকা দিলে তিনি ঘণ্টাৰ ভিতৰত আপোনাৰ ল'ৰাক নিৰাপদে ওভোতাই দিয়া হব। এয়াই আমাৰ চূড়ান্ত চৰ্ত্ত ইয়াত যদি আপুনি মান্তি নহয়, তেন্তিয়া হলে ভৱিষ্যতে আপোনাৰ লগত কোনো ধৰণৰ যোগাযোগ কৰা নহ'ব। —দুজন দুঃসাহসী মানুহ।

ডৰচেটলৈ চিঠিখন লিখি মোৰ জেপত ভৰালোঁ। মই যাবলৈ ওলাওঁতেই ল'ৰাটোৱে মোৰ ওচৰলৈ আহি কলে, "সাপ চকুৱা, তুমি এতিয়া গলে মই ব্লেক স্কাউট খেলিব পাৰিম, নহয় ?"

মই কলোঁ—"হুঁ, খেলিবা। তোমাৰ লগত বিলে খেলিব। এই খেলটো কেনেকুৱানো ?"

বণ্ডা সেনাপতিয়ে কলে—"মই ব্লেক স্কাউট। মই ঘোঁৰা দৌৰাই পামগৈ তাত থকা মানুহবোৰক ৰেড ইণ্ডিয়ান অহা বুলি সাৱধান কৰি দিমগৈ। মই ৰেড্ ইণ্ডিয়ান হ'বলৈ বেয়া পাওঁ। মই ব্লেক স্কাউটহে হ'ম।

মই কলোঁ—"ঠিক আছে। খেলটো নিৰাপদ যেন লাগিছে। তেতিয়া হলে তুমি বদমাচ ৰেড্ ইণ্ডিয়ানবোৰক মাৰিবলৈ গ'লে বিলে তোমাক সহায় কৰিব।"

ল'ৰাটোৱে সন্দেহৰ চকুৰে চাই বিলে সুধিলে—"মই কি কৰিব লাগিব?"

ব্লেক স্কাউটে কলে—"তুমি ঘোঁৰা। তুমি তোমাৰ হাত আৰু ভৰিৰে খোজ কাঢ়িবা। ঘোঁৰা নহলে মই কেনেকৈ পামগৈ খবৰ দিবলৈ যাম?"

মই কলোঁ—"বিল, তুমি তাক খেল-ধেমালিত অলপ ব্যস্ত কৰি ৰাখা। মই এই কামখিনি কৰি লওঁ, তাৰ পাছত সমস্যা শেষ।"

বিলে হাত আৰু ভৰিৰে চাৰি ঠেঙীয়া হৈ খোজ কাঢ়িবলৈ ধৰিলে। তাৰ চকুৰ চাৱনিটো দেখি মোৰ ফান্দত পৰা নিগনিৰ কথা মনত পৰিল।

"পামলৈ কিমান দূৰ ঐ ল'ৰা?" বিলে মাতটোত জোৰ দি সুধিলে। ব্লেক স্কাউটে কলে—"নবৈৰ মাইল। আমি সোনকালে পাবগৈ লাগিব—তুমি বেগাই যাবা। এই ঘোঁৰা—দৌৰ।"

ব্লেক স্কাউটে জাপ মাৰি বিলৰ পিঠিত উঠি ভৰিৰ গোবোহা দুটাৰে তাৰ পেটত খুন্দিয়ালে।

বিলে কলে—"ভগবানৰ দোহাই, তুমি যিমান সোনকালে পাৰা উভতি আহিবা, শ্যাম। মই ভাবিছোঁ—মুক্তিপণ ডেৰ হেজাৰ নকৰি আমি এহেজাৰহে কৰিব লাগিছিল!"

মই পপলাৰ গ্ৰুভলৈ খোজ কাঢ়ি গলোঁ আৰু তাৰ ডাক-ঘৰ আৰু ষ্ট'ৰৰ ওচৰে-পাজৰে বৈ তালৈ অহা বেপাৰীবোৰৰ লগত কথা পাতি সময় কটাবলৈ ধৰিলোঁ। এটা গুফীয়া ডেকাই কলে যে বুঢ়া ইবেনেজাৰ ডৰচেটৰ পুতেকক কোনোবাই চুৰেই কৰি নিলে নে সি ক'ৰবাত হেৰালেই—আৰু সেই কাৰণেই হেনো গোটেই শিখৰৰ অধিবাসীবোৰ দুখত ম্ৰিয়মান হৈ পৰিছে। মই এই বাতৰিটো জানিবলৈকে আশা কৰিছিলোঁ। মই পাইপত লগোৱা ধপাত অলপ কিনিলোঁ, লগতে-কোনেও নেদেখাকৈ চিঠিখন ডাকত পেলালোঁ। তাৰ

পাছত এনেয়ে দুই-এটা বস্তুৰ দৰ-দাম কৰিলোঁ আৰু তাৰপৰা গুচি আহিলোঁ। পোষ্ট মাষ্টাৰজনে কলে যে এঘণ্টামানৰ ভিতৰত ডাক নিয়া মানুহজনে আহি শিখৰৰ ডাক লৈ যাবহি।

মই যেতিয়া উগুতি গুহা পালোঁগৈ, তাত বিল আৰু ল'ৰাটো নাই। গুহাৰ চাৰিওপিনে পিট্‌পিট্‌কৈ বিচাৰি শেষত অলপ আঁতৰলৈ গৈয়ো বিচাৰিলোঁ। সাৱধানে দুই-এবাৰ চিঞৰিও একো সঁহাৰি নাপালোঁ। আমনি লাগি পাইপডাল জ্বলাই লৈ শেলুৰৈয়ে ধৰা শিল এটাৰ ওপৰত বহি অপেক্ষা কৰি ৰলোঁ।

আধা ঘণ্টা মান যোৱাৰ পাছত ওচৰৰ জোপোহা লৰাৰ শব্দ হ'ল আৰু বিল লাহেকৈ গুহাৰ মুখৰ তৰাং পানী ভৰাৰ ওচৰতে ওলালহি। তাৰ পিচে পিচে অলপ আঁতৰত ল'ৰাটো—অনুসৰণকাৰীৰ দৰে সাৱধানে আহি আছে। তাৰ গোটেই মুখত হাঁহিৰ বেগুনি। বিল ৰ'ল, মূৰৰপৰা টুপীটো খুলিলে আৰু জেপৰ পৰা ৰঙা ৰুমাল এখন উলিয়াই মুখখন মচিলে। বিলৰ পৰা আঠ ফুটমান দূৰত পিছ পিনে ল'ৰাটোও থিয় হৈ ৰ'ল।

বিলে কলে—"শ্যাম, তুমি মোক আমাৰ আঁচনিখনৰ বিৰোধিতা কৰা বুলি ভাবিবা কিন্তু মই এই কাম নকৰাকৈ থাকিব নোৱাৰিলোঁ। মই এজন ডেকা মানুহ আৰু সেই হিচাপে মোৰ পুৰুষোচিত সাহস আৰু আত্ম ৰক্ষাৰ শক্তি আছে কিন্তু কিছুমান সময়ত এঃবোৰে একো কাম নিদিয়া হয়। ল'ৰাটো গ'লগৈ। মই তাক ঘৰলৈ পঠাই দিলোঁ।" বিলে পুনৰ কৈ গ'ল—"পুৰণি কালৰ কিছুমান শ্বহীদৰ কথা আমি জানো—সেই সকলে নিজৰ আদৰ্শক মূল্য দি মৃত্যুকে. সহজ ভাবে বৰণ কৰিছিল কিন্তু এই ল'ৰাটোৰ হাতত মই যি অমানুষিক অত্যাচাৰ সহ্য কৰিছোঁ, তাৰ তুলনাত সেই শ্বহীদসকলৰ কষ্ট একেবাৰে নগণ্য। মই যিমান পাৰোঁ সহ্য কৰিবলৈ চেষ্টা কৰিছিলোঁ, কিন্তু সকলোৰে এটা সীমা আছে।"

"বিল, তুমি কি ক'ব খুজিছা ভালকৈ বুজাই কোৱাচোন।" মই কলোঁ।

বিলে কলে—"তাক পিঠিত লৈ মই ঘোঁৰা হৈ দৌৰ দিবলগীয়া হলোঁ। পামলৈ নবৈ মাইল —তাৰ হিচাপত এক ইঞ্চিও কম হ'ব নোৱাৰে। তাৰ অধিবাসীবোৰক সি উদ্ধাৰ কৰিলে আৰু তাৰ নিজৰ মোক ভট খাবলৈ

দিলে—অৰ্থাৎ মোৰ মুখত সি মুঠিয়ে মুঠিয়ে বালি গুজিবলৈ ধৰিলে—সেইবোৰ মই খাব লাগে। তাৰ পাছত এঘণ্টামান সময় গাঁতবোৰৰ ভিতৰত কিয় একো নাই, ৰাস্তাবোৰ কিয় দুয়ো পিনে যায়, ঘাঁহবোৰ কিয় সেউজীয়া—এইবোৰ কথা মই তাক বুজাবলগীয়া হ'লোঁ। শ্যাম, তুমি ভাবি চোৱা—মানুহে ইয়াতকৈ আৰু কিমান বেছি সহ্য কৰিব? চোলাৰ ডিঙিত ধৰি তাক মই পাহাৰৰ নামনিলৈ চোঁচোৰাই লৈ গলোঁ। সেইখিনি সময়তে সি গুৰিয়াই মোৰ দুয়োখন ভৰিৰ আঠুৰ তলডোখৰ থেতেলা খুৱাই ক'লা কৰি পেলালে আৰু আঙুলিৰ দুই-তিনি ঠাইত কামুৰি ছাল এৰুৱাই নিলে।"

বিলে একেৰাহে কৈ গ'ল--"কিন্তু সি গ'ল, একেবাৰে ঘৰ পালেগৈ। তাক মই শিখৰলৈ যোৱা ৰাস্তাটো দেখুৱাই দিলোঁ আৰু আঁঠ ফুটমান দূৰৰ পৰা এক গোৰ মাৰি ঘৰৰ ওচৰ পোৱাই দিলোঁ। মুক্তিপণৰ টকাখিনি হেৰুৱাব লগীয়া হোৱা বাবে অৱশ্যে মোৰ বেয়া লাগিছে কিন্তু তাক নেখেদা হলে মই নিজেই পগলা ফাটেকত সোমাব লগীয়া হলোঁহেতেন।"

কথাখিনি কওঁতে বিলে খৰকৈ উশাহ লৈ আছিল কিন্তু গোটেই চেহেৰা আৰু ৰঙা মুখখনত এক গভীৰ প্ৰশান্তিৰ ভাব বিয়পি পৰিছিল।

মই কলোঁ—"বিল, তোমালোকৰ পৰিয়ালৰ মানুহৰ বংশগত ভাবে হৃদৰোগ আছে নেকি?"

"নাই"—বিলে উত্তৰ দিলে—"মেলেৰিয়া আৰু দুৰ্ঘটনাৰ বাহিৰে আমাৰ আন বংশগত বেমাৰ নাই। কিয় সুধিলা?"

মই কলোঁ—"তেনেহলে তুমি ঘূৰা আৰু তোমাৰ পিচফালে চোৱাঁ।"

বিলে উভতি চাই ল'ৰাটোক দেখা পালে। লগে লগে তাৰ মুখৰ বৰণ শেতা পৰি গ'ল। কুজা হৈ মাটিত বহি লৈ সি এনেয়ে ঘাঁহ-বন বুটলিবলৈ ধৰিলে। এঘটামান সময় মই তাক লক্ষ্য কৰিলোঁ। তাৰ মনৰ অৱস্থাৰ বিষয়ে ভাবি মোৰ চিন্তা লাগিল। মই তাক কলোঁ মই গোটেই কামখিনি অতি সোনকালে সমাধা কৰাৰ আঁচনি লৈছোঁ। যদি বুঢ়া ডৰচেটে আমাৰ প্ৰস্তাৱ মানি লয়, তেন্তিয়া হলে মুক্তিপণৰ টকাখিনি লৈ মাজ ৰাতিয়েই আমি ইয়াৰ পৰা গুচি যাম। মোৰ কথাখিনি শুনি বিলে ল'ৰাটোৰ মুখলৈ সাহসেৰে চাই এটা দুৰ্বল হাঁহি মাৰিলে আৰু

ভৰিব বিষ অসপ কৰিলেই তাৰ লগত জাপানী যুদ্ধত বাহিনীয়ান হৈ খেলিবলৈ মান্তি হ'ল।

মুক্তিপণ নিৰাপদে আদায় কৰিবৰ বাবে মই এখন আঁচনি কৰিলোঁ। সাধাৰণতে ব্যৱসায়িক অপহৰণকাৰীসকলে বিপক্ষৰ ষড়যন্ত্ৰ নিষ্ফল কৰিবলৈ এনে ধৰণৰ নিৰাপত্তামূলক ব্যৱস্থা গ্ৰহণ কৰে। যি জোপা গছৰ তলত প্ৰথমতে ডাচেটৰ চিঠি আৰু তাৰ পিছত টকা থোৱাৰ কথা, সেই জোপা গছ ৰাস্তাৰ দাঁতিৰ বেৰৰ ওচৰত আৰু তাৰ চাৰিওপিনে বহল মুকলি পথাৰ। যদি কোনোবা কনিষ্টবল বাহিনীয়ে চিঠি নিবলৈ অহাজনক নিৰীক্ষণ কৰে, তেতিয়া হলে বহু দূৰৈৰ পৰাই পথাৰৰ মাজে মাজে নাইবা ৰাস্তাই দি অহা দেখা পাব। কিন্তু সেইটো হ'বলৈ নিদিওঁ। চাৰে আঁঠ বজাৰ বহু আগতেই মই সেই গছজোপাৰ পাতৰ মাজত ভেকুলি লুকুৱাদি লুকাই চিঠি অনা দূতজনলৈ অপেক্ষা কৰি থাকিম।

ঠিক সময়ত এটা চেমনীয়া ল'ৰাই চাইকেল এখনত উঠি আহি বেৰৰ খুটাৰ দাঁতিৰ কাঠৰ বাকচটো বিচাৰি উলিয়ালে আৰু জপা কাগজ এখন তাৰ ভিতৰত ভৰাই দি আকৌ শিখৰৰ পিনে উভতি গ'ল।

এঘণ্টামান সময় চাৰিওপিনে নিৰীক্ষণ কৰি বুজিলোঁ—কোনো বিপদৰ ভয় নাই। গছৰপৰা চুঁচৰি নামি মই বাকচটোৰ ভিতৰৰ কাগজখন উলিয়াই ললোঁ, তাৰ পাছত বেৰৰ দাঁতিয়ে দাঁতিয়ে কুজাকুজকৈ গৈ হাবিত সোমালোঁ আৰু আধা ঘণ্টামানৰ ভিতৰতে গুহা পালেঁহি। লেমৰ ওচৰত চিঠিখন ধৰি বিলক পঢ়ি শুনালোঁ। কঁপা হাতেৰে চিয়াঁহীৰে লিখা চিঠিখনৰ মূল ভাবটো তলত দিয়া ধৰণৰ—

দুজন দুঃসাহসী ভদ্ৰলোক।

ভাওৰীয়াসকল, মোৰ ল'ৰাৰ মুক্তিপণ দাবী কৰি আপোনালোকে দিয়া চিঠি মই আজিৰ ডাকত পালোঁ। মোৰ ধাৰণা মতে আপোনালোকৰ দাবী অলপ বেছি হৈছে। এই চিঠিৰ যোগেদি মই আপোনালোকৰ ওচৰত মোৰ প্ৰস্তাব এটা দাঙি ধৰিলোঁ। আশা কৰিছোঁ—আপোনালোকে গ্ৰহণ কৰিব। আপোনালোকে জনিক ঘৰলৈ লৈ আহক আৰু মোক আঢ়ৈশ ডলাৰ নগদ ধন দিয়ক। তেতিয়া তাক মই ঘূৰাই লবলৈ মান্তি আছোঁ। আপোনালোক

ৰাতি আহিব। ওচৰ চুবুৰীয়াবোৰে সি হেৰোৱা বুলি ভাবিছে। এতিয়া কোনোৱাই তাক ওভতাই অনা দেখিলে তেওঁলোকে কি কৰিব মই ক'ব নোৱাৰো আৰু মই তাৰ বাবে দায়ী নহ'ম। পুনৰাই সম্মানেৰে—ইবেনেজাৰ ডৰচেট।

'বদমাচ দস্যু! ইয়াক—" মই কলোঁ।

কিন্তু মই বিসৰ মুখলৈ চালোঁ আৰু কথাষাৰ সম্পূর্ণ কৰিবলৈ অলপ দ্বিধা বোধ কৰিলোঁ। কোনো মুক নাইবা মাত থকা জীৱৰ চকুত মই তেনেকুৱা অসহায় চাৱনি দেখা নাই।

"শ্বাম'—সি কলে—"আঢ়ৈশ ডলাৰনো কি বস্তু! আমাৰ হাতত ধন আছেও। আৰু এৰাতি এই ল'ৰাৰ লগত থাকিব লাগিলে হাড়-মূৰ গুৰি হৈ মই বিছনাত পৰিব লাগিব। আৰু মোৰ বিশ্বাস—মিষ্টাৰ ডৰচেট এজন উদাৰ মনৰ ভদ্ৰলোক, কাৰণ তেখেতে আমালৈ এটা অতি সহজ চৰ্ত্ত আগবঢ়াইছে। পিচে তুমি এই সুযোগটো ল'ব নোখোজা?"

"সঁচা ক'বলৈ গলে বিল"—মই কলোঁ—"এই চয়তানটোৱে মোৰো মূৰ গৰম কৰি দিছে। তাক ঘৰলৈ লৈ যাম। দিবলগীয়া মুক্তিপণখিনি দিম আৰু আমাৰ এইবাৰৰ কাৰবাৰ শেষ কৰিম।"

সেই দিনা ৰাতি আমি তাক তাৰ ঘৰলৈ লৈ গলোঁ। বহুত ফুচুলাইহে আমি তাক ঘৰলৈ নিবলগীয়া হৈছিলোঁ। আমি তাক কলোঁ যে দেউতাকে তাৰ বাবে এটা ৰূপৰ নাল লগোৱা বন্দুক আৰু হৰিণৰ ছালৰ কোমল জোতা এযোৰ বনাই থৈছে। পিছ দিনা পুৱা সেইটো বন্দুকেৰে আমি ভালুক চিকাৰ কৰিম।

ৰাতি ঠিক বাৰ বজাত আমি ইবেনেজাৰৰ দুৱাৰত টুকুৰিয়ালোঁগৈ। আমাৰ প্ৰথম আঁচনি মতে ঠিক এই সময়তে আমি গছৰ তলৰ বাকচটোৰপৰা পোন্ধৰ শ ডলাৰ উলিয়াই লোৱাৰ কথা আছিল। কিন্তু তাৰ বিপৰীতে বিলে এতিয়া সেইটো সময়তে ডৰচেটৰ হাতত আঢ়ৈশ ডলাৰ নগদ ধন হিচাপ কৰি দিছে।

যেতিয়া ল'ৰাটোৱে বুজিলে যে তাক আমি ঘৰত এৰি থৈ যাম, তেতিয়া সি ভীষণ জোৰেৰে চিঞৰি বিলৰ ভৰিত জোকৰ দৰে মেৰিয়াই ধৰিলে।

ৰাপেকে আঠাৰ পটি একৰাৰ দৰে তাক লাহে লাহে একৰাবলৈ ধৰিলে।

"আপুনি তাক কিমান সময় ধৰি ৰাখিব পাৰিব?" বিলে সুধিলে।

"ইয়াক ৰখাবলৈ যিমান শক্তি লাগে, মোৰ গাত সিমান শক্তি নাই।" ডবচেট বুঢ়াই উত্তৰ দিলে—"তথাপি মোৰ বিশ্বাস—দহ মিনিট সময় মই ইয়াক ধৰি ৰাখিব পাৰিম।"

বিলে কলে—"হ'ব। দহ মিনিটত মই কানাডাৰ সীমাৰ ওচৰ পামগৈ।"

সেই ৰাতি আন্ধাৰ আছিল। বিল শকত মানুহ আৰু মই এসময়ত এজন নাম কৰা দৌৰবিদ আছিলোঁ, তথাপি শিখৰৰ পৰা ডেৰ মাইলমান আঁতৰতহে তাক মই লগ ধৰিব পাৰিছিলোঁ।

— x —

# ।। মমীৰ ভৰি ।।

## [ THE MUMMY'S FOOT ]

### —থিয়ফাইল গটিয়েৰ

[ফৰাচী নবন্যাস আন্দোলনৰ এজন হোতা আগশাৰীৰ ফৰাচী কবি, ঔপন্যাসিক, সমালোচক আৰু সাংবাদিক থিয়ফাইল গটিয়েৰ (১৮১১—১৮১২) আছিল মহান লেখক ভিক্টৰ হুগৰ এজন আজীৱন গুণমুগ্ধ বন্ধু। তেওঁ "ৰেভু-দ্য পেৰিচ" আৰু অন্যান্য দুই-এক পত্ৰিকাৰ সম্পাদক আছিল। তেওঁৰ প্ৰায় ভাগ ৰচনা সাময়িক পত্ৰিকাত ওলাইছিল যদিও গ্ৰন্থাকাৰে অপ্ৰকাশিত হৈয়ে থাকে। বেলে নৃত্যৰ এজন অদ্বিতীয় সমালোচক গটিয়েৰ আছিল মূলতঃ কবি আৰু তেওঁৰ কাব্য গুণে তেওঁৰ উপন্যাসবাজি চহকী কৰিছে। ইউৰোপৰ বিভিন্ন প্ৰান্তত ভ্ৰমণ কৰাৰ অন্তত প্ৰিন্সেচ মাথিডেৰ লগত তেওঁৰ বন্ধুত্ব হয় আৰু তেওঁৰ অনুগ্ৰহতে এটা পুথি-ভঁৰালীৰ পদ লৈ তেওঁ দাৰুণ অৰ্থাভাৱৰ পৰা সকাহ পায়। ]

পুৰণি বস্তু বিক্ৰী কৰা এখন দোকান। আপুনিও নিশ্চয় তেনেকুৱা এখন দোকানৰ খিড়িকিয়েদি ভিতৰলৈ এবাৰ হলেও ভুমুকিয়াই পাইছে। তেনেকুৱা দোকানৰ সংখ্যা ক্ৰমাৎ বাঢ়ি অহাৰ লগে লগে গ্ৰাহকসকলেও পুৰণি আচবাব কিনাটো এটা অভ্যাস কৰি লৈছে। প্ৰায় প্ৰত্যেকজন দোকানীয়েই এতিয়া নিজৰ দোকানত "মধ্যযুগীয়" আচবাবৰ বাবে এটা সুকীয়া কোঠা ৰখাটো নিয়ম বুলি গণ্য কৰিছে। এদিন ময়ো তেনেকুৱা এখন দোকানলৈ লাহে লাহে সোমাই গলোঁ।

এফালে আছিল এখন লোহাৰ দোকান। আন পিনে এখন কাৰ্পেটৰ দোকান, আন একাষে দৰবৰ এটা লেবৰেটৰী আৰু একাষে পেইণ্টাৰৰ ষ্টুডিঅ' এটা। এই গহ্বৰটো আছিল আধা আন্ধাৰ, আধা পোহৰ। চাৰিও পিনে মকৰা জালেৰে ভৰা। তাত যিবোৰ প্ৰাচীন আচবাব সজাই থোৱা আছিল, সেইবোৰ অলপতে আমেৰিকাৰপৰা অহা মেহগনি আচবাবতকৈ কিছু নতুন।

দেচৰ কামবোৰতকৈও মকৰা জালবোৰহে যেন প্ৰাচীনত্বৰ বাবে অধিক নিৰ্ভৰযোগ্য।

এই লাংখালিংখি বস্তুৰ দোকানখন যেন সকলো দেশৰ সকলো শতাব্দীৰ মিলন স্থলীহে। ইয়াত আছিল টেৰাকটাৰ ইট্ৰুস্কান লেম্প। তৃতীয় লুইৰ দিনৰ এখন বিৰাট টেবুল, ওক কাঠৰ কাৰুকাৰ্য্য আৰু নানা দেৱ-দেৱীৰ মূৰ্ত্তিৰে সুশোভিত। তাত আছিল প্ৰাচীন যুদ্ধাৰ লোহাৰ ৰক্ষ ৰক্ষনী আৰু চীন দেশীয় পোৰ্চেলিনৰ মদৰ পাত্ৰ। আৰু আছিল জলকন্যাৰ মূৰ্ত্তি, চীনা দেৱ মূৰ্ত্তি, ড্ৰেচড্ৰেনৰ চাহৰ পিয়লা ইত্যাদি।

আলমাৰীৰ ওপৰত সজোৱা আছিল বিৰাট জাপানী থালবোৰ—ৰঙা-নীলা ছবি আঁকা। ওচৰতে সোণালী ৰঙৰ কাৰুকাৰ্য্য কৰা আচবাব—তাত আঁকা আছিল সাপ, ভেকুলি, জেঠী আৰু নানা সৰীসৃপৰ ছবি। ফুলাম ৰেচমী কাপোৰৰ বাকচবোৰ। কিছুমানৰ আকৌ কিছু অংশ বাহিৰলৈ উলিয়াই থোৱা আছিল। ব্ৰোকেডবোৰ পোহৰ পৰি সোণৰ দৰে জিলিকিছিল। বিভিন্ন যুগত আঁকা ছবিবোৰে ম্লান ফ্ৰেমৰ মাজৰ পৰা নীৰৱে মিচিকিয়াইছিল।

দোকানীজন মোৰ পিচে পিচে আহিছিল আৰু সেই সময়খিনিত সি মোৰ কোটৰ পিচফাল ডোখৰ আৰু কিলাকুটি দুটা অতি সতৰ্কতাৰে লক্ষ্য কৰিছিল যাতে তাৰ বহুমূলীয়া বস্তুবোৰত খুন্দা নেমাৰে।

তাৰ চেহেৰাটো আছিল অদ্ভুত। মূৰটো ডাঙৰ আৰু তালুখন সম্পূৰ্ণ ৰূপে তপা আৰু চিকচিকীয়া—মাত্ৰ চাৰিওকাষে পকা চুলিৰ ৰেখা এডাল। তাৰ গাৰ ৰং গোলাপী হোৱা বাবে চুলিখিনিৰ শুভ্ৰতা অধিক প্ৰকট হৈ পৰিছিল। এইবোৰৰ বাবত তাৰ চেহেৰাত উদাৰতাৰ এটা মিছা আৱৰণ পৰিছিল কিন্তু তাৰ চকুৰ দৃষ্টি আছিল চেহেৰাৰ সম্পূৰ্ণ বিপৰীত। সৰু সৰু হালধীয়া চকু দুটা গাঁতত সোমাই সঘনাই তিৰবিৰাই আছিল—দেখিলে ভাব হয় যেন পাৰাৰ মাজত থকা দুটা সোণৰ মোহৰহে। প্ৰাচ্য দেশীয় নাইবা ইহুদীবোৰৰ দৰে তাৰ নাকৰ আগটো জোঙা আৰু হেলনীয়া। হাত দুখনত মঙহৰ সঁচ নাছিল আৰু মোটা শিৰবোৰ প্ৰকট হৈ পৰিছিল। পাতল হাত দুখন দেখিবলৈ আছিল ঠিক বাদুলিৰ পাখি দুখনৰ দৰে। এই হাত দুখন সকলো সময়তে ইমান অস্বাভাৱিক ভাবে কঁপি আছিল যে দেখিলেই

অস্বস্তি লাগে। কিন্তু যেতিয়া সেই হাত দুখনে ভেনিচিয়ান আয়না নাইবা বহেমিয়ান স্ফটিকৰ থাল এখন ধৰে তেতিয়া সেই দুখন হাতেই লোহাৰ চেপেনা নাইবা কেকোবাৰ হাতোবাতকৈও শক্তিশালী আৰু দৃঢ় হৈ পৰে। মানুহটোৰ এই অদ্ভুত চেহেৰা আৰু ভাব-ভঙ্গীৰ বাবে অতি সহজে সি তিনি শতাব্দীৰ আগৰ নমুনা হিচাপে চিহ্নিত হ'ব পাৰিলেহেঁতেন।

"ডাঙৰীয়া, আজি আপুনি একো নলয়নে কি? চাওক—এইখন মালয় দেশীয় ছুৰী। এইখনৰ আগটো জুইৰ শিখাৰ দৰে জপিয়াই ওলাই আছে। এয়া চাওক—তৰোৱালৰ পৰা উলিয়াই আনিবৰ বাবে ইয়াত কেনে সুন্দৰ ব্যৱস্থা আছে। ছুৰীখন উলিয়াই অনাৰ পাছত পুনৰ জপাবৰ বাবে চাওকচোন—এয়া কেনেকুৱা পিছলৈ টনা খাজকটা আছে। কিমান সুন্দৰ আৰু ভয়ঙ্কৰ অস্ত্ৰ! আপোনাৰ সংগ্ৰহ আৰু বেছি ধুনীয়া হৈ পৰিব। দুটা নাল লগোৱা এই তৰোৱালখন চাওকচোন। এইখন যোচেফ দ্য লা হেৰাৰ দ্বাৰা তৈয়াৰী। চাওক কিমান ধুনীয়া।"

"নলাগে—মানুহ মৰা-কটা কৰিবলৈ মোৰ বহুত অস্ত্ৰ আছে। মই আন এটা বস্তুহে বিচাৰিছোঁ। ধৰা—এটা সৰু মূৰ্ত্তি—কাগজ চেপা দি ৰাখিবৰ বাবে। সকলোৱে ব্যৱহাৰ কৰা পিতলৰ কাগজ চেপাবোৰ মই পছন্দ নকৰোঁ।"

শুকান বুঢ়াজনে তাৰ প্ৰাচীন সংগ্ৰহবোৰৰ মাজৰপৰা বিচাৰি-খোচাৰি মোৰ পছন্দৰ বাবে কেইটামান বস্তু উলিয়াই দেখুৱালে। তাত আছিল পিতলৰ মূৰ্ত্তি, মেলাচাইটৰ টুকুৰা, সৰু সৰু হিন্দু আৰু চীনদেশীয় দেৱ মূৰ্ত্তি, বুদ্ধ আৰু বিষ্ণুৰ পাথৰৰ মূৰ্ত্তি। অৱশ্যে এই মূৰ্ত্তিবোৰ ধৰ্মীয় উদ্দেশ্যতকৈও চিঠি আৰু বাতৰি কাকত চেপা দি ৰখা কামৰ বাবেহে অধিক উপযোগী আছিল।

মই দুটা বস্তু বাছি উলিয়াই কোনটো ল'ম তাকে গুণা-গঁথা কৰিলোঁ। এটা আছিল চীন দেশীয় ড্ৰেগন—ভাত পাথৰ খুটৰা আছিল। মুখ, দাঁত আৰু দাড়িৰে সেইটো সম্পূৰ্ণ আছিল। আনটো আছিল অকমানি মেক্সিকান উলঙ্গ দেৱতা ভিটজিলি-পুটজিলি।

হঠাতে মই এখন আচৰিত ধৰণৰ অকমানি ভৰি দেখা পালোঁ। দেখি প্ৰথমতে মই সেইখন ভেনাচৰ মূৰ্ত্তিৰ ভগা টুকুৰা বুলিহে ভাবিছিলোঁ।

ভৰিখনৰ ৰং আছিল অতি সুন্দৰ ৰঙচুৱা মুগা বৰণৰ আৰু এই ৰংটোৰ বাবেই ফ্লোৰেন্টাইন পিতলেৰে তৈয়াৰী বস্তুবোৰক জীৱন্ত যেন লাগিছিল। সাধাৰণ পিতলৰ বস্তুবোৰত ধেলা ৰঙৰ বাবে জীৱন্ত ভাৱ নাথাকে। সুন্দৰ সুগঠিত ভৰিখনৰপৰা এটা কোমল আভা বিচ্ছুৰিত হৈছিল—দেখি মোৰ ধাৰণা হ'ল সেইটো কৰেন্থিয়ান পিতলৰ এক শ্ৰেষ্ঠ নিদৰ্শন।

মোক ভালদৰে দেখুৱাবলৈ দোকানীজনে ভৰিখন মোৰ সন্মুখত দাঙি ধৰিলে। মই কলোঁ, "এই ভৰিখনেই লাগিব হ'ব।"

পৰিহাস আৰু চতুৰালি মিহলি এক চাৱনিৰে দোকানীজনে মোলৈ চালে। ভৰিখন ইমান পাতল আছিল যে ছুই চাই মই আচৰিত হলোঁ। সেইখন ধাতুৰে তৈয়াৰী নহয়—সঁচা তেজ-মঙহৰ ভৰি। প্ৰলেপত বুৰাই থোৱা—এক কথাত ক'বলৈ গলে সেইখন আছিল কোনোবা এটা মমীৰ ভৰি। মই ভৰিখন ওচৰলৈ আনি ছালখন ভালদৰে লক্ষ্য কৰিলোঁ। তাত কাপোৰেৰে মেৰিওৱাৰ দেখ-নেদেখ দুই-এটা দাগ দেখিলোঁ। আঙুলিবোৰ মিহি আৰু নখবোৰ আছিল প্ৰবাল পাথৰৰ দৰে চিকমিকীয়া আৰু পৰিষ্কাৰ। প্ৰাচীন নিয়মমতে ভৰিৰ বুঢ়া আঙুলিটোৱে আনবোৰ আঙুলিৰ পৰা অলপ আঁতৰত থাকি চকুত লগা এক বৈষম্য সৃষ্টি কৰাৰ লগতে চৰাইৰ ভৰিৰদৰে এক কোমল কমনীয়তা দান কৰিছিল। ভৰিৰ গোৰোৱাটো আছিল কোমল মিহি—দাগ নথকা। এই ভৰিয়ে যেন নীল নদীৰ পাৰত গজা কোমল ঘাঁহৰ পাটি আৰু বাঘৰ ছালৰ কোমল দলিচাৰ বাহিৰে শুদা মাটি কেতিয়াও গচকা নাছিল।

দোকানীজনে হাঃ হাঃ কৈ এক বিদ্ৰূপ ভৰা হাঁহি মাৰি সুধিলে, "আপুনি তেনেহলে ৰাজকুমাৰী হাৰমন্থিচৰ ভৰিখনহে বিচাৰে ?" তাৰ ফেঁচাৰ দৰে চকু দুটাত এক অদ্ভুত চাৱনি।

"কি ? কাগজ চেপা হিচাপে ব্যৱহাৰ হ'ব নহয় ?"

"এইটো আপোনাৰ এক মৌলিক আৰু শিল্পীসুলভ বিবেচনা। যেতিয়া বৃদ্ধ ফাৰাৱে তেওঁৰ পৰিয়ালৰ বাবে পাথৰৰ বিশাল সমাধিস্তূপ নিৰ্মাণ কৰাইছিল, সমাধিস্তূপ আৰু কফিনৰ ওপৰত নানা কাৰুকাৰ্য্য আৰু সোণৰ কাম কৰি তাত হায়াৰো গ্লাফিকেৰে ভৰাই তুলিছিল আৰু ধুনীয়া শিল্প কাৰ্য্যৰ

দ্বাৰা আত্মাৰ শেষ বিচাৰৰ ছবি ফুটাই তুলিছিল, তেতিয়া যদি কোনোবাই তেওঁক কৈছিল যে তেওঁৰ কন্যাৰ ভৰিখন এদিন কাগজ চেপা বস্তু হিচাপে ব্যৱহাৰ হ'ব, তেতিয়া কাৰাও নিশ্চয় অতি আচৰিত হৈ গৈছিল।"

কথাখিনি দোকানীজনে অতি কোমলকৈ আৰু যেন আত্মস্থ হৈহে কলে।

"এই মমী টুকুৰাৰ বাবে তোমাক কিমান দিব লাগিব ?" মই সুধিলোঁ।

"মই কি ক'ম ? এইটো বহুমূলীয়া বস্তু। মোৰ হাতত যদি আনখন ভৰিও থাকিলহেঁতেন, তেতিয়া হ'লে মই এইখন পাঁচশ ফ্রাঙ্কৰ কমত কেতিয়াও নিদিলোঁহেঁতেন। কাৰাওৰ কন্যা সহজলভ্যা নহয়।"

"তুমিযে সদায় এই সুযোগ নোপোৱা সেইটো ঠিক। এতিয়া কোৱাচোন কিমানত দিবা ? মোৰ হাতত মাত্ৰ পাঁচ লুই আছে—মই খোলা কথা কৈ দিলোঁ। পাঁচ লুইত যি পাওঁ মই তাকেই কিনিম। তাতকৈ বেছি দাম দিব নোৱাৰোঁ। তুমি মোৰ কোটৰ পিচ পকেট চোৱা, ভিতৰ পকেট চোৱা—এইখিনিৰ বাহিৰে মোৰ হাতত আৰু একো নাই।"

"ৰাজকুমাৰী হাৰমন্থিচৰ ভৰিৰ মূল্য পাঁচ লুই। এখন তেজ মঙহৰ ভৰি—এই মূল্য অতি নগণ্য।" হাত জোকাৰি চকু ঘূৰাই দোকানীজনে কলে—"বাৰু ঠিক আছে—লৈ যাওক, বান্ধি দিওঁ।"

এটুকুৰা পুৰণি দামাস্কত সি ভৰিখন বান্ধি দিলে। কামৰ লগে লগে সি বকবকাই থাকিল—কিমান ধুনীয়া কাপোৰ চাওক। প্ৰকৃত ভাৰতীয় দামাস্ক। দ্বিতীয়বাৰ ৰং কৰা নহয়। কিমান টান, অথচ কিমান কোমল!" ব্যৱসায়ী ভাবেৰেই সি একেবাৰে পেলনীয়া বস্তুকো প্ৰশংসা কৰাৰ অভ্যাসত কাপোৰ টুকুৰাত হাত বুলালে।

তাৰ কঁকালত মধ্য যুগীয় ভিক্ষাৰ জোলোঙা এটা ওলমি আছিল। সি তাৰ ভিতৰত মোৰপৰা লোৱা মুদ্ৰা কেইটা ভৰাই দি মুখৰ ভিতৰতে বিৰ-বিৰালে—"ৰাজকুমাৰী হাৰমন্থিচৰ ভৰি কাগজ চেপা বস্তু হিচাপে ব্যৱহাৰ!"

তাৰ পিছত সি জলজলীয়া চকুৰ চাৱনি মোৰ মুখত থৈ মেকুৰীৰ দৰে চেপা মাতেৰে কলে—"বুঢ়া কাৰাও অকণো সুখী নহ'ব। তেওঁ জীয়েকক বৰ ভাল পাইছিল।"

ওলাই আহি দুৱাৰমুখৰ পৰাই মই উত্তৰ দিলোঁ—"তুমি যি ধৰণে কৈছা

যেন তোমাৰ লগত কাৰাওৰ পৰিচয়হে আছিল। তুমি বুঢ়া হৈছা হয়, পিছে সেইবুলি মিছৰৰ পিৰামিডৰ সময়ৰ বুলিতো দাবী কৰিব নোৱাৰা।”

সংগ্ৰহটো লৈ বৰ আনন্দ মনেৰে মই ঘৰ পালোঁহি। ঘৰ পায়েই উপযুক্ত ঠাইত ব্যৱহাৰ কৰিবৰ বাবে মই অকণো পলম নকৰাকৈ ৰাজকুমাৰী হাৰমস্থিচৰ ভৰিখন মোৰ পঢ়া টেবুলৰ ওপৰত থকা কাগজ এজাপৰ ওপৰত থলোঁ। তাত আছিল এতিয়াও কোনো অৰ্থ প্ৰকাশ নোপোৱা এটা আধা লিখা কবিতা, আৰম্ভ কৰা কিন্তু কোনো দিনেই শেষ নোহোৱা প্ৰবন্ধ কেইটামান, অন্যমনস্ক মানুহৰ অপৰাধৰ স্বাক্ষৰ হিচাপে ডাকত নিদিয়া কিছুমান চিঠি।

মোৰ কাৰ্য্য সমাধা কৰি ফাৰাও কন্যা ৰাজকুমাৰী হাৰমস্থিচৰ শৰীৰৰ এটা অংশ লাভ কৰাৰ সচা গৰ্ব আৰু গৌৰৱেৰে ৰাজপথলৈ ওলাই আহিলোঁ। মানুহবোৰলৈ চাই মোৰ মনতে ভাব হ'ল এই মানুহবোৰ কিমান নিকৃষ্ট। মই এটা বহুমূলীয়া মিছৰীয় কাগজ চেপা সামগ্ৰীৰ গৰাকী হলোঁ, তেনেকুৱা সম্পদ ইহঁতৰ নাই। সচাকৈয়ে এজন মানুহে মমীৰ ভৰি এখন কাগজ চেপা বস্তু হিচাপে লাভ কৰিব পৰাটো তেওঁৰ জীৱনৰ এক উল্লেখযোগ্য সাফল্য।

সৌভাগ্যবশতঃ বাটতে কেইজনমান বন্ধুক লগ পালোঁ। তেওঁলোকে মোক মনৰ মাজত তোলপাৰ লগাই থকা চিন্তাবোৰৰ পৰা সকাহ দিলে। অকলে অকলে গধূলিৰ সময়খিনি কটোৱা মোৰ পক্ষে সম্ভৱ টানেই হ'লহেঁতেন। সেইবাবে তেওঁলোকৰ পৰা পোৱা সান্ধ্য আহাৰৰ নিমন্ত্ৰণ গ্ৰহণ কৰিলোঁ।

আহাৰৰ শেষত অলপ নিচাগ্ৰস্ত হৈ ৰাতি ঘৰলৈ উভতিলোঁ। মূৰটো বেছ পাতল লাগিছিল। ঘৰ পোৱাৰ লগে লগে প্ৰাচ্য দেশীয় সুন্দৰ মৃদু সুবাস এটা মোৰ নাকত লাগিলহি। মমী সংৰক্ষণকাৰীসকলে ৰাজকুমাৰীৰ শৱদেহ দুৰাই ৰাখিবৰ বাবে যি সুগন্ধী তেলৰ প্ৰলেপ তৈয়াৰ কৰিছিল, বন্ধ কোঠাটোৰ গৰমে সেই প্ৰলেপ গৰম কৰি তুলিছিল। এই গোন্ধ আছিল মধুৰ কিন্তু কিছু পৰিমানে অসহনীয়। এই সুবাস চাৰি হেজাৰ বছৰেও নষ্ট কৰিব পৰা নাছিল।

প্ৰাচীন মিছৰৰ সকলোবোৰেই তৈয়াৰ কৰা হৈছিল অনন্ত কালক উদ্দেশ্য

কৰি। সেই যুগৰ সুগন্ধী দ্ৰব্যও আছিল কঠিন শিলাখণ্ডৰ দৰেই কালজয়ী।

সোনকালেই মই টোপনিত ঢলি পৰিলোঁ।

দুঘণ্টামান সময় সকলো আন্ধাৰ আছিল। ময়ো গভীৰ টোপনিত নিমগ্ন। এই অৱস্থাতে মোৰ নিদ্ৰিত মনৰ মাজত পোহৰৰ আভাস এটা জাগি উঠিল আৰু সপোনৰ দুই-এখন ছবি লাহে লাহে উদ্ভাসিত হৈ উঠিবলৈ ধৰিলে। মোৰ মনশ্চক্ষু মেল খালে আৰু সজাগ অৱস্থাত দেখাৰ দৰেই সম্পূৰ্ণ কোঠাটোৰ ছবি মোৰ মানস পটত ভাঁহি উঠিল। মই নিজকে জাগ্ৰত বুলিয়েই ভাবিলোঁ।হঁতেন কিন্তু কিবা এটা অনুভূতিয়ে মোক জনালে মই নিদ্ৰিত. আৰু মোৰ কোঠাত কিবা এটা আচৰিত ঘটনা ঘটাৰ উপক্ৰম হৈছে।

মমীত ব্যৱহাৰ কৰা সুগন্ধী প্ৰলেপৰ গোন্ধটো তীব্ৰতৰ হৈ উঠিল আৰু মই পাতল মূৰ কামোৰণি এটা অনুভৱ কৰিলোঁ। মনতে ভাবিলোঁ হয়তো গধূলি অধিক মাত্ৰাত সুৰাপান কৰা বাবেই এনে হৈছে।

কিবা এটা প্ৰত্যাশাৰ ভাবত মই গোটেই কোঠাটোত চকু ফুৰালোঁ কিন্তু আশা কৰা ধৰণে একো নেদেখিলোঁ। আচবাববোৰ নিজৰ নিজৰ ঠাইত আগৰ দৰেই আছে। কোঠাৰ লাইটটোৱে গাখীৰ বগা আৱৰণৰ ভিতৰৰপৰা কোমল পোহৰ বিলাই আছে। ছবিৰ ফ্ৰেমবোৰ আন দিনাৰ দৰেই পোহৰত উজ্জ্বল হৈ আছে। পৰ্দাবোৰ নিশ্চল হৈ ওলমি আছে—সকলোবোৰেই যেন গভীৰ টোপনিত।

এক মুহূৰ্ত্তৰ পাছতেই পৰিবেশৰ শান্ত সমাহিত ভাবটো ভঙ্গ হ'ল। কাঠৰ ওপৰত এটা খট্‌খট্‌ শব্দ শুনা গ'ল। জুহালৰ ছাইৰ মাজত সোমাই থকা কাঠৰ টুকুৰাবোৰৰ পৰা হঠাতে নীল বৰণীয়া জুইৰ শিখা এটা জপিয়াই উঠিল। কাপোৰ থোৱা হুক্‌ডালৰ গোটা মূৰটোৱেও যেন চকু মেলি কিবা এটা ঘটনা ঘটাৰ আশাত মোৰ দৰেই সতৰ্কতাৰে লক্ষ্য কৰি আছে।

ৰাজকুমাৰী হাৰমছিচৰ ভৰিখন থোৱা টেবুলখনলৈ মই চকু দিলোঁ।

সুগন্ধী প্ৰলেপ সানি চাৰি হেজাৰ বছৰে মমী হৈ থকা ভৰি এখন যি দৰে স্থিৰ হৈ একে ঠাইতে পৰি থাকিব লাগিছিল তাৰ বিপৰীতে সেইখন ভয় খোৱা ভেকুলিৰ দৰে টেবুলখনত জপিয়াই আছিল। যেন এটা বৈদ্যুতিক

বেটাৰিয়েহে সেইখন নচুৱাই আছে। হৰিণা পহুৰ খুড়াৰ শব্দৰ দৰেই সেই ভৰিখনে কৰা খট্‌খট্‌ শব্দ মই স্পষ্টকৈ শুনিবলৈ পালোঁ।

ভৰিখনৰ সেই কাৰ্য্য দেখি মোৰ বৰ বেয়া লাগিল। মোৰ মনত এটা ভয়ৰ ভাব উদ্রেক হ'ল।

হঠাতে মই পৰ্দ্দাখন লৰা দেখিলোঁ আৰু এখন ভৰিবে লেকুচিয়াই লেকুচিয়াই কিবা এটা অহাৰ শব্দ শুনিলোঁ। ভয়ত মোৰ ভৰি-হাতবোৰ সিৰ-সিৰাবলৈ ধৰিলে। মোৰ পিঠিত যেন ৰহস্যজনক চেঁচা বতাহ এচাটি লাগিলহি—মূৰৰ চুলিবোৰ থিয় হৈ উঠিল।

পৰ্দাখন দুভাগ হ'ল আৰু কোঠাৰ ভিতৰলৈ সোমাই আহিল এটা আচৰিত মূৰ্ত্তি! সেয়া আছিল বিশুদ্ধ মিছৰীয় চেহেৰাৰে অপূৰ্ব সুন্দৰী এক গাভৰু। গাভৰুৰ গাৰ বৰণ আছিল কফি বৰণীয়া। দীঘলীয়া চকু দুটাৰ বাহিৰৰ কোণ দুটা ওপৰলৈ টনা। চেলাউৰি যোৰ ইমান বেছি ক'লা যে প্ৰায় নীলা যেন বোধ হ'ল। নাকটো অতি সুগঢ়ী—প্ৰায় গ্ৰীকবোৰৰ দৰেই। গালৰ হাড়বোৰ ওখ আৰু ওঠ দুটা শকত হোৱা বাবে গাভৰু গৰাকীয়ে নীল নদীৰ উপত্যকাৰ হায়াৰোগ্লাফিক যুগৰ সেই বিষয়ে নিসন্দেহ হলোঁ—নহলে কৰেন্থিয়ান পিতলৰ বুলিয়েই ধাৰণা হ'লহেঁতেন।

তেওঁৰ বাহু দুটা পাট-গাভৰুৰ দৰেই ক্ষীণ আৰু দীঘল। দুয়োখন হাতত ধাতু আৰু কাঁচৰ খাৰু। চুলিবোৰ দীঘলকৈ গোঁথা। বুকুৰ ওপৰত সেউজীয়া আঠাৰে তৈয়াৰী মূৰ্ত্তি এটি লগোৱা আছিল। মূৰ্ত্তিটোৱে হাতত আত্মাৰ পথ নিৰ্দেশিকা আইচিচৰ সপ্তমুখী চাবুক এডাল লৈ আছিল। কপালৰ ওপৰত সোণালী চক্ৰ এটা জিলিকি আছিল আৰু তাম বৰণীয়া গাল দুখনত আছিল পাতল প্ৰসাধনৰ চিন।

গাভৰু গৰাকীৰ পোছাক আছিল অতি আচৰিত ধৰণৰ। ৰঙা আৰু ক'লা হায়াৰোগ্লাফিকেৰে ভৰা শৰদেহ মেৰিওৱা কাপোৰ। তাক আঠাৰে কট্‌কটীয়া কৰা হৈছিল—বুজা যায় কোনোবা নতুনকৈ বান্ধ খোলা মমীৰ পৰা এই বস্ত্ৰ আহৰণ কৰা হৈছে।

সপোনত সাধাৰণতে ঘটাৰ দৰেই মোৰ চিন্তাও জাপ মাৰি পিচুৱাই গ'ল আৰু মই পুৰণি বস্তু বিক্ৰী কৰা দোকানীজনে দোকানত বাৰে বাৰে কোৱা

কথাখিনি আগৰ দৰে ভেকুলিৰ মাতেৰে কৈ থকা শুনিলোঁ—"বৃদ্ধ ফাৰাও সুখী নহ'ব, তেওঁ জীয়েকক বৰ ভাল পাইছিল।"

মই হঠাতে কৌতুহল আৰু অস্বস্তিৰে লক্ষ্য কৰিলোঁ—মূৰ্ত্তিটোৰ মাত্ৰ এখনহে ভৰি আছে, আনখন সৰু গাঁঠিৰ গুৰিতে কটা।

টেবুলৰ ওপৰত মমীৰ ভৰিখন আগ'কৈও দুগুণ উত্তেজনাত জাপিয়াই উঠিল। গাভৰু গৰাকী সেই টেবুলখনৰ পিনে আগুৱাই গ'ল। টেবুলৰ ওচৰ পাই তেওঁ হাত মেলিলে। দেখিলোঁ—তেওঁৰ দুযোটা চকু পানীৰে ভৰি পৰিছে।

মুখেৰে ফুটাই একো নকলেও গাভৰু গৰাকীৰ মনৰ ভাব বুজাটো টান নহ'ল। তেওঁ টেবুলত জপিয়াই থকা ভৰিখনৰ পিনে চালে— সেইখনতো তেওঁৰেই নিজৰ ভৰি। অতি বিমৰ্ষ আৰু করুণ চাৱনিৰে তেওঁ সেইখনলৈ চাই ৰ'ল।

দুই-তিনিবাৰ তেওঁ ভৰিখন ধৰিবলৈ চেষ্টা কৰিলে কিন্তু ধৰা নিদি সেইখন জপিযাই আঁতৰি গ'ল।

তাৰ পিছত ৰাজকুমাৰী হাৰমন্থিচ আৰু তেওঁৰ ভৰিখনৰ—যিখন এক স্বকীয়া অস্তিত্ব থকাৰ দৰে টেবুলত জপিয়াই আছিল—মাজত আচৰিত ধৰণৰ কথোপকথন আৰম্ভ হ'ল। তেওঁলোকৰ কথোপকথন চলিছিল প্ৰাচীন কপ্‌টিক্ ভাষাত। সেই ভাষা ত্ৰিশ শতাব্দীৰ আগতে নীল নদীৰ উপত্যকা অঞ্চলত প্ৰচলিত আছিল। সেইদিনা ৰাতি ময়ো কপ্‌টিক্ ভাষা ধুনীয়াকৈ বুজিব পাৰিলোঁ।

ৰাজকুমাৰীয়ে সঙ্গীতৰ দৰে মধুৰ কোমল স্বৰেৰে কলে—"মোৰ মৰমৰ অকমানি ভৰি, তুমি বাৰে বাৰে মোৰপৰা আঁতৰি যাবলৈ চেষ্টা কৰিছা কিন্তু মই তোমাৰ কিমান যে যত্ন লৈছিলোঁ! চিকমিকীয়া পাথৰৰ বাটিত মই তোমাক সুগন্ধী পানীৰে ধুইছিলোঁ। জলপাই তেলত বুৰোৱা পিচল শিলেৰে মই তোমাৰ গোৰোৱা ঘঁহিছিলোঁ। সোণৰ কেচিৰে তোমাৰ নখবোৰ কাটি হিপ'পটেমাচৰ দাঁতেৰে পলিচ কৰিছিলোঁ। তোমাৰ কাৰণে মই সদায় ৰঙীন আৰু ফুলজালি কটা জোতা পছন্দ কৰিছিলোঁ। আঙুলিৰ মুদ্ৰা জোতাৰ আগটো ওপৰলৈ উঠি গৈছিল, মিছৰৰ সকলো ছোৱালীয়েই সেই

ধুনীয়া জোতাবোৰ ঈৰ্ষা কৰিছিল। তোমাৰ আঙুলিবোৰত বহুমূলীয়া পাথৰৰ পবিত্ৰ আঙঠি আছিল আৰু তোমাৰ নিচিনা কোমল ভৰিয়ে কঢ়িয়াব পৰাকৈ মোৰ দেহো আছিল অতি পাতল।"

ভৰিখনে বিষণ্ণ নিৰুত্তাপ কণ্ঠেৰে উত্তৰ দিলে—"তুমি ভালদৰেই জানা, মই এতিয়া আৰু মোৰ নিজৰ গৰাকী নহওঁ। মোক এজনে দাম দি কিনি লৈছে। বুঢ়া বেপাৰীটোৱে সি কি কাম কৰিছে তাক ভালদৰেই বুজিছিল। তুমি তাৰ লগত বিয়া নহলা কাৰণে সি তোমাক কেতিয়াও ক্ষমা কৰা নাই আৰু এতিয়া এইদৰেই সি তোমাৰ ওপৰত প্ৰতিশোধ ললে। যিজন আৰবে থিবচৰ সমাধিস্থানৰ ভূগৰ্ভস্থ তোমাৰ শৱাধাৰ খুলিছিল, সেইজনক এই বেপাৰীজনেই পঠাইছিল। এইদৰেই সি তোমাক অন্ধকাৰ জগতৰ ছায়া-শৰীৰীবোৰৰ মিলন সভাত যোগ দিয়াত বাধা প্ৰদান কৰিবলৈ চেষ্টা কৰিছিল। মোক পুনৰ কিনি ল'বলৈ তোমাৰ হাতত পাঁচটা সোণৰ মুদ্ৰা আছেনে?"

"হায়! মোৰ হাতত নাই। মোৰ হীৰা, মুকুতা, মোৰ আঙঠি, মোনা ভৰা সোণ আৰু ৰূপ—সকলো চুৰি কৰি লৈ গৈছে।" ৰাজকুমাৰীয়ে এটা দুখৰ হুমুনিয়াহেৰে উত্তৰ দিলে।

ঠিক সেইখিনিতে মই চিঞঁৰি কলোঁ—"ৰাজকুমাৰী, কাৰো ইচ্ছাৰ বিৰুদ্ধে মই কেতিয়াও সিহঁতৰ ভৰি ৰখা নাই। যদি তোমাৰ হাতত মোৰ প্ৰাপ্য পাঁচটা সোণৰ মোহৰ নায়ো, তথাপি মই আনন্দেৰে তোমাক ভৰিখন ওভতাই দিম। কিয়নো, ৰাজকুমাৰী হাৰমন্থিচ খোৱাই ফুৰাৰ কাৰণ যদি ময়েই হ'বলগীয়া হওঁ, তেন্তে সেইটো মোৰ বাবে অতি দুখৰ কথা হ'ব।"

মই যেনে ধৰণে ৰাজকীয় বদান্যতাৰ সুৰত কথাখিনি কলোঁ, শুনি ধুনীয়া ৰাজকুমাৰী গৰাকী দেখদেখকৈয়ে আচৰিত হ'ল। তেওঁৰ নীলা চকু দুটা উজ্বল হৈ উঠিল আৰু তাত ফুটি উঠিল কৃতজ্ঞতাৰ ভাষা।

জোতা পিন্ধিবলৈ ওলোৱা তিৰোতা মানুহৰ দৰে তেওঁ ভৰিখন হাতত তুলি ললে—সেইখন এইবাৰ শান্ত হৈ আছিল—আৰু সুকৌশলেৰে তাক লগাই ললে। এই কাম কৰি উঠি তেওঁ দুই-তিনিবাৰমান কোঠাটোৰ ইমুৰৰ-

পৰা সিমুৰলৈ খোজ কাঢ়ি চালে যেন তেওঁ আগবঢ়ে খোৰা হয়নে নহয় তাকেহে পৰীক্ষা কৰি চাইছে।

"মোৰ দেউতা কিমানযে সুখী হ'ব। মোৰ ভৰিখন কটাৰ পাছত তেওঁযে ইমান দুখ পাইছিল। মোৰ জন্মৰ দিনাৰ পৰাই দেউতাই অসংখ্য মানুহ লগাই মোৰ বাবে এটা সমাধি নির্মাণৰ কাম আৰম্ভ কৰিছিল। সেইটো ইমান গভীৰ দ কৰিছিল যেন তাত মই আমেন্থিৰ তুলাচনীত আত্মাৰ জোখ-মাখ আৰু শেষ বিচাৰৰ দিনটোলৈকে কোনেও স্পর্শ নকৰাকৈ শুই থাকিব পাৰোঁ। ব'লা, মোৰ দেউতাৰ ওচৰলৈ যাওঁ। তেওঁ তোমাক ৰাজকীয় ভাবে অভ্যর্থনা জনাব, কাৰণ তুমি মোক ভৰিখন ঘূৰাই দিলা।"

মোৰ পক্ষে এই প্রস্তাৱটো সম্পূর্ণ স্বাভাৱিক যেন লাগিল। ডাঙৰ ডাঙৰ ফুল তোলা এটা ড্রেচিং গাউন পিন্ধি মই সাজু হলোঁ। ফুলাম গাউনটোৰ বাবে ফাৰাওবোৰৰ লগত মোৰ কিছু সাদৃশ্য ফুটি উঠিছিল। ভৰিত এযোৰ তুৰস্ক দেশীয় জোতা পিন্ধি ললোঁ আৰু ৰাজকুমাৰীক কলোঁ মই সাজু।

আমি যাত্রা আৰম্ভ কৰাৰ পূর্বে ৰাজকুমাৰীয়ে তেওঁৰ ডিঙিত ওলমি থকা সেউজীয়া আঠাৰ অকমানি মূর্ত্তিটো টেবুলৰ ওপৰত সিচঁৰিত হৈ থকা কাগজবোৰৰ ওপৰত থলে। হাঁহি এটা মাৰি তেওঁ কলে—"এতিয়া ঠিক হৈছে। তোমাৰ কাগজ চেপাটোৰ বদলি তুমি এইটো পালা।"

তেওঁ সাপৰ ছালৰ দৰে চেঁচা আৰু মিহি হাতখন মোলৈ আগবঢ়াই দিলে আৰু আমাৰ যাত্রা আৰম্ভ হ'ল।

কিছু সময় আমি ধূসৰ মহাশূন্যৰ বুকুত কাঁড় যোৱাদি গৈ থাকিলোঁ। আমাৰ দুয়ো কাষে কিছুমান অস্পষ্ট ছাঁ ওপঙি গৈ আছিল। তাৰ পাছত হঠাতে এটা সময়ত আমি পানী আৰু আকাশৰ বাহিৰে একো নেদেখা হলোঁ।

এক মুহূর্ত্তৰ পাছত মই পাথৰেৰে তৈয়াৰী চাৰি চুকীয়া বিৰাট স্তম্ভসমূহ দেখা পালোঁ। দূৰৈৰ দিগন্তৰ বিপৰীতে সেই ওপৰ ভাগ আছিল সমান। সেই স্তম্ভসমূহৰ মাজত থিয় হৈ আছিল স্ফিংক্সবোৰ।

আমি পালোঁহি।

ৰাজকুমাৰীয়ে মোক গোলাপী ৰঙৰ শিলৰ পর্বত এটাৰ ওপৰলৈ বাট

দেখুৱাই লৈ গ'ল—তাত এটা ঠেক চাপৰ বাট আছিল। বাটটো ইমান সৰু আছিল যে পর্বতৰ গাত সেইটো চিনি পোৱা টানেই হ'লহেঁতেন—সন্মুখত জাকজমকীয়া ভাস্কর্য্যৰ নিদর্শনেৰে দুটা একশিলা স্তম্ভ থকা কাৰণেহে বাটটো চকুত পৰিছিল।

হাৰমন্থিচে বন্তি এগছ জ্বলাই মোক আগুৱাই লৈ গ'ল। পর্বতৰ গাত কটা এটা দীঘলীয়া বাটেদি আমি গৈ থাকিলোঁ। বেৰবোৰ শাৰী শাৰী হায়াৰোগ্লাফিক আৰু নানা ধৰণৰ ৰূপকৰ নিদর্শনেৰে ভৰি আছিল। এইবোৰ সম্পূর্ণ কৰিবলৈ হেজাৰ হেজাৰ মানুহৰ হেজাৰ হেজাৰ বছৰ লাগিছিল।

এই অন্তহীন যেন লগা পথটো এটা সময়ত আহি চাৰি চুকীয়া এটা কোঠাত শেষ হ'লহি। কোঠাটোৰ ভিতৰত দ নাদ কিছুমান খন্দা আছিল। লোহাৰ হাকোতাত লগাই থোৱা অকোৱা-পকোৱা চিৰিয়েদি আমি তললৈ নামি গলোঁ। নাদৰ ভিতৰেদি যোৱা ৰাস্তা গৈ বেলেগ বেলেগ কোঠাত লাগিছে। তাৰ পৰা আকৌ দীঘলীয়া বাৰাণ্ডাবোৰ—সেইবোৰ সাপ, ঈগল চৰাই, নানা তৰহৰ ধর্মীয় চিহ্ন আৰু সীমাহীন লিপিৰে সুসজ্জিত। এই লিপিবোৰ অনন্ত কাল আগত লৈ থকা মৃত ব্যক্তিসকলেহে পাঠ কৰাটো সম্ভৱ। এই ভয়ঙ্কৰ সৃষ্টিসমূহ নিশ্চয় কোনো জীৱন্ত চকুৰ বাবে নির্মাণ কৰা হোৱা নাছিল।

অৱশেষত আমি এটা প্রকাণ্ড মুকলি কোঠাত সোমালোঁহি। সেইটো ইমান ডাঙৰ যে তাৰ বিস্তৃতি দৃষ্টিয়ে ঢুকি পোৱা দূৰত্বৰ বাহিৰলৈ গৈছে। যিমান দূৰলৈ দৃষ্টি যায়, মাত্র দেখা যায় শাৰী শাৰী বিশাল স্তম্ভসমূহ আৰু সেইবোৰৰ মাজে মাজে ঢিমিক ঢামাককৈ জ্বলি ভয় লগা ধৰণৰ হালধীয়া তৰা কিছুমানে যেন দূৰৈৰ সীমাহীন দূৰত্বৰ গভীৰতাহে স্পষ্ট কৰি তুলিছে।

ৰাজকুমাৰী হাৰমন্থিচে মোক হাতত ধৰি লয়লাসে আগুৱাই নিওঁতে চিনাকি মমী কিছুমানক সম্বর্দ্ধনা জনাই গৈছিল।

সেই অস্পষ্ট পোহৰ লাহে লাহে মোৰ চকুত সহনীয় হৈ অহাত মই মোৰ চাৰিওফালে থকা বস্তুবোৰ ভালদৰে দেখা পালোঁ। হেজাৰ হেজাৰ বছৰৰ আগতে লুপ্ত হোৱা মানৱ জাতিসমূহৰ ৰজাসকল সিংহাসনত বহি আছিল।

ওখ শুকান বৃদ্ধসকলৰ গাৰ ছালবোৰ সম্পূৰ্ণৰূপে শুকান আৰু কুঞ্চিত-প্ৰলেপ লগাই সেইবোৰ ক'লা কৰা হৈছে। তেওঁলোকৰ মূৰত সোণৰ শিৰস্ত্ৰাণ, বহুমূলীয়া পাথৰ লগোৱা বক্ষাভৰণ আৰু কণ্ঠাভৰণ। তেওঁলোকৰ চকুবোৰ স্ফিংস্কৰ চকুৰ দৰে স্থিৰ আৰু বহু শতাব্দীৰ স্পৰ্শত দাড়িবোৰ ৰবৰৰ দৰে বগা হৈ গৈছে। তেওঁলোকৰ পিচপিনে ঔষধযুক্ত প্ৰলেপ ঘঁহা তেওঁলোকৰ প্ৰজাসকল পুৰোহিত সকলে নিৰ্দিষ্ট কৰা মিছৰৰ প্ৰাচীন পদ্ধতি অনুযায়ী স্থিৰ-নিশ্চল হৈ থিয় হৈ আছে। সেই সকলৰ পিচ পিনৰ পৰা এটা "মেও মেও" ৰব আৰু লগতে পাখি লৰোৱা শব্দ আৰু ইতিকিঙৰ হাঁহিৰ ৰোল ভাঁহি আহিছিল। সেইবোৰ আছিল মেকুৰী, ঘৰিয়াল আৰু বগলী জাতীয় চৰাই। শুকান কাপোৰেৰে মেৰিয়াই মমী কৰি ৰখা সিহঁতৰ চেহেৰা আছিল অধিক ভয়াবহ।

তাত আটাইকেইজন ফাৰাও আছিল—শ্বিয়পচ্, চেফৰেনচ্, চম্মেটিচাচ, চেচচ্ট্ৰিচ, এমেন'টেফ্—পিৰামিডৰ আটাইকেউজন ক্ষমতাশালী ৰজা। সকলোতকৈ ওখ আসনত বহিছিল ৰজা ক্ৰ'নচ। তেওঁ মহা প্লাৱনৰ সময়ত ৰাজত্ব কৰিছিল আৰু আছিল টাবাল কেইন। তেওঁ আছিল ক্ৰ'নচৰ পূৰ্ববৰ্ত্তী। ৰজা সিসৌথ্ৰচৰ দাড়ি ইমান দীঘল হৈছিল যে যিখন শিলৰ মেজত তেওঁ চিন্তাশীল ভাবে আঁউজি টোপনিয়াই আছিল, সেইখনৰ চাৰিওপিনে সেই দাড়ি সাত বাৰ মেৰ খাই গৈছিল।

দূৰৈত অনন্ত কালৰ ধুৱলি-কুঁৱলীৰ মাজেদি মই আডমৰ পূৰ্ববৰ্ত্তী বাসত্তৰ জন ৰজাক তেওঁলোকৰ বাসত্তৰটা জাতিৰ প্ৰজাবৰ্গৰ সৈতে দেখিবলৈ পালোঁ। সেই সকলৰ কোনো চিন আজি আৰু পৃথিৱীত নাই।

এই অদ্ভুত পৰিবেশৰ সৈতে অভ্যস্ত হবলৈ কেই মিনিটমান সময় দি ৰাজকুমাৰী হাৰমস্থিচে মোক দেউতাক ফাৰাওৰ ওচৰলৈ লৈ গ'ল।

তেওঁ ৰাজকীয় ভঙ্গীত মূৰ লৰালে।

"মোৰ ভৰিখন পালোঁ, মোৰ ভৰিখন পালোঁ।" ৰাজকুমাৰীয়ে সৰু সৰু হাত দুখনেৰে চাপৰি বজাই আনন্দত চিয়ঁৰি চিয়ঁৰি কলে—"এই দয়ালু মানুহজনে মোক ভৰিখন দি দিলে!"

ক'লা, পিতল বৰণীয়া, তাম বৰণীয়া, কেমে, নাহাচি আদি বিভিন্ন জাতিৰ

সকলো লোক সমস্বৰে চিয়ঁৰি উঠিল—"ৰাজকুমাৰী হাৰমন্থিচে তেওঁৰ ভৰিখন পালে!" আনকি টোপনিয়াই থকা সিসৌথ্ৰচেও গাটো অলপ লৰাই চকুৰ গধুৰ পতা দুটা তুলি গোফকোচাত আঙুলি বুলালে আৰু শ শ শতাব্দী পাৰ হৈ অহা প্ৰাচীন দৃষ্টিৰে মোৰ মুখলৈ চালে।

"নৰকৰ কুকুৰ ওমচ আৰু সূৰ্য্য আৰু সত্যৰ কন্যা মেইৰ নামত মই কওঁ—এই ল'ৰাজন সাহসী আৰু দক্ষ।" হাৰমন্থিচৰ দেউতাকে এই কথাখিনি কৈ পদুম ফুল লগোৱা আগটোৰে তৰোৱালখন মোলৈ আগুৱাই দিলে আৰু প্ৰশ্ন কৰিলে—"পুৰস্কাৰ হিচাপে তুমি কি বিচাৰা?"

সপোনত কেতিয়াবা মানুহৰ মনলৈ দুৰ্জয় সাহস আহে আৰু তেতিয়া একোকেই অসম্ভৱ যেন নালাগে। সেই সাহসতে মই হাৰমন্থিচৰ পাণি প্ৰাৰ্থনা কৰিলোঁ—তেওঁক মই ভৰিখন দিছোঁ আৰু তাৰ বিনিময়ত হাত এখনেই উপযুক্ত পুৰস্কাৰ হ'ব বুলি মোৰ ধাৰণা হ'ল। লগতে মোৰ সুৰুচিৰো পৰিচয় দিয়া হ'ল।

মোৰ সাহস দেখি ফাৰাও অতি আচৰিত হ'ল আৰু আঃনাৰ নিচিনা চকু দুটা অতি বহলকৈ মেলি প্ৰশ্ন কৰিলে—"তুমি ক'ৰ পৰা আহিছা? বয়স কিমান?" মই উত্তৰ দিলোঁ—"মহান ফাৰাও! মই ফৰাছী আৰু মোৰ বয়স সাতাইচ বছৰ।"

"সাতাইচ বছৰ! আৰু তেওঁ ৰাজকুমাৰী হাৰমন্থিচক বিয়া কৰাব খোজে—যাৰ বয়স তিনি হেজাৰ বছৰ!!" তাত থকা আটাইকেইজন ৰজা আৰু সকলোবোৰ মানুহ সমস্বৰে চিয়ঁৰি উঠিল।

কিন্তু হাৰমন্থিচক দেখি অনুমান হ'ল তেওঁ যেন প্ৰস্তাৱটোত একো অস্বাভাৱিকতা দেখা নাই।

ফাৰাৱে কৈ গ'ল—"তোমাৰ বয়স দুহেজাৰ বছৰো হোৱা হলে মই ৰাজকুমাৰীক অতি আনন্দেৰে তোমালৈ দিলোঁহেঁতেন কিন্তু তোমালোকৰ বয়সৰ ব্যৱধান অতি বেছি। আমাৰ কন্যাসকলৰ স্বামীবোৰ কালজয়ী হ'ব লাগে। তোমালোকে নিজকে সংৰক্ষণ কৰা বিদ্যা পাহৰি গৈছা। মাত্ৰ পোন্ধৰ শতিকাৰ আগতে শেষ বাৰ এজনক অনা হৈছিল—এতিয়া তেওঁৰ অৱশিষ্ট আছেগৈ মাত্ৰ এমুঠি ধূলি। কিন্তু মোলৈ চোৱা—মোৰ গাৰ মাংস

শিলৰ দৰে টান, হাড ইস্পাটৰ দৰে কঠিন। পৃথিৱীৰ অন্তিম দিনাও মোৰ মুখ আৰু দেহ জীৱন কালত থকাৰ দৰেই একেদৰে থাকিব। মোৰ কন্যা হাৰমন্থিচে এটা পিত্তলৰ মূৰ্ত্তিতকৈ দীৰ্ঘস্থায়ী হ'ব। পৃথিৱীৰ শেষ দিনা তোমাৰ দেহৰ ধূলিকণাবোৰ বতাহে চাৰিওফালে সিঁচৰিত কৰি দিব আৰু যি আইচিচে অচিৰিচৰ দেহৰ বিক্ষিপ্ত অংশবোৰ সংগ্ৰহ কৰিবলৈ সফল হৈছিল, তেৱোঁ তোমাৰ দেহৰ সিঁচৰিত হোৱা ধূলি কণাবোৰ এক গোট কৰিবলৈ অতি কষ্ট পাব। চোৱা—মোৰ দেহত কিমান শক্তি আছে আৰু মোৰ বাহু কিমান বলী।"

কথাখিনি কৈ তেওঁ ইংৰাজ পদ্ধতিত মোৰ হাতখন ইমান বলেৰে জোকাৰি দিলে যে তেওঁৰ হাতৰ আঙঠিয়ে মোৰ হাতৰ আঙুলি কাটি পেলোৱাৰ উপক্ৰম হ'ল। তেওঁ মোক ইমান বলেৰে সাৱটি ধৰিলে যে মই সাৰ পাই দেখিলোঁ মোৰ বন্ধু আলফ্ৰেডে মোক জগাবৰ বাবে জোকাৰি জোকাৰি বাহুত ধৰি টানি আছে।

"তুমি কি ধৰণে শুইছাহে? এতিয়া তোমাক বাটলৈ টানি নি কাণৰ ওচৰত বাজনা বজাব লাগিব নেকি? চুপৰীয়া হৈ গ'ল। মনত আছেনে নাই—তুমিযে মোক চিনেমা দেখুৱাম বুলি কৈছিলা?"

"ভগৱান! মই একেবাৰে পাহৰি গৈছোঁ।" মই উত্তৰ দিলোঁ আৰু লৰালৰিকৈ কাপোৰ পিন্ধিবলৈ ধৰিলোঁ—"আমি এতিয়াই যাম। টিকত মোৰ টেবুলৰ ওপৰতে আছে।"

টিকত কেইটা আনিবলৈ মই টেবুলৰ ওচৰলৈ গলোঁ কিন্তু তাত মোৰ বাবে অধিক আশ্চৰ্য্য থুপ খাই আছিল। দেখিলোঁ—কালি মই কিনা মমীৰ ভৰিখনৰ সলনি তাত ৰাজকুমাৰী হাৰমন্থিচে থৈ যোৱা সেউজীয়া অকমানি মূৰ্ত্তিটোহে আছে।

—+—

## ॥ গৰখীয়া ॥

## [ THE HERDSMAN ]

### —মিখেইল চল'কভ

[ চোভিয়েট ৰুছিয়াৰ প্ৰখ্যাত লেখক মিখেইল চল'কভ লেনিন আৰু নোবেল পুৰস্কাৰ বিজয়ী। চুটি গল্পৰে সাহিত্যিক জীৱনৰ পাতনি মেলি চল'কভে পিছত "টেল ফ্ৰম দি ডণ" প্ৰমুখ্যে কেবাখনো বিশ্ব বিখ্যাত উপন্যাস ৰচনা কৰে। তেওঁৰ লিখনীসমূহ পৃথিৱীৰ নকৈটা ভাষালৈ অনুদিত হৈছে। ৰুছিয়াৰ গৃহ যুদ্ধত অংশ গ্ৰহণ কৰি তাৰ ব্যক্তিগত অভিজ্ঞতাৰ পৰাই তেওঁ এই ৰচনাসমূহৰ বিষয়-বস্তু সংগ্ৰহ কৰিছে। তেওঁৰ অন্যান্য কেইটামান গল্পৰ লগতে "গৰখীয়া" ( দি হাৰ্ডচমেন ) গল্পটোও ৰূপালী পৰ্দালৈ ৰূপান্তৰিত হৈছে। ]

[ ১ ]

ৰ'দৰ তাপত মুগা বৰণীয়া, হোৱা পূবৰ বিশাল তৃণভূমি আৰু লুণীয়া জলাহ অঞ্চলৰ পৰা প্ৰায় ষোল দিন হ'ল—একেৰাহে গৰম বতাহ আহি আছে।

মাটি শুকাই ফাট মেলিছে। ৰ'দৰ তাপত ঘঁাহবোৰ লেৰেলি হালধীয়া হৈ গৈছে, আনকি ডাঙৰ ৰাস্তাৰ দাঁতিয়ে দাঁতিয়ে থকা কুঁৱাবোৰবো তলিলৈকে শুকান। পথাৰৰ শস্যৰ থোকবোৰো শিহৰ ভিতৰতে শুকাই কুঁজা বুঢ়া মানুহৰ দৰে তললৈ দোঁ-খাই গৈছে।

উত্তপ্ত দুপৰীয়া গাৱঁৰ ভিতৰত এটা ঘণ্টাৰ ধাতৱ শব্দ বতাহৰ লগত চাৰিও পিনে বিয়পি গ'ল।

গৰমৰ দুপৰীয়াটো চাৰিও পিনে নিস্তব্ধ। মাত্ৰ পথাৰৰ দাঁতিয়েদি খোজ কাঢ়ি অহা মানুহৰ ভৰিৰ শব্দ আৰু খোজত উৰি অহা ধূলি নাইবা কোনোবা বুঢ়াই লাঠী ঠক্‌ঠকাই দীঘলীয়া ৰাস্তাত খোজ কাঢ়ি যোৱাৰ শব্দ।

ঘণ্টাৰ শব্দই ৰাইজক গাৱঁৰ মেললৈ মাতিলে। গাৱঁৰ সকলোৰে গৰুবোৰ

চৰাবলৈ এজন গৰখীয়া লাগে। আজিৰ মেলত এজন গৰখীয়া নিৰ্ব্বাচন কৰা হ'ব।

কাৰ্য্যনিৰ্বাহক কমিটিৰ অফিচত মানুহৰ গুণগুণনি আৰু লগতে ধপাতৰ ধোঁৱাত গোটেই অফিচ ধুঁৱলি-কুঁৱলি। সভাপতিয়ে পেঞ্চিল এডালৰ মূৰেৰে মেজত টকৃটকালে।

"বাইজ, আমাৰ পুৰণি গৰখীয়াই জনাইছে আমি তেওঁক দিয়া দৰমহা যথেষ্ট নহয়, সেইবাবে তেওঁ গৰু চৰাব নোৱাৰে।" তাত উপস্থিত থকা ফ্ৰলভে প্ৰস্তাব কৰিলে—"আমাৰ কাৰ্য্যনিৰ্বাহক কমিটিয়ে গ্ৰেগৰীৰ নামটো নতুন গৰখীয়া হিচাবে প্ৰস্তাব কৰিছে। তেওঁ ইয়াৰে মানুহ, ইয়াতেই জন্ম। আনহাতে তেওঁ ঘাটমাওৰা আৰু এজন ডেকা কমিউনিষ্ট। আপোনালোকে জানে তেওঁৰ দেউতাক এইখন গাৱঁৰে মুচী আছিল। এতিয়া গ্ৰেগৰীৰ অকল ভনীয়েক এজনীহে আছে আৰু সিহঁতৰ জীবিকাৰ কোনো বাট নাই। সেই কাৰণে বাইজ, গ্ৰেগৰীক গৰখীয়া হিচাবে নিযুক্তি দিয়াৰ বিষয়টো আপোনালোকে ভাল দৰে বিবেচনা কৰি চাই সন্মতি দিব বুলি আশা কৰিছোঁ।"

কিন্তু এই কথাখিনি বুঢ়া নেস্তেৰ'ভৰ মনঃপুত নহ'ল। হাতৰ লাঠী ডালৰ মূৰটো ওলোটাই লৈ তাত ভেজা দি থিয় হৈ তেওঁ মাত লগালে, "তাৰ দ্বাৰা আমাৰ কাম নচলিব। আমাৰ গৰুৰ জাকটো ডাঙৰ, সি কেনেকৈ চম্ভালিব? ওচৰত চৰণীয়া পথাৰ নাই, সি দূৰৈৰ ঘাঁহনি পথাৰলৈ গোটেই জাকটো লৈ যাব লাগিব। সি আগেয়ে এই কাম কৰা নাই। তাৰ হাতত পৰিলে শৰত কাললৈ আধামান গৰু-পোৱালী নাইকিয়া হ'ব।"

মিলৰ মালিক ইগনেট এটা কপটীয়া বুঢ়া। সি মুখত মৌ আৰু পেটত গৰল লৈ নাকেৰে মাতটো উলিয়াই ক'লে, "কাৰ্য্যনিৰ্বাহকৰ সহায় নোলোৱাকৈয়ো আমি এটা গৰখীয়া বন্দোৱস্ত কৰিব পাৰিম। এই কামৰ বাবে আমাক এনেকুৱা এজন বুঢ়া মানুহ লাগে যি জনৰ গৰুৰ বিষয়ে ভাল অভিজ্ঞতা আছে।"

"ঠিক কৈছা, ককা", এজনে সমৰ্থন কৰিলে।

"ৰাইজ, আপোনালোকে যদি এজন বুঢ়া মানুহ লয়, তেতিয়া হ'লেহে গৰু পোৱালীবোৰ হেৰাব। এতিয়া আৰু আগৰ দিন নাই। চাৰিও পিনে চোৰ ডকাইতৰ উৎপাত।" সভাপতিয়ে বক্তাৰ বিৰোধিতা কৰি ক'লে। তেওঁৰ মাতত দৃঢ়তা।

কোঠাটোৰ পিছ পিনে বহা কোনোবা এজনে তেওঁক সমৰ্থন কৰি কৈ উঠিল, "বুঢ়া মানুহেৰে আমাৰ কাম নহ'ব। আপোনালোকে জানে জাকটোৰ গৰুবোৰ ডাঙৰ গাই গৰু নহয়, এবছৰীয়া পোৱালীহে। সিহঁতক ৰাখিবলৈ হ'লে ৰখীয়াজনে কুকুৰৰ দৰে দৌৰিব পাৰিব লাগিব। যদি গোটেই জাকটো দৌৰে, তেতিয়া হ'লে বুঢ়াৰ পিনে আধ্যা পাৰৰ।"

হাঁহিৰ শব্দত কোঠাটো গম্‌গমাই উঠিল। কিন্তু মিলৰ গৰাকী ইগনেট বুঢ়াই নিজৰ গোজটো নেৰিলে আৰু পিছৰ পৰা গুনা মুগুনাকৈ ক'বলৈ ধৰিলে, "ইয়াত কমিউনিষ্টবোৰৰ কৰিবলগীয়া একো নাই, ভগবানক প্ৰাৰ্থনা কৰিলেই চব ঠিকে ঠিকে চলিব"—কথাখিনি কৈ কৈ বুঢ়াই তপা তালুখন মোহাৰিলে।

কিন্তু সভাপতিজনে এই কথা শুনি কঠোৰ সুৰত ক'লে, "ৰাইজ, এইবোৰ বাদানুবাদৰ কোনো দৰকাৰ নাই। বেছি তৰ্ক কৰিলে মই মেলৰ পৰা বাহিৰ কৰি দিম।"

ৰাতিপুৱা যেতিয়া গাৱঁৰ ঘৰবোৰৰ চিমনিৰ পৰা সেমেকা তুলাৰ দৰে দাঠ ধোঁৱাবোৰ ওলাই চাৰিও পিনে বিয়পি পৰিল, তেতিয়াই গ্ৰেগৰীয়ে এশ পঞ্চাচটা গৰুৰ জাকটোক গাৱঁৰ মাজেদি নি দূৰৈৰ ধুঁৱলি-কুঁৱলি পাহাৰৰ পিনে আগুৱাই লৈ গ'ল।

বিস্তিৰ্ণ ষ্টেপভূমিত বিভিন্ন জাতৰ চৰায়ে পুৱাৰ সঙ্গীত আৰম্ভ কৰিছিল আৰু কিছুমানে জাক পাতি ঘাঁহৰ ওপৰত জপিয়াই ফুৰিছিল।

গৰুৰ জাকটো শান্ত ভাৱে আগুৱাইছিল আৰু সিহঁতৰ খুৰাৰ গচকত মাটিবোৰ এৰাই একেবাহে বৰষুণৰ দৰে চিটিকি পৰিছিল।

গ্ৰেগৰীৰ লগত গৈছিল তনীয়েক ভুনিয়াতকা। তাই গৈছিল গৰখীয়াৰ সহায়কাৰী হিচাবে। তাইৰ মুগা বৰণীয়া বস্তা পৰা গাল দুখনেৰে মুখখন হাঁহিত উজ্জল—চকুত হাঁহি, ওঠত হাঁহি—মাত্ৰ লোতৰটা ৰসন্ত গৰকি

অহা এই পাট গাভৰুজনীৰ জীৱনত এতিয়া হাঁহিবেই সময়। ককায়েকৰ চিন্তাক্লিষ্ট গহীন মুখ, সৰু সৰু কাণৰ গৰুৰ জাক, গৰুৰ খোজৰ হেন্দোলনিত হালি-জালি থকা ঘাঁহবোৰ, আনকি আজি নাইবা কাইলৈ খাবলৈকো যে সিহঁতৰ হাতত এটুকুৰা ৰুটি নাই—এই গোটেই কথাখিনিয়েই যেন এক বিৰাট হাঁহিৰ সমল।

কিন্তু গ্ৰেগৰীৰ মুখত হাঁহি নাই। পুৰণি ফটা টুপীৰ তলত তাৰ কপালখন চিন্তাত কোঁচ খোৱা, তাৰ চকুত ক্লান্ত চাৱনি, যেন সি তাৰ প্ৰকৃত উনৈচ বছৰতকৈ বহুত বেছি কাল পাৰ হৈ আহিছে।

গৰুৰ গোটেই জাকটো শান্ত ভাৱে ধীৰে ধীৰে আগুৱাই যাওঁতে ৰাস্তাটোত বিয়পি পৰিছিল। পিছ পৰা গৰুবোৰক খেদিয়াই আগলৈ ঠেলি দি গ্ৰেগৰীয়ে ভনীয়েকৰ মুখলৈ চাই কলে, "ডুনিয়া, অহা শৰত কালি চহৰলৈ যাব পৰাকৈ আমি যথেষ্ট শস্য গোটাব পাৰিম। চহৰত মই মজদুৰবোৰৰ শিক্ষানুষ্ঠানত যোগ দিম আৰু তোকো কিবা এটা শিক্ষা দিয়াৰ ব্যৱস্থা কৰিম। দৰকাৰী কিতাপ আমি চহৰতে পাম। জাননে ডুনিয়া, তাৰ মানুহবোৰে সদায় ভাল ৰুটি খায়—আমাৰ দৰে ঘাঁহ মিহলি ঘেঁহুৰ ৰুটি তাত কোনেও নেখায়।'

'কিন্তু ককাইদেউ, তালৈ যাবলৈ টকা আমি ক'ত পাম?"

"কি আঁকৰী অ' তই। সিহঁতে আমাক গৰু চৰোৱা বাবত শস্য দিব আৰু তাৰ পৰাই আমি টকা পাম। শস্যবোৰ আমি বিক্ৰী কৰি দিম। লগতে আমি মাকৈ বিক্ৰী কৰিম আৰু জুই জ্বলাবলৈ গোবৰৰ পিঠা বনায়ো বিক্ৰী কৰিম।"

ৰাস্তাৰ মাজত থিয় হৈ গ্ৰেগৰীয়ে হাতৰ লঠীডালেৰে মাটিত যোগ-বিয়োগ কৰি হিচাপ কৰিবলৈ ধৰিলে।

"আমি এতিয়া কি খাম, গ্ৰিচা? আমাৰ লগততো এতিয়া ৰুটি নাই।" ডুনিয়াই চিন্তাৰ সুৰত ক'লে।

"চাচোন, মোৰ মোনাত অকণমান শুকান ৰুটি আছে।" ককায়েকে কলে।

"ককাইদেউ, এতিয়াই যদি আমি এইখিনি খাই পেলাওঁ, কাইলৈনো কি খাম?"

"চিন্তা নকৰিবি। মই আহিবৰ সময়ত সভাপতিয়ে কৈছে কাইলৈ হেনো কোনোবা এজনে আমালৈ আটা লৈ আহিব।"

ছুপৰীয়াৰ বেলিটো লাহে লাহে লহিয়াবলৈ ধৰিলে। গ্রেগৰীৰ পুৰণা কাপোৰৰ ঘামত সেমেকা চোলাটো কান্ধত লিপিত খাই লাগি ধৰিছিল।

গৰুবোৰ একেৰাহে আগবাঢ়ি গৈ আছিল। মাখিবোৰে গৰু পোৱালী-বোৰক কামুৰিছিল। মাখিৰ ভেনভেননি আৰু গৰুৰ হেম্বেলনিয়ে ছুপৰীয়াৰ নিৰ্জনতা ভঙ্গ কৰিছিল।

গধূলিৰ লগে লগে সিহঁত আহি গৰুখুটি পালেহি। ওচৰতে এটা সৰু খাল আৰু বৰষুণত জহি খহি যোৱা মানুহ থকা ঘৰ এটা।

গ্রেগৰীয়ে দৌৰি দৌৰি গৰুবোৰক আগুৰি আনি খুটিৰ ভিতৰত সুমুৱাবলৈ জপনাখন খুলি দিলে। এটা এটাকৈ গৰুবোৰ সোমাই যাওঁতেই গ্রেগৰীয়ে জাকটো পূৰা আহিছেনে নাই গণি চালে।

[২]

খালটোৰ বিপৰীত পিনে ঢিপ এটাৰ ওপৰত গ্রেগৰীয়ে নতুনকৈ থকা ঘৰ এটা বনালে। দুয়ো ভাই-ভনীয়ে লগ লাগি বেৰবোৰ গোবৰেৰে লেপিলে। গ্রেগৰীয়ে খেৰ আনি চালখন উঠালে।

পিছ দিনা সভাপতিজন ওলালহি। তেওঁ লগতে গ্রেগৰীৰ বাবে অলপ আটা আৰু এমোনা মাকৈ লৈ আহিছিল। ঘৰটোৰ ছাঁত বহি তেওঁ এটা চিগাৰেট জ্বলালে।

তেওঁ ক'লে, "গ্রেগৰী, তুমি বৰ ভাল ল'ৰা। এতিয়া তুমি গৰুবোৰৰ যত্ন লোৱা। শৰত কাল আহিলে আমি জিলাৰ সদৰলৈ যাম। তাৰপৰা তুমি ইচ্ছা কৰিলে অইন ঠাইলৈকো পঢ়িবলৈ যাব পাৰিবা। জনশিক্ষা বিভাগত কাম কৰা ল'ৰা এজনক মই চিনি পাওঁ, তেওঁ তোমাক যি লাগে সহায় কৰি দিব।

আনন্দত গ্রেগৰীৰ মুখখন ৰঙা হৈ উঠিল। সভাপতি যাবলৈ থিয় হোৱা দেখি গ্রেগৰীয়ে তেওঁৰ হাতত ধোঁৱাৰ লেকামডাল তুলি দি হাতখনত

সন্মানেৰে মোহাৰি দিলে। ঘোঁৰাটো দূৰলৈ গৈ থাকোঁতে তাৰ খুৰাৰ পৰা উৰা ধূলিবোৰলৈ চাই গ্ৰেগৰী কিছু সময় তাতে থিয় দি থাকিল।

ৰ'দৰ তাপত মৰহি যোৱা বিস্তিৰ্ণ ষ্টেপভূমি সূৰ্য্যোদয় আৰু সূৰ্য্যাস্তৰ সময়ত সদায় উজ্জল হৈ উঠে কিন্তু দুপৰীয়াৰ ৰ'দৰ তাপে যেন গোটেই ৰসখিনি শুহি লয়। গ্ৰেগৰীয়ে ওপৰ মুৰাকৈ শুই দূৰৈৰ নীলা পৰ্বতৰ শাৰী-লৈ চাই ৰ'ল। তাৰ অনুভৱ হ'ল এই বিশাল তৃণভূমি যেন জীৱন্ত, কিন্তু ইয়াৰ বুকুত থকা সৰু ডাঙৰ নানা গাওঁ আৰু চহৰৰ গধুৰ বোজা লৈ এই স্তেপভূমি যেন যন্ত্ৰণাত কাতৰ হৈ পৰিছে। ইয়াৰ মাটিবোৰেও যেন উশাহ ল'বৰ বাবে যন্ত্ৰণাত কোঁপাই আছে। আৰু ডাঠ শিলাময় আৱৰণৰ তলত অইন এটা জীৱনে যেন মুক্ত হ'বৰ বাবে সংগ্ৰাম কৰি আছে, সেই জীৱনৰ কথা সি অনুভৱহে কৰে, বুজাব নোৱাৰে।

চিন্তা কৰি এই ৰ'দালি দুপৰীয়া বেলিকাও এক অজান ভয়ত তাৰ বুকুখন যেন কঁপি উঠিল। চকুৰে মনিব নোৱৰালৈকে পৰ্ব্বতৰ শাৰী, বতাহত কঁপি থকা সন্মুখৰ সীমাহীন ষ্টেপভূমি আৰু মুগা বৰণীয়া ঘাঁহৰ মাজে মাজে ঘূৰি ফুৰা গৰুৰ জাকলৈ চাই গ্ৰেগৰীয়ে নিজকে নিজে কলে, কটিৰ কটা চকল এটা যি দৰে গোটা কটিটোৰ পৰা সম্পূৰ্ণ বেলেগ হৈ পৰে, সেই দৰে সিও পৃথিৱীখনৰ পৰা সম্পূৰ্ণ বিচ্ছিন্ন হৈ পৰিছে।

শনিবাৰে গধূলি পৰত গ্ৰেগৰীয়ে অইন দিনাৰ দৰেই গৰুৰ জাকটো খুটিলৈ খেদি লৈ গ'ল। ডুনিয়াই ঘৰৰ ওচৰত একুৰা জুই ধৰি মাকৈ অলপ সিজালে, লগতে সুগন্ধি গছৰ পাত কিছুমানো জুইত দিলে।

পাছত জুই কুৰাৰ ওচৰতে বহি গ্ৰেগৰীয়ে জুইত দিয়া দুৰ্গন্ধ গোবৰৰ পিঠাবোৰ হাতৰ লাঠী ডালেৰে খুচৰি লাহেকৈ কলে, 'গ্ৰিচাটকাৰ গৰু পোৱালীটোৰ বেমাৰ লাগিছে। তালৈ খবৰ পঠিয়াব লাগিব।"

"মই গাঁৱলৈ গৈ খবৰটো দিম গৈ নেকি?" ডুনিয়াতকাই সহজ সুৰত সুধিলে।"

"নেলাগে। তই যাব নোৱাৰ। গোটেই গৰুৰ জাকটো মই অকলে কেনেকৈ চাম?" গ্ৰেগৰীয়ে ক্ষিপ্ৰ ভাবে কলে, তাৰ পিছত হাঁহি মাৰি সুধিলে—"ডুনিয়া, তোৰ ইয়াত বৰ অকলশৰীয়া লাগিছে নহয়?"

"সচাকৈ গ্ৰীচা, ইয়াত বৰ অকলশৰীয়া যেন লাগে। ইয়াত আমি এমাহ থাকিলোঁ আৰু এই গোটেই সময়খিনিৰ ভিতৰত মাত্ৰ এটা মানুহ দেখা পাইছোঁ, গোটেই জহ কালিটো আমি ইয়াত থাকিবলগীয়া হ'লে কেনেকৈ কথা পাতিব লাগে মই পাহৰি যাম।"

"দুদিন মান ধৈৰ্য্য ধৰ ডুনিয়া, শৰত কালি আমি চহৰলৈ যামেই নহয়। আমি দুয়ো স্কুললৈ যাম, তাৰ পিছ শেষ কৰি আমি ইয়ালৈ উভতি আহিম আৰু বৈজ্ঞানিক পদ্ধতিত খেতি কৰিম। ইয়াৰ মানুহবোৰৰ কোনো জ্ঞান নাই, সিহঁত যেন এতিয়াও টোপনিৰ জালত পৰি আছে। ইয়াত কোনেও লিখিব নাজানে পঢ়িব নাজানে, কাৰো ঘৰত এখন কিতাপ পাবলৈ নাই।"

"আমাৰ কথানো কোনে শুনিব? ইয়াৰ এইন মানুহবোৰৰ দৰেই আমিওতো মূৰ্খ।" ডুনিয়াই কলে।

সিহঁতে আমাৰ কথা শুনিব। গাৱঁত থাকোঁতে মই দলৰ চেক্রেটৰীৰ তাত লেনিনে লিখা কিতাপ এখন পঢ়িছিলোঁ। তাত কৈছে—মেহনতি কৰি খোৱা জনতাৰ হাতলৈ দেশৰ শাসনৰ ভাৰ আনিব লাগিব। আৰু শিক্ষাৰ বিষয়ে তাত কৈছে—দৰিদ্ৰ জনসাধাৰণক শিক্ষিত কৰিবই লাগিব।" কথাখিনি কৈ গ্ৰীচা আঁঠুকাঢ়ি বহিল। অস্তগামী সূৰ্যৰ সোণ বৰণীয়া পোহৰ পৰি তাৰ গাল দুখন উজ্জ্বল হৈ উঠিল।

সি দৃঢ়ভাৱে কলে, "আমি পঢ়িবই লাগিব। তেতিয়া হলেহে আমি আমাৰ প্ৰজাতন্ত্ৰখন শাসন কৰিবলৈ যোগ্য হম। চহৰত সকলো ক্ষমতা মেহনতি কৰি খোৱা জনতাৰ হাতলৈ আহিছে কিন্তু আমাৰ গাৱঁৰ সভাপতি-জন জমিদাৰ আৰু অন্যান্য সৰু সৰু গাওঁবোৰতো সভাপতিসকল ধনী সম্প্ৰদায়ৰ লোক।"

ডুনিয়াই কোমলকৈ কলে, "কৰাইদেউ, মানুহৰ ঘৰ মচি, কাপোৰ ধুই মই টকা আৰ্জিম। আৰু সেই সময়খিনিত তুমি পাঢ়বা।"

জুইত দিয়া গোবৰৰ পিঠাবোৰৰ পৰা ধোঁৱা ওলাইছিল আৰু সেইবোৰ মাজে মাজে ফট্‌ফটাই ফুটিছিল। গোটেই ষ্টেপভূমি নিশাৰ টোপনিত নিমগ্ন।

[ ৩ ]

দলৰ চেক্ৰেটৰী পলিতভৰ ওচৰৰ পৰা এজন সৈন্যই জিলাৰ সদৰলৈ যোৱাৰ বাটত গ্ৰেগৰীক বাতৰি দি গ'ল যে চেক্ৰেটৰীয়ে গ্ৰেগৰীক গাৱঁত লগ পাব খুজিছে।

পুৱতি নিশাই উঠি গ্ৰেগৰীয়ে যাত্ৰা আৰম্ভ কৰিলে আৰু দুপৰীয়া আহাৰৰ সময়ত আহি গাৱঁৰ সীমাৰ পাহাৰৰ ওচৰ পালেহি। পাহাৰৰ ওপৰৰ পৰা সি গাৱঁৰ ঘণ্টা বজোৱা ঘৰটো আৰু সেইটোৰ চাৰিওপিনে সিঁচৰিত হৈ থকা সৰু সৰু ঘৰবোৰলৈ চাই পঠিয়ালে। ঘৰবোৰৰ চালবোৰ খেৰৰ নাইবা চেপেটা লোহাৰ পাটৰ।

ফটা ভৰিৰে সি গাৱঁৰ পিনে আগবাঢ়িল।

গাৱঁৰ ক্লাব ঘৰটো পুৰোহিতৰ ঘৰত। ডাঙৰ কোঠাটোৰ মজিয়াত পাৰি থোৱা নতুন খেৰবোৰৰ ওপৰেদি সি খোজ কাঢ়ি আগুৱাই গ'ল।

খিৰিকিবোৰ বন্ধ থকা বাবে কোঠাটো আধা আন্ধাৰ আধা পোহৰ হৈ আছিল। খিৰিকিৰ ওচৰতে পলিতভে কাঠ কিছুমান লৈ এটা ফ্ৰেম বনোৱাত ব্যস্ত হৈ আছিল।

পলিতভে হাঁহি মাৰি গ্ৰেগৰীলৈ ঘামত সেমেকা হাতখন আগবঢ়াই দি কলে, "মই সকলো কথা শুনিছোঁ। বাৰু, তুমি একো চিন্তা নকৰিবা। জিলাৰ সদৰত মই খবৰ লৈছোঁ। তাত থকা তেলৰ মিলত কিছুমান ল'ৰা লাগে। কিন্তু এতিয়া যিমান দৰকাৰ তাতোকৈ বেছিহে আহিছে। গতিকে শৰত কাললৈকে তুমি গৰুৰ জাকটো ৰাখি থাকা, তাৰ পিছত সিহঁতে তোমাক স্কুললৈ পঢ়িবলৈ পঠিয়াব।"

"এই চাকৰিটো ৰাখিবলৈ মই মোৰ নিজৰ কামবোৰ বন্ধ কৰিব লাগিব। আমাৰ গাৱঁৰ জমিদাৰসকল মোক গৰখীয়া হিচাবে ৰখাৰ ঘোৰ বিৰোধী। তেওঁলোকে কয় মই কমিউনিষ্ট, মই ভগৱানক বিশ্বাস নকৰোঁ, নাস্তিক। গৰু চৰাবলৈ যাওঁতে মই হেনো প্ৰাৰ্থনা নকৰোঁ।" কথাখিনি কৈ গ্ৰেগৰীয়ে ক্লান্ত হাঁহি মাৰিলে।

খিৰিকিৰ বাৰত বহি পলিতভে হাতৰ ঠাৰিৰে চুলিখিনি কপালৰ পৰা

ওপৰলৈ ঠেলি দিলে আৰু ঘামত তিতা ডাঠ চেলাউৰি যোৰৰ তলৰ পৰা গ্ৰেগৰীলৈ লক্ষ্য কৰিলে।

"গ্ৰেগৰী, তুমি দেখোন খেৰ শুকুৱাদি শুকাইছা। খাবলৈ ঠিক মতে পাইছাতো?

"ঠিকেই পাইছোঁ।" উত্তৰ আহিল।

অলপ সময় দুয়ো নীৰবে ৰ'ল।

পলিতভে কলে, "বাৰু, এতিয়া মোৰ ঘৰলৈ যাওঁ ব'লা। তোমাক মই কেইখন মান নতুন আলোচনী দিম। জিলাৰ সদৰৰ পৰা অলপতে কিছুমান নতুন কিতাপ আৰু বাতৰি কাকত আমালৈ পঠিয়াইছে।"

কবৰ স্থানৰ দাঁতিৰ এটা ৰাস্তাইদি সিহঁত আগবাঢ়িল। ছাঁইৰ দ'মত মুৰ্গীবোৰে ঘঁহি ঘঁহি পাখিবোৰ চাফা কৰিছিল। নিৰ্জনতাই যেন এক অসহনীয় শব্দেৰে কাণৰ পৰ্দাত কোবাইছিলহি।

গ্ৰীচালৈ নোচোৱাকৈয়ে পলিতভে সুধিলে, "তুমি ইয়াত কিছু সময় নাথাকা কিয়? আজি আমাৰ এখন সভা আছে। ল'ৰাবোৰে সদায় তোমাৰ কথা সুধি থাকে। সিহঁতে কয়, গ্ৰীচা ক'ত? সি আজি কালি কি কৰে? যদি তুমি থাকা, সিহঁত আটাইকে লগ পাবা। ময়ো আজি সভাত আন্তৰ্জাতিক পৰিস্থিতিৰ বিষয়ে ক'ম। তেন্তে তুমি আজি ৰাতি মোৰ লগতে থাকা, কাইলৈ পুৱাই যাবাগৈ।"

"মই ৰাতি থাকিব নোৱাৰোঁ। ডুনিয়াই অকলে ইমানবোৰ গৰু চম্ভালিব নোৱাৰিব। মই বাৰু সভাত থাকিম আৰু সভা শেষ হোৱাৰ লগে লগেই ৰাতিয়েই গুচি যামগৈ।"

দুয়ো পলিতভৰ ঘৰৰ বাৰাণ্ডা পালেহি। ঠাইডোখৰ শীতল। শুকান আপেলৰ মৃদু সুগন্ধৰ লগত বেৰত আঁৰি থোৱা ঘোঁৰা দৌৰত ব্যৱহাৰ কৰা সঁজুলিৰ পৰা ঘোঁৰাৰ গাৰ গোন্ধ মিহলি হৈ আহিছিল।

কোঠাটোৰ একুকত এটা মদৰ পাত্ৰ আৰু ওচৰতে এখন সোতমোচ খোৱা বিচনা।

"এয়াই মোৰ শোৱা ঠাই। ঘৰৰ ভিতৰখন মই বৰ গৰম পাওঁ।" কথা খিনি কৈ পলিতভে কুঁজা হৈ হাফি অপৰিপাটী বিচনা চাদৰখনৰ তলৰ পৰা

বৰ যত্নেৰে কেইখনমান পুৰণি প্ৰাভদা আৰু দুখন কিতাপ উলিয়াই আনিলে। গ্ৰেগৰীৰ হাতত সেই কেইখন গুজি দি তেওঁ এটা সৰু ভাল দৰে চিলোৱা বস্তা উলিয়াই জোকাৰি মুখখন খুলিলে আৰু গ্ৰেগৰীক ক'লে—"ধৰাচোন।"

গ্ৰেগৰীয়ে বস্তাটোৰ মুখখনত ধৰিলেও চকু দুটাই কাগজৰ ছপা আখৰবোৰৰ ওপৰত দৌৰি ফুৰিবলৈ ধৰিলে।

পলিতভে আঁজলি আঁজলিকৈ আটা বস্তাটোৰ ভিতৰত ভৰাবলৈ ধৰিলে। বস্তাটো আধা ভৰ্ত্তি হ'লত জোকাৰি সমান কৰি সন্মুখৰ কোঠালৈ ওলাই গ'ল।

হাতত দুচপৰা ছাগলিৰ চৰ্ব্বি লৈ তেওঁ পুনৰ কোঠালৈ সোমাই আহিল আৰু শুকান কৰিৰ পাতত সেইখিনি বান্ধি টোপোলাটো আটাৰ বস্তাৰ ভিতৰত ভৰালে।

"যাবৰ সময়ত এইখিনি লৈ যাবা", গহীনাই তেওঁ গ্ৰেগৰীক কলে।

গ্ৰেগৰীৰ মুখ ৰঙা পৰিল, লৰালৰিকৈ কলে, "সেইবোৰ মই নিব নোৱাৰোঁ।"

"তুমি নিবই লাগিব।"

"মই নিনিওঁ।"

খঙত পলিতভৰ মুখখন শেতা পৰি গ'ল। গ্ৰেগৰীলৈ কঠোৰ দৃষ্টিৰে চাই তেওঁ চিঞৰি কলে,—"কিয় নিনিবা কোৱাচোন, নিজকে তুমি কমৰেড বুলি কোৱা। খাবলৈ নাপাই মৰিবা, তথাপি কাকো নোকোৱা। যদি এইখিনি নিনিয়া তেনেহলে তুমি মোৰ বন্ধু নোহোৱা।"

"তোমাৰ ভাগৰ এই অকণমান বস্তু—তাৰে মই এভাগ নিব নোখোজোঁ।"

"বাদ দিয়া সেইবোৰ"—পলিতভে কোমল সুৰত কলে আৰু গ্ৰেগৰীয়ে বস্তাটোৰ মুখখন বন্ধালৈ তেওঁ চাই ৰ'ল।

ৰাতি পুৱাৰ আগে আগে সভা শেষ হ'ল।

গ্ৰেগৰীয়ে ষ্টেপভূমিৰ মাজেদি যাত্ৰা আৰম্ভ কৰিলে। আটাৰ বস্তাটো কান্ধত ওলমি আছিল। ফটা ভৰি দুখনেও বৰ কষ্ট দিছিল, তথাপি সি আনন্দ মনেৰে ৰাতিপুৱাৰ নতুন সূৰ্য্যটোৰ পিনে চাই যাত্ৰা আৰম্ভ কৰিলে।

[ 8 ]

ৰাতিপুৱা জুপুৰীটোৰ পৰা ওলাই ভুনিয়াই জুই ধৰিবৰ বাবে শুকান গোবৰ বুটলিবলৈ আহোঁতে দুবৈত গ্ৰেগৰীক গৰু খুটিৰ পৰা দৌৰি অহা দেখি বুজিলে কিবা এটা হৈছে।

"কি হৈছে, ককাইদেউ ?"

"গ্ৰীচাটকাৰ গৰু পোৱালীটো মৰিল—অইন তিনিটাবো বেমাৰ লাগিছে। ভুনিয়া, তই গাৱঁলৈ যা। গ্ৰীচাটকা আৰু অইন মানুহবোৰকো খবৰ দেগৈ। সিহঁতক ইয়ালৈ আহিবলৈ কবি। সিহঁতৰ গৰু পোৱালীবোৰৰ বেমাৰ লাগিছে বুলি কবি।"

ভুনিয়াতকাই চাদৰখন গাত মেৰিয়াই লৈ পাহাৰৰ মাজে মাজে যাত্ৰা আৰম্ভ কৰিলে। তেতিয়া তাইৰ পিছ ফালৰ টিলাৰ ওপৰেদি সূৰ্য্যটোৱে ভুমুকিয়াইছিল।

ভনীয়েক যোৱাৰ পিছত সি লাহে লাহে আকৌ গৰুবোৰৰ ওচৰ পালেগৈ।

বেমাৰী গৰু পোৱালী তিনিটাক খোৱাবৰ দাঁতিত এৰি গৰুৰ জাকটো নামনিৰ ঘূলিটোৰ পিনে আগুৱাই গৈছিল। দুপৰীয়া বেমাৰী গৰু কেইটা মৰিল। গ্ৰেগৰীয়ে এবাৰ জাকটোৰ ওচৰলৈ আৰু এবাৰ খুটিলৈ অহা-যোৱা কৰি সময় কটাবলৈ ধৰিলে। আৰু দুটা গৰুৰ বেমাৰ লাগিল। এটা গৰু দীঘলীয়াকৈ বেৰাই বেৰাই খালটোৰ ওচৰৰ বোকা এসোপাৰ ওপৰতে বাগৰি পৰিল। তাৰ দুয়োটা চকুৰ পৰা পানী ব'বলৈ ধৰিলে। গৰুটোৰ এই যন্ত্ৰণা দেখি গ্ৰেগৰীৰো দুগালেদি চকুপানী নিগৰি আহিল।

সন্ধিয়া গৰুৰ গৰাকীক লৈ ভুনিয়া পালেহি। বুঢ়া আৰ্টেমে মৰা গৰুৰ পোৱালীটো লাঠী এডালেৰে খুচি চাই কলে—"ইহঁতৰ মৰক লাগিল। এতিয়া এই বেমাৰত পৰি গোটেই গৰুৰ জাকটো শেষ হ'ব।"

মৰা গৰুকেইটাৰ ছালবোৰ গুচাই সিহঁতে জকা কেইটা খালটোৰ দাঁতিতে গাঁত খান্দি পুতিলে। তাত ক'লা মাটিৰ নতুন ঢিপ এটা হ'ল।

পিছ দিনা পুৱা ভুনিয়াই আকৌ গাঁৱলৈ যাত্ৰা আৰম্ভ কৰিলে। আৰু সাতটা গৰুৰ পোৱালীৰ বেমাৰ লাগিল।

এইদৰে দিনৰ পিছত দিন বাগৰিবলৈ ধৰিলে আৰু খুটিত গৰুৰ সংখ্যা কমিবলৈ ধৰিলে। লগে লগে গ্ৰেগৰীৰো যেন বুকুখন শূণ্য হৈ আছিল। এশ পঞ্চাচটা গৰুৰ পৰা মৰি মৰি মাত্ৰ পঞ্চাচটাহে ৰ'লগৈ। গৰু গাড়ীত উঠি উঠি গৰুৰ গৰাকীহঁত আহে, মৰা গৰুবোৰৰ ছাল গুচায় আৰু তৰাং গাঁত একোটা খান্দি তাতে গৰুটো পুতি ওপৰত অলপ মাটি জাপি দি গাঁৱলৈ উভতি যায়।

শেষত গৰুবোৰক খোৱাৰত সুমুৱাটো অতি টান হৈ পৰিল। সিহঁতে মৃত্যু দূতৰ উপস্থিতি অনুভৱ কৰি ভয়ত বেৰাবলৈ ধৰে, নোসোমায়।

বাতিপুৱা শুকান মুখেৰে গ্ৰেগৰীয়ে খোৱাৰৰ দুৱাৰ খুলি গৰুবোৰ উলিয়াই তৃণ ভূমিৰ পিনে লৈ যায়। সিহঁত যাওঁতে সিহঁতৰ লগৰীয়াহঁতক পুতি থোৱা মাটিৰ ঢিপবোৰ পাৰ হৈ যাব লাগে।

গোটেই দিনটো তাত থাকে গৰুৰ মাংসৰ পচা গোন্ধ, গৰুৰ খোজত উৰি থকা ধূলি, অসহায় গৰুবোৰৰ দীঘলীয়া বেৰনি আৰু সূৰ্য্যৰ তাপ। এই বিশাল ষ্টেপ অঞ্চলত সূৰ্য্যৰ গতি যেন চিৰকালেই অতি মন্থৰ।

গাঁৱৰ পৰা চকাৰীবোৰে আহি গৰু খুটিত সোমোৱা ভয়ঙ্কৰ বেমাৰক ভয় খুৱাবলৈ খুটিৰ সীমাৰ চাৰিওপিনে গুলিয়ায়। তথাপি গৰু পোৱালীবোৰ মৰে আৰু গৰুৰ জাকটো ক্ৰমাৎ সৰু হ'বলৈ ধৰে।

গ্ৰেগৰীয়ে এটা কথা লক্ষ্য কৰিবলৈ ধৰিলে। মৰা গৰু পুতি থোৱা মাটিৰ ঢিপবোৰ যেন কিহবাই খুচৰিছে। ওচৰতে চোবোৱা হাড়। বাকী গৰুৰ জাকটো প্ৰায়ে অস্থিৰ হৈ পৰে। সিহঁতৰ যেন কিবা এটা ভয়।

এদিন ৰাতিৰ নিস্তব্ধতা ভঙ্গ কৰি হঠাতে গোটেই গৰুৰ জাকটো বেৰাবলৈ ধৰিলে আৰু খোৱাৰৰ বেৰ ভাঙি হুপ্ হুপাই বাহিৰলৈ ওলাই আহি গ্ৰেগৰী থকা ঘৰটোৰ ওচৰ পালেহি। পাচত সিহঁতে অলাই থোৱা জুই কুৰাৰ ওচৰতে গুই ঘাঁহ পাগুলি পাগুলি গধূৰ উশাহ লবলৈ ধৰিলে।

প্ৰথমতে গ্ৰেগৰীয়ে ইয়াৰ কাৰণটো বুজা নাছিল। এদিন ৰাতি কুকুৰৰ ভুকভুকনিত সি সাৰ পালে। কোটটো পিন্ধি সি লৰালৰিকৈ ঘৰটোৰ পৰা ওলাই অহাৰ লগে লগে গৰুৰ পোৱালীবোৰে জাক আগুৰি ধৰি সিহঁতৰ সেমেকা নাকবোৰ তাৰ গাত ঘঁহিবলৈ ধৰিলে।

অলপ সময় ঘৰৰ সন্মুখত থিয় হৈ থাকি সি কুকুৰবোৰক মাতি হুইচেল বজালে। লগে লগে ওচৰতে থকা সাপৰ ঘুলি নামেৰে জনাজাত ঘুলিটোৰ পৰা কুকুৰনেচীয়া বাঘৰ গোজৰণি শুনা গ'ল। টিলাটো আগুৰি থকা কঁাইটীয়া জোপোহাবোৰৰ মাজৰ পৰাও একে ধৰণৰ গোজৰণি উঠিল।

সি ঘৰটোৰ ভিতৰলৈ গৈ চাকি জ্বলালে আৰু ভনীয়েকক মাতিলে—"ভুনিয়া শুনিছনে ?"

পুৱতি নিশাৰ তৰা মাৰ যোৱাৰ লগে লগে বাঘৰ গোজৰণি নাইকিয়া হ'ল।

[ ৫ ]

মিলৰ গৰাকী ইগনেট আৰু মিখাইল নেষ্টৈৰভ সেইদিনা পুৱা খুটিলৈ আহিল। গ্ৰেগৰীয়ে ঘৰৰ ভিতৰত বহি জোতা মেৰামতি কৰি আছিল। ইগনেট বুঢ়া ভিতৰলৈ সোমাই গ'ল। ঘৰটোৰ মাটিৰ মজিয়াত বেৰৰ ফাকেদি সূৰ্য্যৰ পোহৰ পৰিছিলহি। বুঢ়াই মূৰৰ টুপীটো খুলি সূৰ্য্যৰ পোহৰত চকুৰ কোণ দুটা কোঁচালে আৰু কোঠাটোৰ চুকত আঁৰি থোৱা লেনিনৰ সৰু ফটোখনৰ সন্মুখত থিয় হৈ ক্ৰুছ চিন কৰিবলৈ হাতখন দাঙিলে। কিন্তু ঠিক সেই মুহূৰ্ত্ততে ফটোখন চিনি পাই বুঢ়াই লৰালৰিকৈ হাতখন নমাই চোলাৰ জেপত ভৰালে আৰু জোৰেৰে মজিয়াত থুৱাই খঙেৰে সুধিলে,

"সেয়াই ·· তোমাৰ ইয়াত পবিত্ৰ থাপনা নাই, নহয় ?"

"নাই।"

"এই পবিত্ৰ চুকটোত সেইজন কোন ?"

"লেনিন"

"ঠিকেই, আমাৰ সকলো দুৰ্গতিৰ কাৰণ এইটোৱেই যে য'তেই ভগবান নাই, ত'তেই বেমাৰ। সেই কাৰণেই আমাৰ গোটেই জাক গৰু পোৱালী মৰিল। ভগবান, তুমিয়েই আমাৰ ত্ৰাণ কৰ্ত্তা।" ইগনেটে খঙেৰে বলকি গ'ল। গ্ৰেগৰীয়ে ক'লে,—"ককা, পশু চিকিৎসকৰ সহায় নোলোৱাৰ কাৰণেহে আচলতে গৰুবোৰ মৰিল।"

বুঢ়া গুজৰি উঠিল, "আগেয়ে তোৰ এই পশু চিকিৎসকৰ সহায় নোলোৱাকৈয়ে আমাৰ গৰুবোৰ ভালে আছিল। এতিয়া তই বৰ পণ্ডিত ওলাইছ। যদি তই তোৰ পাপী কপালখনত কেইবাৰ মান ক্ৰুচ চিন দিয়, তেতিয়া হ'লে পশু চিকিৎসকৰ সহায়ৰ দৰকাৰ নহয়।"

মিখাই নেস্তেৰভে চকু দুটা পকাই চিঞৰি ক'লে, "সেই নাস্তিক মহাপাপীক সন্মান জনাই ওপৰত আঁৰি থব নালাগে। ফটোখন তললৈ নমা। তোৰ কাৰণে, তোৰ দম্ভৰ কাৰণে গোটেইবোৰ গৰু পোৱালী মৰিল।"

গ্ৰেগৰীৰ মুখখন খঙত শেতা পৰিল।

"তোমাৰ নিজৰ ঘৰত হুকুম জাৰি কৰিবা, মোৰ আগত দপদপাব নালাগে। তেওঁ নিষ্পেষিত জনতাৰ নেতা"-গ্ৰেগৰীয়ে খঙত কলে।

কথাষাৰ শুনি মিখায়ে যুদ্ধৰ কুকুৰাৰ দৰে ফেৰ পাতি উঠি চিঞৰি কলে, "আমাৰ কাম কৰিলে আমাৰ মতে চলিব লাগিব। তোৰ নিচিনা-বোৰক আমি ভালকৈ চিনি পাওঁ, ভালে ভালে চলিবি, নহলে তোৰ দম্ভালি ঠাণ্ডা কৰিম।"

কথা শেষ কৰিয়েই দুয়োজনে মূৰত টুপী পিন্ধি এটা শব্দও নোকোৱাকৈ গুচি গ'ল।

ডুনিয়াই ককায়েকৰ পিনে ভয়াতুৰ চকুৰে চাই আছিল। পিছ দিনা গাৱঁৰ কমাৰ তিখন আহিল তাৰ গৰু পোৱালী কেইটা কেনে আছে চাবলৈ।

সি গ্ৰেগৰীৰ ঘৰটোৰ ছাঁত বহিল, ধপাত খাই খাই তিক্ত শুকান হাঁহিৰে কলে, "আমাৰ জীৱন মিছা হে, পুৰণি সভাপতিক খেদি মিখাই নেস্তেৰভৰ জোৱাঁয়েক এতিয়া সভাপতি হৈছে। এতিয়া সিহঁতে নিজৰ সুবিধালৈ চাই চব কৰে। কালি মাটিৰ ভাগ বাটোৱাৰা হ'ল। ভগাওঁতে ভগাওঁতে যদি কোনোবা দুখীয়াৰ ভাগত ভাল মাটি এডৰা পৰে, তেতিয়া সিহঁতে আকৌ নতুনকৈ ভগাবলৈ আৰম্ভ কৰে। আৰু বেছি দিন নাই—এই ধনী মহাজনহঁতে আকৌ আমাৰ পিঠিত উঠি

ঘোঁৰা দৌৰাব। সিহঁতেই ভাল মাটি গোটেই সোপা গ্ৰাস কৰিলে, গ্ৰেগৰী আমাক দিছে বালি মাটি সোপা—এইবোৰেই হ'ল আজি-কালিৰ কথা-কাণ্ড।"

মাজ-ৰাতিলৈকে বহি বহি গ্ৰেগৰীয়ে এটুকুৰা কয়লা লৈ বহুল মুগা-বৰণীয়া গোমধানৰ পাত কেইখিলা মানত মাটিৰ অন্যায় ভাগ-বাটোৱাৰা আৰু পশু চিকিৎসকৰ সহায় নোলৈ বন্দুকেৰে গুলিয়াই গৰুৰ মহামাৰী খেদাবলৈ চেষ্টা কৰাৰ সকলো কথা লিখিলে। পাত কেইখিলা গাটাই সি সাৱধানে তিখনৰ হাতত দি ক'লে,—"যদি তুমি জিলাৰ সদৰলৈ যোৱা, তাত ক'ত প্ৰাভদা বাতৰি কাকতখন ছপা হয় সুধি ল'বা আৰু কাকতৰ অফিচত এই পাত কেইখিলা দিবা। মই যিমান দূৰ পাৰোঁ, সকলো কথা বুজাই লিখিছোঁ, কিন্তু পাত কেইখিলা জাপি নল'বা, কয়লাৰ লিখাবোৰ মচ খাই যাব।"

কমাৰে তাৰ কয়লাৰ দাগ লাগি ক'লা হোৱা আঙুলি কেইটাৰে সাৱধানে পাত কেইখিলা ধৰিলে আৰু চাৰ্টৰ মাজেদি বুকুত সুমুৱাই ললে। বিদায় লোৱাৰ আগতে সি হাঁহি মাৰি ক'লে, "মই জিলাৰ সদৰলৈ যাম। তাত হয়তো চোভিয়েট শাসন দেখিমগৈ। তিনি দিনত মই এশ পঞ্চাচ ভাৰ্ষ্ট খোজ কাঢ়িব পাৰোঁ। এসপ্তাহমানৰ পিছত উভতি আহি তোমাক লগ পামহি দেই।"

(৬)

শৰত কালৰ লগে লগে বৰষুণ আৰু সেমেকা বতাহ আহিল। এদিন পুৱাই ডুনিয়াতকা খোৱা বস্তু আনিবৰ বাবে গাৱঁলৈ গ'ল।

দূৰৈৰ পাহাৰৰ দাঁতিত গৰুবোৰে ঘাঁহ খাই ফুৰিছিল। ভেৰাৰ ছালৰ কোটটো কান্ধত পেলাই লৈ গ্ৰেগৰী ৰাস্তাৰ দাঁতিৰ শুকান ফুল এপাহ হাতৰ তলুৱাত মোহাৰি মোহাৰি গৰু জাকৰ পিচে পিচে চিন্তিত ভাবে গৈ আছিল তেনেতে দুজন অশ্বাৰোহী পাহাৰৰ ওপৰেদি ঘোঁৰা দৌৰাই আহি গ্ৰেগৰীৰ সন্মুখত ৰ'ল।

গ্ৰেগৰীয়ে তেওঁলোকক চিনি পালে। এজন মিথাই নেস্তেৰেভৰ জোৰাঁয়েক নতুন সভাপতি, আনজন মিল মালিক ইগ্‌নেটৰ পুতেক।

ঘোঁৰা দুটাৰ মুখেদি ফেন ওলাইছিল।

"এই গৰখীয়া, শুন"—এজনে চিঞৰিলে।

"কি হ'ল?"

"তোক লগ পাবলৈকে আমি আহিছোঁ।"

সভাপতিয়ে ঘোঁৰাৰ পিঠিতে অলপ লৰচৰ কৰি পিন্ধি থকা দীঘল কোটটোৰ বুটাম খুলিলে আৰু ভিতৰৰপৰা এখন হালধীয়া বাতৰি কাকত উলিয়াই বতাহত মেলি ধৰিলে।

"এইবোৰ তই লিখিছিলি নে?"

গ্ৰেগৰীৰ চকুৰ আগত মাটিৰ অন্যায় ভাগবাটোৱাৰা আৰু গৰুৰ বেমাৰৰ বিষয়ে গোমধানৰ পাতত লিখি পঠোৱা কথাবোৰ নাচিবলৈ ধৰিলে।

এজনে ক'লে, "আমাৰ লগত আহ।"

"ক'লৈ?"

"সৌ পাহাৰৰ দাঁতিলৈ। তোৰ লগত আমাৰ কথা আছে।" সভাপতিৰ ওঠ দুটা খঙত নীলা পৰিছিল, চকুৰ চাৱনি ভয়ঙ্কৰ হৈ উঠিছিল।

গ্ৰেগৰীয়ে হাঁহি মাৰি ক'লে, "ইয়াতে কোৱাচোন।"

সভাপতিয়ে উত্তৰ দিলে, "ইয়াতে ক'ব লাগে যদি ইয়াতেই ক'ম।" তেওঁ জেপৰ পৰা বিভলভাৰ এটা উলিয়াই ঘোঁৰাৰ লেকাম ডালত ধৰি দাঁত উলিয়াই গুজৰি উঠিল, "গাহৰী, বাতৰি কাকতলৈ খবৰ পঠিয়াইছ, নহয়?"

"কি হ'ল পিচে?" গ্ৰেগৰীয়ে শান্ত ভাবে সুধিলে।

"কি হ'ল জানিবি ৰ। তোৰ কাৰণে মই আচামীৰ কাঠগড়াত থিয় হ'ব লাগিব। বাতৰি দিছ নহয়, জহৰা কমিউনিষ্ট, উত্তৰ দে।"

উত্তৰৰ বাবে অপেক্ষা নকৰি সভাপতিয়ে গ্ৰেগৰীৰ নীৰৱ মুখত পোনে পোনে গুলী কৰিলে। জপিয়াই থকা পিচৰ ঘোঁৰাটোৰ খুৰাৰ

তলত গ্রেগৰী ঢলি পৰিল। এবাৰ মুখখন মেলিলে মৃত্যু যন্ত্ৰণাত খামোচ মাৰি ধৰি মুগা বৰণীয়া ঘাঁহ এসোপা উঠাই আনিলে, তাৰ পিছত স্থিৰ হৈ গ'ল।

ইগনেটৰ পুতেকে ঘাঁবাৰপৰা জাপ মাৰি নামি গ্রেগৰীৰ মুখৰপৰা হালোকা-গোলাকে ওপাই মহা তেজবোৰ বাধা দিবলৈ কলা মাটি এলদা তুলি লৈ মুখত গুঁজি দিলে।

সুবিশাল তৃণভূমিক কোনো মানুহে কেতিয়াও জোখা নাই। ইয়াৰ বুকুৰেদি অসংখ্য ৰাস্তা, অসংখ্য সৰু সৰু আলি। ই শৰত কালৰ ৰাতি এভাবৰ দৰে আন্ধাৰ আৰু ইয়াত ঘোঁৰাৰ খোজৰ চিন বৈ নেথাকে, বৰষুণে ধুই নিয়ে

(৭)

পিঠাগুৰিৰ দৰে বৰষুণ পৰিছে। সান্ধ্যৰ আন্ধাৰ। তৃণভূমিৰ মাজৰ সৰু ৰাস্তা। কিন্তু কাৰোবাৰ কান্ধত যদি মাত্ৰ কটি ভৰোৱা পাতল মোনা এটা থাকে আৰু হাতত এডাল ভাল লাখুটি থাকে, তেতিয়া হ'লে এই ৰাস্তাবোৰ খোজ কঢ়া কঠিন নহয়

এই ৰাস্তাইদি আগবাঢ়িছে ভুনিয়া। তাইৰ পুৰণি ফটা ব্লাউজটোৰ মাজেদি চেঁচা বতাহে খুন্দিয়াইছে আৰু তাইক আগলৈ ঠেলি দিছে।

চাৰিও পিনে নিস্তব্ধ তৃণভূমি। আন্ধাৰ ক্ৰমাৎ ডাঠ হৈ আহিছে ৰাস্তাৰ পৰা মাটিৰ টিলাটো দেখা যায়। তাৰ ওপৰতে খেৰৰ চালৰ সৰু জুপুৰী ঘৰটো।

ঘৰটোৰ পিনে চাই তাই মদ খোৱা মানুহৰ দৰে টলং-পলং কৰিবলৈ ধৰিলে আৰু খন্দা কবৰটোত মুখ গুজি পৰি থাকিল।

আন্ধাৰ ৰাতি নামি আহিল

পিছ দিনা তাই গাড়ীৰ চকাৰ দাগ বহা ৰাস্তাটো পালেহি—এই ৰাস্তা আগবাঢ়িছে ৰেল ষ্টেচনৰ পিনে

খোজ কঢ়াত তাই কষ্ট পোৱা নাই, কাৰণ তাইৰ কান্ধৰ মোনাটোত আছে মাত্র এটা কটি, ছৈশৰ ধূলি লাগি পাতবোৰ লেতেৰা হোৱা এখন কিতাপ আৰু ককায়েক গ্রেগৰীৰ পুৰণি চোলাটো।

শোকে খুন্দা মাৰি ধৰি যেতিয়া তাইৰ চকুপানীবোৰ সৰসৰকৈ ওলায়, তেতিয়া তাই ককায়েকৰ চোলাটো মোনাৰ পৰা উলিয়াই তাত মুখখন গুজি দিয়ে আৰু কিছু সময় নিস্তব্ধ হৈ পৰি থাকে।

বাটৰ দূৰত্ব কমাই তাই লাহে লাহে নিজৰ লক্ষ্য অভিমুখে আগবাঢ়িবলৈ ধৰিলে। তাই চহৰলৈ যাব—য'ত চোভিয়েট শাসন চলিছে, য'ত নিষ্পেষিত জনতাই শিক্ষা লাভৰ সুবিধা পাইছে। এই শিক্ষাৰ বলত ভবিষ্যতে সিহঁতৰ প্রজাতন্ত্র শাসন কৰিবলৈ সিহঁত সমর্থ হ'ব।

লেনিনৰ কিতাপত তেনেকৈ কৈছে

— ২ —

## ।। উৎসৱৰ আগে আগে ।।

## [ BEFORE THE PARTY ]

### চমাৰচেট মম

[উইলিয়াম চমাৰ চেট মমৰ ১৮৭৪ চনত জন্ম হয়। তেওঁ হেইডেলবাৰ্গ বিশ্ববিদ্যালয়ত অধ্যয়ন কৰি চেন্ট থমাচ হাস্পতালত ডাক্তৰী ডিগ্ৰী লয়। অৱশ্যে তেওঁ কেতিয়াও ডাক্তৰ হিচাবে কাম কৰা নাছিল। তেওঁৰ মতে ভাল লেখক হ'বলৈ হলে ডাক্তৰী বিদ্যা আৰু ভ্ৰমণৰ অভিজ্ঞতা থাকিব লাগে। ইংলণ্ডৰ এজন প্ৰখ্যাত ঔপন্যাসিক আৰু নাট্যকাৰ হিচাবে জনাজাত চমাৰচেট মমে পলমকৈ ৪৬ বছৰ বয়সতহে চুটি গল্প লিখিবলৈ আৰম্ভ কৰে।]

শ্ৰীমতী স্কীনাৰে নিমন্ত্ৰণত ঠিক সময়ত উপস্থিত হ'বলৈ ভাল পায়। তেওঁ নিজৰ বয়স আৰু জোৱাঁয়েকৰ বিয়োগৰ বাবে শোক পালন কৰি থকা সময় চোৱাৰ লগত খাপ খোৱাকৈ এটা ক'লা চিল্কৰ পোছাক পিন্ধি মূৰত টুপীটো পিন্ধিলে। টুপীটোত ইগ্ৰেট চৰাইৰ পাখি অতি ধুনীয়াকৈ লগোৱা আছে। তেওঁ ভাবিলে বন্ধুবৰ্গৰ মাজৰ বহুতেই হয়তো ইগ্ৰেট চৰাইৰ পাখি লগোৱা দেখি বিৰূপ মন্তব্য কৰিব। অৱশ্যে এই ধুনীয়া বগা চৰাই বিধক মিলনৰ সময়ত বধ কৰি তাৰ পাখিৰে টুপী সজোৱা অতি বেয়া কথা। কিন্তু ইগ্ৰেট চৰাইৰ পাখি ইমান ধুনীয়া যে কোনোবাই যদি দিয়ে তাক গ্ৰহণ নকৰাকৈ থাকিব নোৱাৰি। আৰু এই পাখি কেইটা দিছিল জোৱাঁয়েকে, নললে সচাঁকৈয়ে বেয়া পালেহেঁতেন। তেওঁ আনিছিল বৰ্ণিওৰ পৰা বহু যত্নেৰে, ভাবিছিল শাহুৱেকে ভাল পাব। শ্ৰীমতী স্কীনাৰে মেজৰ ওচৰত থিয় হৈ আইনাত চাই টুপীটো ঠিক কৰি ললে, এইটোৱেই তেওঁৰ আটাইতকৈ ধুনীয়া টুপী। কোনোবাই যদি সোধে তেওঁ ক'ব, "ইগ্ৰেট চৰাইক হত্যা কৰাটো অভাবনীয় কথা। মই নিজেও এই পাখি কিনা নাই। মোৰ জোৱাঁয়ে যোৱা বাৰ ছুটীত ঘৰলৈ আহোঁতে মোৰ কাৰণে লৈ আহিছিল।"

তেতিয়া হলেই ছুঁয়া পিনে ৰক্ষা পৰিব। এই সময়ত সকলোৱেই তেওঁ-লোকৰ প্ৰতি সহানুভূতিশীল শ্ৰীমতী স্কীনাৰে মেজৰ ড্ৰয়াৰৰ পৰা এখন পৰিষ্কাৰ ৰুমাল উলিয়াই তাত অলপ অডিকলন চটিয়াই ললে। তেওঁ চেন্ট ব্যৱহাৰ নকৰে, বৰ উগ্ৰ যেন লাগে কিন্তু অডিকলন মৃদু। সম্পূৰ্ণ ৰূপে সাজু হৈ তেওঁ আইনাৰ পিচ পিনৰ খিড়িকিখনেদি বাহিৰলৈ চালে। কেনন হেউডে তেওঁৰ পাৰ্টিৰ বাবে আজি বঢ়িয়া বতৰ পালে। বতৰ উমাল আৰু আকাশ পৰিষ্কাৰ। গছবোৰে এতিয়াও বসন্ত কালৰ কোমল সেউজীয়া মাধুৰী হেৰুউৱা নাই বাগানত ৰকমান নাতিনীয়েকে তাই নিজে ৰোৱা ফুলখিনিত অতি ব্যস্ত হৈ পানী দি আছে। দেখি তেওঁ মিচিকিয়াই হাঁহিলে। ৰকমানি ছোৱালী জনী বেছি শেতা, প্ৰয়োজনতকৈ বেছি দিন গৰম দেশত ৰখাটোৱেই ভুল কাম হ'ল তাই যন বয়সতকৈ বেছি গম্ভীৰ। দৌৰা দৌৰি কৰা খেলবোৰ তাই ভাল নেপায় নিজে নজেই অনুমান শক্ত খেল-ধেমালি আবিষ্কাৰ কৰি তাই সেইবোৰ খেলি থাকে আৰু ফুল কেইজোপাত পানী দিয়ে। শ্ৰীমতী স্কীনাৰে নিজৰ পোছাকৰ সন্মুখ ফালে অলপ হাত বুলাই হাত-মোজাযোৰ হাতত লৈ তললৈ নামি গল

তলত সক জীয়েক কেথলিন খিড়িকিৰ ওচৰৰ লিখা মেজ এখনত তালিকা বনোৱাত ব্যস্ত তাই মহিলা গলফ্ ক্লাবৰ অবৈতনিক সম্পাদিকা। অলপতে এটা প্ৰতিযোগিতা হোৱা কথা আছে বাবে সেইবোৰ কামত অতি ব্যস্ত কামত ব্যস্ত হলেও পাৰ্টিলৈ যাবলৈ তাই সাজু হৈ আছে।

"তুমি সেইখন জম্পাৰটো পিন্ধিলা," শ্ৰীমতী স্কীনাৰে কলে।

দুপৰীয়াৰ আহাৰৰ সময়ত তেওঁলোকে আলোচনা কৰিছিল কেথলিনে জাম্পাৰ পিন্ধিব নে ক'ল চীফন পিন্ধিব জম্পাৰটোও বগা-ক'লা মিহলি আৰু এবংটো পিন্ধিলে কেথলিনক বেছ ডকলজীয় দেখি কিন্তু এইটো শোকৰ পোছাক নহয়। অৱশ্যে মিলচেণ্টে সইটো পিন্ধি লৈ কৈছে

"আমি সকলো সময়তে শৱযাত্ৰাত যোগ দিয়াৰ দৰে থকাৰ কোনো যুক্তি নাই," মিলচেণ্টে কৈছিল, "হেৰল্ড ঢুকুৱা এতিয়া আঠ মাহ হৈ গল।"

শ্ৰীমতী স্কীনাৰৰ কাণত এই বাক্যটো বৰ হৃদয়হীন যেন লাগিল বৰ্ণিওৰ পৰা উভতি অহাৰ পৰাই মিলচেণ্টৰ কথা বতৰা আৰু ব্যৱহাৰ আচৰিত

ধৰণৰ হৈ পৰিছে।

তেওঁ কলে, “মাজনী, তুমি মৃৰৰ ক'লা ওৰণিখন গুচাব খুজিছা নেকি ?” মিলিচেণ্টে পোনপটীয়াকৈ একো উত্তৰ নিদিলে। মাত্র কলে, “কোনো মানুহেই চিৰকাল শোকৰ পোছাক পিন্ধি নেথাকে।” অলপ সময় মনে মনে থাকি তাই যেতিয়া পুনৰ কথা ক'বলৈ ধৰিলে তেতিয়া যেন মাতটো বেলেগ ধৰণৰ হৈ ওলাল। বোধকৰো কথাটো কেথলিনৰো কাণত বাজিছিল, আচৰিত দৃষ্টিৰে তাই বায়েকৰ মুখলৈ চালে। মিলিচেণ্টে আকৌ কলে, “হেৰল্ডেও নিশ্চয় তেওঁৰ কাৰণে মই চিৰকাল শোকৰ পোছাক পিন্ধাটো বিচৰা নাই।”

মাকৰ চিন্তিত চকু দুটালৈ চাই কেথলিনে কলে, “মিলিচেণ্টৰ লগত মোৰ অলপ কথা আছে, সেই কাৰণে মই অলপ সোনকালে সাজু হলোঁ।”

“হয় নেকি ?”

কেথলিনে লগে লগে একো নকলে কিন্তু কাগজ-পাতিবোৰ সামৰি চেল্লাউৰিযোৰ কোচাই লিখা কাগজখিনি পুনৰাই পঢ়ি চালে। মহিলা গলফ্ ক্লাবৰ সম্পাদিকা হলে সমস্যাবোৰ বুদ্ধিৰে মীমাংসা কৰিব লাগে। শ্রীমতী স্কীনাৰে নিজৰ হাত-মোজাযোৰ পিন্ধিবলৈ ধৰিলে। খিড়িকিৰ খৰখৰিবোৰ নমোৱা আছিল বাবে কোঠাটো এন্ধাৰ যেন আৰু ঠাণ্ডা হৈ আছিল। মেজ এখনৰ ওপৰত এটা কাঠৰ প্রকাণ্ড হৰ্ণবিল চৰাইটো ৰংচঙীয়াকৈ ৰং কৰা— হেৰল্ডে এইটো তেওঁৰ হাতত থৈ গৈছিল। শ্রীমতী স্কীনাৰে এই চৰাইটো ভাল নেপায়—কিবা যেন বৰ্ব্বৰতাৰ প্রতীক। কেনন হেউডে কৈছিল এইটোৰ হেনো কিবা ধৰ্ম্মীয় তাৎপৰ্য্য আছে। তেওঁ এইটো দেখি বিস্মিত হৈছিল। চোফাৰ ওপৰৰ বেৰত বহুতো মালয় দেশীয় অস্ত্র-সস্ত্র আঁৰি থোৱা আছে। তেওঁ সেইবোৰৰ নামবোৰ পাহৰিছে। মাজে মাজে থকা সৰু সৰু মেজ বোৰৰ ওপৰত পিতল আৰু নানা তৰহৰ বস্তু—সেইবোৰো হেৰল্ডেই মাজে মাজে তেওঁলোকলৈ পঠাইছিল। শ্রীমতী স্কীনাৰে হেৰল্ডক ভাল পাইছিল। হেৰল্ডৰ কথা ভাবি তেওঁ পিয়ানোৰ ওপৰত তেওঁৰ জীয়েক দুজনী, নাতিনীয়েক, ভনীয়েক আৰু ভনীয়েকৰ ল'ৰাৰ ফটোৰ লগতে হেৰল্ডৰ ফটোখন ৰখা ঠাইলৈ চকু ফুৰালে।

তেওঁ সুধিলে, “কেথলিন, হেৰল্ডৰ ফটোখন ক'ত ?”

"কোনোবাই আঁতৰাই নিছে," কেথলিনে কলে।

আচৰিত হৈ তেওঁ পিয়ানোটোৰ ওচৰ পালেগৈ। ফটোবোৰ কোনোবাই পুনৰ সজাই থৈছে—যাতে হেৰল্ডৰ ফটো থোৱা ঠাইডোখৰ খালী হৈ নেথাকে।

"বোধহয় মিলিচেণ্টে তাইৰ শোৱা কোঠাত সেইখন থ'ব খুজিছে," শ্ৰীমতী স্কীনাৰে কলে।

"তাত থোৱা হলে মই দেখিলোহেঁতেন আৰু মিলিচেণ্টৰ হাতত হেৰল্ডৰ কেইবাখনো ফটো আছে। আটাইবোৰ তাই বাকচত বন্ধ কৰি থৈছে।"

জীয়েকৰ শোৱনী কোঠাত হেৰল্ডৰ ফটো এখনো নাই—কথাটো ভাৱি শ্ৰীমতী স্কীনাৰৰ বৰ আচৰিত লাগিল। তেওঁ অবশ্যে কথাটো জীয়েকক কৈছিল কিন্তু মিলিচেণ্টে একো উত্তৰ নিদিলে। বৰ্ণিওৰ পৰা উভতি আহি মিলিচেণ্ট আচৰিত ধৰণে নীৰৱ হৈ গৈছে। সেইবাবে শ্ৰীমতী স্কীনাৰে জীয়েকক সহানুভূতি দেখুৱাবলৈ বিশেষ উৎসাহ পোৱা নাই। তাইৰ জীৱনৰ এই বিৰাট ক্ষতিৰ বিষয়ে আলোচনা কৰিবলৈ তাই যেন সম্পূৰ্ণৰূপে অনিচ্ছুক। বেলেগ বেলেগ মানুহৰ জীৱনত বেলেগ বেলেগ ধৰণে শোক প্ৰতিফলিত হয়। গিৰিয়েকে শ্ৰীমতী স্কীনাৰক কৈছে—ছোৱালীজনীক অকলে চিন্তা কৰিবলৈ দিয়াই ভাল। গিৰিয়েকৰ কথা ভাৱোঁতে তেওঁলোক আজি উপস্থিত থাকিব লগীয়া পাৰ্টিটোৰ কথা মনত পৰিল।

"দেউতাৰাই মোক সুধিছিল তেওঁ ওখ টুপী পিন্ধিলে ভাল হ'ব নেকি।" শ্ৰীমতী স্কীনাৰে কলে, "মই কলোঁ পিন্ধাই ভাল হ'ব। কাৰণ ওভতোঁতে হয়তো পলম হ'ব পাৰে। গতিকে সাৱধান হোৱাই ভাল।"

আজিৰ পাৰ্টিটো বৰ ডাঙৰ পাৰ্টি। তাত সকলোৱেই উপস্থিত থাকিব। কেননৰ ঘৰত হংকঙৰ পৰা আহি থকা বিচপ জনকো লগ পাব বুলি জনাইছে। এই বিচপজন কেননৰ কলেজীয়া জীৱনৰ বন্ধু। তেওঁ আজিৰ পাৰ্টিত চীন দেশত মিচনৰ কামৰ কথা ক'ব। এইটো কথাৰ কাৰণেই শ্ৰীমতী স্কীনাৰ আজিৰ পাৰ্টিত উপস্থিত থাকিবৰ কাৰণে বিশেষ ভাবে আগ্ৰহী, কাৰণ তেওঁৰ জীয়েক প্ৰাচ্য দেশত আঠ বছৰ আছিল আৰু তেওঁৰ জোৱাঁয়েক আছিল বৰ্ণিওৰ ৰেচিডেণ্ট। স্বাভাবিক ভাবেই যি বোৰ মানুহে ইংলণ্ডৰ ঔপনিবেশিক

সাম্ৰাজ্যৰ প্ৰতি একো কৰা নাই সেইবোৰতকৈ এই বিষয়ত শ্ৰীমতী স্কীনাৰৰ আগ্ৰহ বেছি।

সেই কাৰণেই শ্ৰীমতী স্কীনাৰে কয়, "যিবোৰ মানুহে অকল ইংলণ্ড খনৰ বিষয়েহে জানে, তেওঁলোকে ইংলণ্ডৰ বিষয়ে একো নাজানে।"

শ্ৰীযুত স্কীনাৰ কোঠালৈ সোমাই আহিল। তেওঁ উকিল। তেওঁৰ দেউতাকো উকিল আছিল। লিঙ্কনচ ইন ফিল্ডত তেওঁৰ অফিচ আছে পুৱা তেওঁ অফিচলৈ যায় আৰু গধূলি উভতি আহে। কেননে ভাবি-চিন্তি আজি শনিবাৰে পাৰ্টিৰ ব্যৱস্থা কৰা বাবে তেওঁ পত্নী আৰু কন্যাৰ সৈতে তাত যোগ দিয়াৰ সুবিধা পাইছে। শ্ৰীযুত স্কীনাৰে ধুনীয়া সাজ-পোচাক কৰিছে। তেওঁ বৰ পৰিপাটী। তেওঁক দেখিলেই সম্ভ্ৰান্ত পাৰিবাৰিক উকিল যেন লাগে। কথাটো সচা, কাৰণ কদৰ্য্য সমালোচনাৰ সন্মুখীন হ'ব লগীয়া কোনো মোকৰ্দমা তেওঁ গ্ৰহণ নকৰে তেনেকুৱা কাম ওলালে তেওঁ মোক্কেলক ভদ্ৰ ভাবে প্ৰত্যাখ্যান কৰি অইন উকিলৰ ওচৰলৈ পঠিয়াই দিয়ে।

তেওঁৰ মুখটো টপা আৰু দাড়ি চিকোণকৈ খুৰুৱা শেতা ওঠ দুটা মিহি কিন্তু চকু দুটা নীলা আৰু অলপ লাজকুৰীয়া ভাবৰ। মুখখনত বেছিকৈ বয়সৰ আঁচোৰ পৰিছে।

গিৰিয়েকলৈ চাই শ্ৰীমতী স্কীনাৰে কলে, "অ' তুমি নতুন সাজযোৰ পিন্ধিছা"

"এইযোৰ পিন্ধাৰ আজিয়েই বঢ়িয়া সুযোগ"—তেওঁ উত্তৰ দিলে আৰু সুধিলে, 'কোটৰ বুটামত এপাহ ফুল লগাম নেকি?"

"নেলাগে দেউতা", কেথলিনে মাত লগালে, "মই সেইটো ভাল নেদেখোঁ"

"বহুতে লগাব," শ্ৰীযুত স্কীনাৰে ক'লে।

"কেৰাণী নাইবা তেনেকুৱা ধৰণৰ মানুহবোৰে লগাব, কাৰণ আজি কেনন হেউডৰ ঘৰলৈ সকলোৱে নিমন্ত্ৰণ পাইছে। ইয়াৰ বাহিৰেও আমি বৰ্ত্তমান শোক পালন কৰি আছোঁ।" কেথলিনে কলে।

"ভাবিছোঁ বিচপৰ বক্তৃতাৰ পিছত তাত চান্দা তোলা হ'ব নেকি।" শ্ৰীযুত স্কীনাৰে ক'লে।

"মই সেইটো নেভাবোঁ," শ্ৰীমতী স্কীনাৰে ক'লে।

কেথলিনে ক'লে, "সেইটো বৰ বেয়া কথা হ'ব।"

"যিয়েই নহওক, সাজু হৈ যোৱাই ভাল", শ্ৰীযুত স্কীনাৰে ক'লে—

"আমাৰ আটাইৰে বাবে মই একেলগে দি দিম। কিমান দিম বাৰু— দহ ছিলিং নে এক পাউণ্ড?"

"যদি তুমি দিয়াই, তেন্তে এক পাউণ্ড দিয়াই ভাল হ'ব, দেউতা।" কেথলিনে মন্তব্য কৰিলে।

"বাৰু, দিয়াৰ সময়ত দেখা যাব। অইনে যিমান দিয়ে মই তাতকৈ কম নিদিওঁ আৰু অইনে দিয়াতকৈ বেছি দিয়াৰো কোনো যুক্তি নাই।"

কেথলিনে তাইৰ কাগজ সামৰি ড্ৰয়াৰত ভৰাই থিয় হ'ল আৰু হাত ঘড়ীটোলৈ চালে।

"মিলিচেণ্ট সাজু হৈছেনে?" শ্ৰীমতী স্কীনাৰে সুধিলে।

"এতিয়াও বহুত সময় আছে। আমাক চাৰি বজাত উপস্থিত হ'বলৈ কৈছে। আমি চাৰে চাৰিত গৈ পালেও হব। মই ডেভিচক চাৰি বাজি পোন্ধৰ মিনিট যোৱাত গাড়ী আনিবলৈ কৈছোঁ।"

সাধাৰণতে গাড়ীখন কেথলিনে চলায়, কিন্তু এনেকুৱা বিশেষ দিনবোৰত ঘৰৰ মালী ডেভিচ ইউনিফৰ্ম পিন্ধি চোফাৰ হয়। অইনে গাড়ীখন চলাই গ'লে দেখিবলৈ ভাল আৰু নতুন চুৰেটাৰ পিন্ধি লৈ কেথলিনে গাড়ী চলাব খোজা নাই। মাকে হাত-মোজাযোৰ পিন্ধা দেখি তায়ো নিজৰ যোৰ পিন্ধাৰ কথা ভাবিলে। ধুই থোৱা মোজা যোৰত চাবোনৰ গোন্ধ আছে নেকি লাহেকৈ শুঙি চালে, আছে যদিও ধৰিব নোৱাৰি।

অৱশেষত দুৱাৰখন খুলি মিলিচেণ্ট ওলাই আহিল। তাইৰ মূৰত বিধবাৰ ক'লা ওৰণি। এই ওৰণিখনৰ লগত শ্ৰীমতী স্কীনাৰৰ দৃষ্টি এতিয়াও অভ্যস্ত হোৱা নাই, নহ'লেও মিলিচেণ্টে এবছৰ এইখন ল'বই লাগিব। ক'লা ওৰণিখন ল'লে কিছুমানক ধুনীয়া দেখি কিন্তু মিলিচেণ্টক ধুনীয়া লগা নাই। এদিন শ্ৰীমতী স্কীনাৰে নগা ফিটা লগোৱা দীঘল ক'লা ওৰণীখন লৈ চাইছিল, তেওঁ নিজকে বেছ ধুনীয়া দেখিছিল। অৱশ্যে তেওঁৰ স্বামী আলফ্ৰেড তেওঁৰ পিছতো বহু বছৰ জীয়াই থাকক—

তাকেই শ্রীমতী স্কীনাৰে কামনা কৰিছে, কিন্তু যদি আলফ্রেডৰ আগতে মৃত্যু হয় তেতিয়া হ'লে তেওঁ সদায় ক'লা ওৰণিখন লৈ থাকিব। ৰাণী ভিক্টোৰীয়ায়ো সদায় লৈ থাকিছিল কিন্তু মিলিচেণ্টৰ ক্ষেত্রত কথা অলপ সুকীয়া, তাই এতিয়াও গাভৰু। এতিয়া তাইৰ মাত্র ছয়ত্রিচ বছৰ বয়স। ছয়ত্রিচ বছৰ বয়সত বিধৱা হোৱাটো বৰ দুখৰ কথা। তাইৰ আকৌ বিয়া হোৱাৰো কোনো আশা নাই। কেথলিনৰ এতিয়া পয়ত্রিচ বছৰ। তাইৰো এতিয়া বিয়াৰ সম্ভাৱনা নাই। যোৱা বাৰ হেৰল্ড আৰু মিলিচেণ্ট ছুটীত ঘৰলৈ আহোঁতে তেওঁ সিহঁতক কৈছিল কেথলিনক কিছুদিনৰ বাবে সিহঁতৰ লগত থকাকৈ লৈ যাবলৈ। হেৰল্ড তাৰ বাবে ইচ্ছুক আছিল যদিও মিলিচেণ্টে ক'লে—ইয়াৰ পৰা কোনো লাভ নহ'ব। কিয় নহব, শ্রীমতী স্কীনাৰে বুজিব নোৱাৰিলে। তাই হয়তো কোনো ডেকাৰ লগত চা-চিনাকি হোৱাৰ সুবিধা পালেহেঁতেন তাইক আঁতৰাই দিয়াৰ ইচ্ছা তেওঁলোকৰ নাই। কিন্তু তাইক বিয়া দিব লাগিব আৰু লণ্ডনত তেওঁলোকৰ চিনাকি ডেকা চবেই বিয়া কৰাইছে। মিলিচেণ্টে কৈছিল বর্ণিওৰ জলবায়ু বেয়া। কথাটো সঁচা, কাৰণ মিলিচেণ্টৰ গাৰ ৰং বৰ বেয়া হৈ গৈছে ছোৱালী দুজনীৰ ভিতৰত মিলিচেণ্টেই যে আগতে বেছি ধুনীয়া আছিল সেই কথা এতিয়া ক'লে কোনেও বিশ্বাস নকৰিব। বয়স বঢ়াৰ লগে লগে কেথলিনৰ চেহেৰা ধুনীয়া হৈ আহিছে অৱশ্যে কিছুমানে কয় তাই বেছি ক্ষীণ, কিন্তু তাইৰ চুলিখিনি ধুনীয়াকৈ কটাৰ পিছত আৰু সকলো বতৰতে গলফ্ খেলি খেলি তাইৰ গাল দুখন ৰঙা হৈ থকাৰ বাবে শ্রীমতী স্কীনাৰে তাইক বেছ ধুনীয়া দেখে। মিলিচেণ্টক এতিয়া কোনেও ধুনীয়া নোবোলে। তাইৰ দেহৰ গঠনো একেবাৰেই নষ্ট হৈ গৈছে এনেয়ে তাই চাপৰ, তাতে শকত হৈ চেপেচা দেখা হৈছে খেল-ধেমালি আৰু শাৰীৰিক পৰিশ্রম কৰিব নোৱৰা বাবেই এনেকুৱা হ'ল। তাইৰ গাৰ ছাল নিস্তেজ শেতা আৰু তাইৰ চেহেৰাৰ আটাইতকৈ আকর্ষণীয় ধুনীয়া নীলা চকু দুটা আগৰ উজ্জ্বলতা হেৰুৱাই নিস্তেজ হৈ পৰিছে। তাই ভিঙিটোৰ যত্ন লব লাগে, শ্রীমতী স্কীনাৰে ভাবিলে,

গোটেই দেহাটোত মঙহ ওলমি গৈছে।

গিৰিয়েকক এবাৰ নে দুবাৰ তেওঁ এই বিষয়ে কৈছিল। তেওঁ ক'লে, মিলিচেণ্ট এতিয়া আৰু আগৰ দৰে ছোৱালী মানুহ হৈ থকা নাই নহয়। সেইটো হয়, হ'লেও নিজৰ চেহেৰাটো একেবাৰে নষ্ট হৈ যাবলৈও দিব নালাগে। তেওঁ ভাবিলে, এদিন মিলিচেণ্টক এই বিষয়ে অলপ গুৰুত্ব দি ক'ব। অৱশ্যে তাইৰ বৰ্ত্তমানৰ শোকৰ প্ৰতিও সহানুভূতিশীল হ'ব লাগিব। গতিকে এই বছৰটো সম্পূৰ্ণ হ'লেই তেওঁ এই বিষয়ে ক'ব। মিলিচেণ্টৰ লগত কথা হ'বলৈ তেওঁ আজি-কালি অলপ অস্বস্তি বোধ কৰে। কাৰণ তাইৰ ব্যৱহাৰ আগতকৈ বহুত বদলি হ'ল। তাইৰ মুখখনত সকলো সময়তে এটা খঙৰ ভাব থকা কাৰণেই মাকে তাইৰ লগত কথা পাতিবলৈ অসুবিধা পায়। মনৰ মাজত ঘূৰি থকা এই কথাখিনি শ্ৰীমতী স্কীনাৰে মিলিচেণ্টক ফুটাই ক'বলৈ ইচ্ছা কৰে। কিন্তু মিলিচেণ্ট বৰ আচৰিত—তাই একো উত্তৰ নিদিয়ে। সেই বাবেই কোৱা কথাখিনি তাই শুনিছেনে নাই বুজা নাযায়। কেতিয়াবা শ্ৰীমতী স্কীনাৰ বৰ বিৰক্ত হয় আৰু তেতিয়া নিজকে নিজে কয়—"হেৰল্ড ঢুকুৱা মাত্ৰ আঁঠ মাহ হৈছে।"

খিড়িকিৰে এচেৰেঙা পোহৰ আহি বিধবা গাভৰুজনীৰ গোমোঠা মুখত পৰিল। কেথলিন খিড়িকিৰ পিনে পিচ দি থিয় হ'ল। মনে মনে বায়েকলৈ এক মুহূৰ্ত্ত চাই ৰ'ল।

"মিলিচেণ্ট, মই তোমাক দুটামান কথা ক'ব খুজিছো," কেথলিনে ক'লে—"মই আজি গ্ৰেডিজ হেউডৰ লগত গল্‌ফ খেলিছিলোঁ।"

"তুমি তাইক চকুৱালা নেকি?" মিলিচেণ্টে সুধিলে। গ্ৰেডিজ হেউড কেনন হেউডৰ একমাত্ৰ অবিবাহিতা কন্যা। "তাই তোমাৰ বিষয়ে মোক অলপ কথা কৈছে—সেইখিনি তুমি জনা উচিত।"

মিলিচেণ্টৰ দৃষ্টি ভনীয়েকৰ ওচৰৰ খিড়িকিখনেদি বাহিৰলৈ গ'ল, তাত তাইৰ অকমানি ছোৱালীজনীয়ে তেতিয়াও ফুলত পানী দি আছে।

"মা, জোৱানক পাকঘৰত চাহ দিবৰ বাবে তুমি এনিক কৈছানে?" তাই মাকক সুধিলে।

"ওঁ কৈছোঁ সিহঁতে নিজৰ বাবে কৰিব নহয়, তেন্তিয়া তাইকো দিব।"

কেথলিনে শান্ত দৃষ্টিৰে বায়েকলৈ চাই ৰ'ল। পিছত লাহে লাহে ক'লে, "ঘৰলৈ অহাৰ বাটত বিচপে তিনি-চাৰি দিনমান চিঙ্গাপুৰত থাকি আহিছে। তেওঁ ভ্ৰমণ কৰিবলৈ বৰ ভাল পায়। তেওঁ বৰ্ণিওলৈকো গৈছিল। তোমাৰ লগত চিনাকি থকা বহুত মানুহকে তেওঁ চিনি পায়।"

"মাজনী, তোমাৰ লগত কথা পাতিবলৈ তেওঁৰ আগ্ৰহ আছে।" শ্ৰীমতী স্কীনাৰে ক'লে, "তেওঁ হেৰল্ডকো চিনি পায় নেকি?" "ওঁ, বিচপে হেৰল্ডক কুৱালালম্পুৰত লগ পাইছিল। হেৰল্ডৰ কথা তেওঁৰ বঢ়িয়াকৈ মনত আছে। তেওঁৰ মৃত্যুৰ বাতৰি শুনি বিচপে বৰ বেজাৰ পাইছে," কেথলিনে ক'লে।

মিলিচেণ্ট বহিল আৰু ক'লা মোজাযোৰত হাত সুমুৱাবলৈ ধৰিলে। মিলিচেণ্টে এই বাতৰিবোৰ ইমান নীৰবে গ্ৰহণ কৰা দেখি শ্ৰীমতী স্কীনাৰ বৰ আচৰিত হ'ল।

"মিলিচেণ্ট"—শ্ৰীমতী স্কীনাৰে সুধিলে—"পিয়ানোৰ ওপৰত থকা হেৰল্ডৰ ফটোখন নাই, তুমি নিছা নেকি?"

"ওঁ, মই আঁতৰাই থৈছোঁ।"

"মই ভাবিছিলোঁ তুমি সেইখন বাহিৰত থাকিলে ভাল পাবা।" এইবাৰো মিলিচেণ্টে একো উত্তৰ নিদিলে। সঁচাকৈয়ে তাইৰ এইটো বৰ বেয়া অভ্যাস।

কেথলিন বায়েকৰ মুখামুখী হ'বলৈ অকণমান বেকা হৈ থিয় হ'ল। "মিলিচেণ্ট, জ্বৰ হৈ হেৰল্ডৰ মৃত্যু হৈছে বুলি তুমি আমাক কিয় কৈছিলা?"

মিলিচেণ্টে একো উত্তৰ নিদিলে, নীৰবে কেথলিনৰ চকুলৈ স্থিৰ দৃষ্টিৰে চাই ৰ'ল, মাত্ৰ তাইৰ মুখখন ৰঙা পৰি উঠিল।

"তুমি কি ক'ব খুজিছা, কেথলিন?" আচৰিত হৈ শ্ৰীমতী স্কীনাৰে সুধিলে।

"বিচপে কৈছে যে হেৰল্ডে আত্মহত্যা কৰিছিল।" শ্ৰীমতী স্কীনাৰ আতঙ্কিত হৈ চিঞৰি উঠিল, কিন্তু পিৰিয়েকে হাত এখন তেওঁৰ মুখৰ ওপৰত থলে।

"মিলিচেণ্ট, এই কথা সঁচা নে?"

"সঁচা"

"তুমি আমাক আগতে জানিবলৈ দিয়া নাই কিয়?" মিলিচেণ্ট অকণমান সময় মনে মনে থাকিল। ওচৰতে মেজ এখনৰ ওপৰত থকা বৰ্ণিওত তৈয়াৰী পিতলৰ বস্তু এপদ তেওঁ হাতেৰে লিৰিকি বিদাৰি ব'ল। সেইটোও হেৰল্ডে পঠিওৱা উপহাৰ।

"মই ভাবিছিলোঁ জোৱানে দেউতাক অৰ হৈ ঢুকুৱা বুলি জনাটোৱেই ভাল হ'ব। তাই এই বিষয়ে অইন কিবা জনাটো ভাল হ'ব বুলি মই ভবা নাই।"

চেলাউৰিযোৰ কোঁচাই কেথলিনে কলে, "তুমি আমাক এটা বৰ বেয়া অৱস্থাত পেলাইছা। কালি গ্লেডিজ হেউডে মোক কলে মই হেনো তাইক সঁচা কথা নকৈ বৰ বেয়া কাম কৰিছোঁ। মই তাইক বহুত বুজালোঁ। কলোঁ, এই বিষয়ে মই একো নাজানো, শেষত অৱশ্যে তাই মোক বিশ্বাস কৰিলে। তাই কৈছে তাইৰ দেউতাকেও হেনো বেয়া পাইছে। তেওঁ হেনো কৈছে ইমান বছৰ আমাৰ পৰিয়াল দুটাৰ মাজত মিলাপ্ৰীতি আৰু মিলিচেণ্টৰ বিয়াৰ কাম তেওঁৰেই সম্পাদন কৰিছিল। এইদৰে মিলিজুলি থকাৰ পাছতো আমি তেওঁক বিশ্বাস নকৰোঁ বুলি তেওঁ হেনো ভবাই নাছিল। আটাইতকৈ ডাঙৰ কথা হ'ল তেওঁক আমি সচাঁ কথা ক'ব নুখুজিলেও মিছা কোৱাটোও যুক্তিযুক্ত হোৱা নাই।"

"তেওঁৰ মনোভাবৰ প্ৰতি মোৰ পূৰা সমৰ্থন আছে"—শ্ৰীমতী স্কীনাৰে বিৰক্ত সুৰেৰে উত্তৰ দিলে।

"সেই কাৰণেই মই গ্লেডিজক কলোঁ— আমাক দোষ নিদিব। মিলিচেণ্টে আমাক যি কৈছে আমি তাকেহে কৈছোঁ।" "যিয়েই নহওক, চাতুৰি খেলাৰ পৰা তোমালোক মুক্ত নোহোৱা।" মিলিচেণ্ট কলে।

"সচাকৈয়ে এইটো বৰ অন্যায় কথা হৈছে," দেউতাকে চিঞৰি কলে আৰু অভ্যাস বশতঃ বেগাই কোঠাটোৰ মাজত অহা-যোৱা কৰিবলৈ ধৰিলে। মিলিচেণ্টে কলে, "এইটো মোৰ ব্যক্তিগত কথা। মই যদি কথাটো গোপনে ৰাখিব খোজোঁ তেতিয়া হলে তেনেকৈ ৰাখিবলৈ মোৰ পূৰা অধিকাৰ

আছে।”

“এতিয়া কথাটো এনেকুৱা হ’ল যে তোমাৰ নিজৰ মাৰাকো তুমি বিশ্বাস নকৰা। নহলে ইমান দিনে মোক অন্ততঃ ক’লাহেঁতেন।” শ্ৰীমতী স্কীনাৰে কলে।

একো উত্তৰ নিদি মিলিচেণ্টে কান্ধ জোকাৰিলে। “তুমি জানিব লাগিছিল যে এদিন নহয় এদিন সচা কথাটো ওলাবই”, কেথলিনে কলে।

“কিয়? দুজন কাম নোহোৱা বুঢ়াই আলোচনা কৰিবলৈ অইন বিষয়-বস্তু নেপাই মোৰ কথাকে আলোচনা কৰিব, সেইয়া মই কেতিয়াও ভবা নাই।”

“বিচপ বৰ্ণিওলৈ গৈছিল, গতিকে তেওঁ তোমাক আৰু হেৰল্ডক চিনি পায় নে নেপায় সেই কথা হেউডে বিচপক স্বাভাৱিক ভাৱেই সুধিছে।”

“বাক ৰবা”, শ্ৰীযুত স্কীনাৰে কলে—“মই ভাবোঁ তুমি আমাক সত্য কথাটো ক’ব লাগিছিল। তেতিয়া হলে কি কৰিলে ভাল হ’ব সেইটো আমি ঠিক কৰিলোহেঁতেন। এজন উকিল হিচাপে মই কওঁ যে কথা লুকুৱালে দিন বেছি দেৰী হয়, মানে তাৰ ফল বেছি বেয়াহে হয়।”

“বেচেৰা হেৰল্ড—”শ্ৰীমতী স্কীনাৰৰ দুগালেদি চকুপানী পৰিবলৈ ধৰিলে—“কিযে ভয়ঙ্কৰ কথা। মোৰ জোৱাঁই ইমান ভাল আছিল। কিহৰ বাবে তেওঁ ইমান ভয়ানক কাম কৰিলে?”

“ৰতবৰ দোষত।”

“মিলিচেণ্ট, তুমি এতিয়া আমাক প্ৰকৃত সত্যটো জানিবলৈ দিয়া।” দেউতাকে কলে।

“কেথলিনে ক’ব।”

কেথলিনে অলপ সময় ইতস্ততঃ কৰিলে। তাই বৰ ভয়াবহ কথা এটা ক’ব লাগিব। সিহঁতৰ নিচিনা পৰিয়াল এটাত এনেকুৱা ঘটনা ঘটাটো বৰ ভয়ানক কথা।

“বিচপে কৈছে তেওঁ নিজৰ ডিঙিটো কাটি পেলাইছিল।”

শ্ৰীমতী স্কীনাৰৰ মুখখন আতঙ্কত নিজৰ অজ্ঞাতে মেল খাই গ’ল। তেওঁ শোকাতুৰা জীয়েকৰ ওচৰ পালেহি। জীয়েকক তেওঁ সাৱটি ধৰিব

খুজিলে।

"বেচেৰী, তোৰ কি হ'ল?" উচুপি উচুপি তেওঁ সুধিলে। কিন্তু মিলিচেণ্ট জোৰকৈ মাকৰ হাতৰ পৰা আঁতৰি আহিল।

"মা, আমনি নকৰিবা। এইবোৰ ল'ৰা-ধেমালি মই সহ্য কৰিব নোৱাৰোঁ।"

"মিলিচেণ্ট, তোমাৰ কি হৈছে?" খংমুৱাকৈ শ্ৰীযুত স্কীনাৰে সুধিলে।

মিলিচেণ্টৰ তেনে ব্যৱহাৰ দেউতাকৰ মনত বৰ বেয়া যেন লাগিল। শ্ৰীমতী স্কীনাৰে কমালেৰে সাৱধানে চকুপানীবোৰ মচি পেলালে, তাৰ পাছত হমুনিয়াহ কাঢ়ি নিজৰ চকীখনলৈ উভতি আহিল। কেথলিনে তিতিত পিন্ধি থকা দীঘল হাৰভাল আঙুলিত পকাবলৈ ধৰিলে।

"মোৰ তিনদেউৰ মৃত্যুৰ বিস্তৃত বৰ্ণনা মই বন্ধুবৰ্গৰা জানিব লগীয়া হৈছোঁ—এইটো মোৰ বাবে অতি লাজৰ কথা হৈ পৰিছে। মানুহে আমাক এটা বুৰ্বকৰ দল বুলি ভাবিছে। মিলিচেণ্ট, বিচপে তোমাক লগ পাব খুজিছে, তোমাৰ দুখৰ বাবে তেওঁ সহানুভূতি জনাব।" কথাখিনি কৈ কেথলিন ব'ল কিন্তু মিলিচেণ্টে একো উত্তৰ নিদিলে। "বিচপে কৈছে জোৱানক লৈ মিলিচেণ্ট ক'ৰবালৈ গৈছিল, উভতি আহি দেখে যে হেৰল্ড মৃত অৱস্থাত বিছনাত পৰি আছে।"

"উস্! এইটো বৰ ডাঙৰ আঘাত।" শ্ৰীযুত স্কীনাৰে কলে।

শ্ৰীমতী স্কীনাৰে পুনৰ কান্দিবলৈ ধৰিলে কেথলিনে ওচৰলৈ আহি লাহেকৈ মাকৰ বাহুত হাত এখন থৈ কলে—"নেকান্দিবা মা, তোমাৰ চকু ৰঙা পৰি থাকিলে পাৰ্টিত মানুহবোৰে কৌতুহলেৰে চাব।"

আটাইকেইজন অলপ সময় নীৰৱে ৰ'ল। শ্ৰীমতী স্কীনাৰে চকু-মুখ মচি বহু যত্নেৰে নিজক সংযত কৰিলে। বেচেৰা হেৰল্ডে দিয়া ইগ্ৰেট চৰাইৰ পাখি লগোৱা টুপীটো তেওঁ এই মুহূৰ্ত্ততো পিন্ধি আছে—কথাটো ভাবি তেওঁৰ বৰ দুখ লাগিল।

"তোমালোকক ক'ব লগীয়া আৰু অলপ কথা আছে"—কেথলিনে কলে। মিলিচেণ্টে নিৰুত্তাপ ভাবে ভনীয়েকলৈ চালে, চকু দুটা স্থিৰ আৰু অতি

তীক্ষ্ণ। তাইৰ চকুত সতৰ্কতা—যেন এটা সামান্য শব্দও তাইৰ চেতনাৰ পৰা সাৰি নাযায়।

"বাইদেউ, তোমাৰ মনত আঘাত লগা কোনো কথা মই ক'ব নোখোজোঁ।"—কেথলিনে কলে—"কিন্তু ইয়াত অলপ কথা আছে—সেইবোৰ তুমি জনা উচিত। বিচপে কৈছে—হেৰল্ডে হেনো খুব মদ খাইছিল "

"উস্ ভগবান! এইবোৰ কি ভয়ানক কথা শুনিছোঁ।" শ্ৰীমতী স্কীনাৰ চিয়ঁৰি উঠিল—"গ্ৰেডিজ হেউডে তোমাক কৈছে নেকি? তুমি কি কলা?"

"মই কলোঁ এইবোৰ কথা চব মিছা।"

"কথা লুকুৱালে এনেকুৱাই হয়!" বিৰক্তিৰে শ্ৰীযুত স্কীনাৰে কলে—"এইটো সদায়ে ঘটে। যদি তুমি কিবা কথা গোপন কৰি ৰাখা, তেতিয়া হলে এনে কিছুমান উৰা বাতৰি ওলাব যিবোৰ প্ৰকৃত সত্যতকৈ শত গুণে বেয়া।"

"চিঙ্গাপুৰত মানুহবোৰে বিচপক কৈছে যে মদৰ ৰাগীত বেহুঁচ হৈ হেৰল্ডে আত্মহত্যা কৰিলে। আমাৰ সম্মান ৰক্ষাৰ বাবে তুমি এই কথাৰ প্ৰতিবাদ কৰিব লাগে।"

"মৃত মানুহ এজনৰ বিষয়ে এইবোৰ কোৱাটো অতি বেয়া।" শ্ৰীযুত স্কীনাৰে কলে, "জোৱান ডাঙৰ হলে তাইৰ বাবেও এই মন্তব্যবোৰ অতি বেয়া হ'ব।"

"কিন্তু মিলিচেণ্ট, এইবোৰ কথাৰ কিবা ভিত্তি আছে জানো?" দেউতাকে সুধিলে—"খোৱা-বোৱা সকলো বিষয়তে হেৰল্ড দেখোন অতি নিয়মীয়া আছিল।"

"ব'বা"—মিলিচেণ্টে কলে।

"তেওঁ মদ খাইছিল নেকি?"

"মাছে পানী খোৱাৰ দৰে।"

মিলিচেণ্টৰ অভাবনীয় উত্তৰ আৰু তাৰ বিদ্ৰূপ সনা সুৰটো শুনি শ্ৰোতা তিনিও গৰাকী উচপ খাই উঠিল।

"মিলিচেণ্ট, তোমাৰ স্বামীৰ মৃত্যু হৈছে—তুমি কেনেকৈ তেওঁৰ বিষয়ে এনে মন্তব্য দিব পাৰিছা?" হাত-মোজা পিন্ধা হাত দুখন জোৰেৰে মুঠি মাৰি

মাকে চিয়ঁৰি কলে—"তোমাক এইবাৰ মই মুঠেই বুজিব পৰা নাই। বৰ্ণিওবপৰা অহাৰ পাচৰ পৰাই তোমাৰ ব্যৱহাৰ-পাতি বৰ আচহুৱা হৈ পৰিছে। মই বিশ্বাসেই কৰিব পৰা নাই মোৰ নিজৰ ছোৱালীয়ে মৃত গিৰিয়েকৰ বিষয়ে এনে মন্তব্য দিব পাৰে।"

"তুমি ইমান হুলস্থুল নলগাবাচোন।" শ্ৰীযুত স্কীনাৰে ক'লে—"আমি পিছতো এইবোৰ কথা আলোচনা কৰিব পাৰিম।"

তেওঁ খিড়িকিৰ ওচৰলৈ গৈ বাহিৰৰ বদালিৰে ভৰা ফুলনি বাগিচাখনলৈ চালে আৰু পুনৰ কোঠাৰ ভিতৰলৈ উভতি আহিল। তেওঁ জেপৰপৰা চচ্‌মাযোৰ উলিয়াই কমালেৰে মচি আকৌ জেপত ভৰাই থলে। মিলিচেণ্টে দেউতাকলৈ চালে—তাইৰ চকুত পৰিহাসৰ চাৱনি। তাই যেন গোটেই মানৱ জাতিটোকে ঘৃণা কৰে। শ্ৰীযুত স্কীনাৰ অত্যন্ত বিৰক্ত হৈ পৰিছিল। সপ্তাহৰ সকলো কাম শেষ কৰি তেওঁ সোমবাৰৰ পুৱালৈকে আজৰি হৈছিল। তেওঁ পত্নীক কৈছিল যে পাৰ্টিৰ হুলস্থুলতকৈ তেওঁ নিজৰ ঘৰৰ বাগিচাৰ নিৰ্জনতাত বহি চাহকাপ খাবলৈ হে বেছি ভাল পায়, অৱশ্যে মনে মনে পাৰ্টিত যোগ দিয়াৰ আগ্ৰহো আছিল। চীন দেশীয় মিচনৰ প্ৰতি তেওঁৰ কোনো আগ্ৰহ নাই যদিও বিচপজনক লগ পালে ভালেই লাগিব। আৰু এতিয়া এইবোৰ হুলস্থুল। তেওঁ কেতিয়াও এনেবোৰ কথাত জড়িত হ'ব নোখোজে। তেওঁ এতিয়া হঠাতে ক'ব লাগিব—তেওঁৰ জোঁৱায়েক মদাহী আছিল আৰু তেওঁ আত্মহত্যা কৰিছে। সঁচাকৈয়ে বৰ দুৰ্ভাগ্যজনক কথা। মিলিচেণ্টে চিন্তিত ভাবে চোলাৰ হাতখন মিহিকৈ মোহাৰি আছিল। তাইৰ নীৰৱতাত শ্ৰীযুত স্কীনাৰ বেছিকৈহে বিৰক্ত হ'ল কিন্তু তাইক একো নকৈ সক জীয়েকক ক'লে—"কেথলিন, তুমি নবহা কিয়—কোঠাটোত ইমানবোৰ চকী আছে!"

চকী এখন টানি আনি কেথলিন নীৰৱে বহিল। শ্ৰীযুত স্কীনাৰ মিলিচেণ্টৰ মুখামুখীকৈ থিয় হ'ল আৰু ক'লে—"মই জানিছোঁ তুমি কিয় আমাক হেৰল্ড জুৰ হৈ ঢ়ুকুৱা বুলি কৈছা কিন্তু তোমাৰ ভুল হৈছে। কাৰণ এনেকুৱা ঘটনাৰ সঁচা কাৰণটো এদিন নহয় এদিন ওলাবই। মই নাজানো বিচপে হেৰল্ডক যিবোৰ কৈছে, তাৰ মাজত

কিমানখিনি সত্যতা আছে কিন্তু তুমি যদি মোৰ উপদেশ শুনা, তেন্তে তাত কি ঘটিছিল সকলো আমাক বিৱৰি কোৱা তাৰ পিছত আমি কি কৰিব পাৰোঁ চাম কেনন হ্বেউড আৰু গ্রে ডাক্ত যিমানখিনি জানিছে তাৰ পিছতোযে আলোচনা আৰু দূৰলৈ নাযাব, সেইটো আমি আশা কৰিব নোৱাৰোঁ। এনেকুৱা ঠাইত সকলো মানুহেই এইটো আলোচনা কৰিব। আমি যদি সঁচা কথাটো জানি থওঁ, তেতিয়া হ'লে উত্তৰ দিয়াৰলৈ আমাৰ বাবে সহজ হ'ব।"

শ্ৰীমতী স্কীনাৰ আৰু কেথলিনে অনুভৱ কৰিলে যে শ্ৰীযুত স্কীনাৰৰ কথাষাৰ বেছ যুক্তিপূৰ্ণ এইবাৰ তেওঁলোক মিলিচেণ্টৰ উত্তৰৰ বাবে অপেক্ষা কৰি ৰ'ল। তাই নিৰ্বিকাৰ ভাবে কথাটো শুনিলে, মুখখন আগৰ দৰেই নিস্তেজ হৈ থাকিল। তাৰ পাছত লাহে লাহে ক'লে-

"সঁচা কথাবোৰ ক'লে তোমালোকে শুনি ভাল পাবানে নোপোৱা মই নাজানো।"

কেথলিনে গম্ভীৰ ভাবে উত্তৰ দিলে—"তুমি আমাৰ সহানুভূতি আৰু আন্তৰিকতাৰ বিষয়ে নিশ্চিত হ'ব পাৰা।"

মিলিচেণ্টে কেথলিনৰ মুখলৈ চালে। তাইৰ কঠোৰ মুখখনত মৃদু হাঁহিৰ আভাস এটা খেলি গ'ল। তাৰ পিছত তাই লাহে লাহে তিনিওৰে মুখলৈ চালে। শ্ৰীমতী স্কীনাৰৰ অনুভৱ হ'ল মিলিচেণ্টে যেন তেওঁলোকলৈ পোছাকৰ দোকানত সজাই থোৱা মূৰ্তিবোৰলৈ চোৱাদি হে চাইছে। তেওঁ বৰ অস্বস্তি বোধ কৰিলে। তাই যেন এখন বেলেগ জগতৰ পৰাহে তেওঁলোকলৈ চাইছে তাই স্মৃতি ৰোমন্থন কৰাৰ দৰে ক'লে—"তোমালোকে জানা মই যেতিয়া হেৰল্ডৰ লগত বিয়া হওঁ, মই তেওঁৰ প্ৰেমত পৰা নাছিলোঁ।" শ্ৰীমতী স্কীনাৰ চিয়ঁৰি উঠিব খুজিছিল কিন্তু স্বামীৰ হাতৰ ইঙ্গিত পাই মনে মনে থাকিল। ইমান বছৰ একেলগে সংসাৰ কৰি থকা এই মানুহজনৰ সকলো ইঙ্গিত তেওঁ বুজি পায়। মিলিচেণ্টে কৈ যাবলৈ ধৰিলে। নিৰুত্তাপ ভাবে তাই কথাবোৰ কৈ গ'ল।

"সেই সময়ত মোৰ বয়স সাতাইচ বছৰ আৰু কোনেও মোক বিয়া কৰাবলৈ আগবাঢ়ি অহা নাছিল। তেওঁৰ বয়স আছিল চৌৱাল্লিচ—

তুলনামূলকভাবে বেছ বয়সস্থ কিন্তু ভাল চাকৰি কৰিছিল. নহয় জানো? মোৰ বাবে আৰু বেছি ভাল দৰা ওলোৱাৰ কোনো আশা নাছিল।”

শ্ৰীমতী স্কীনাৰৰ পুনৰ চকুপানী ওলাব খুজিছিল কিন্তু পাৰ্টিলৈ যাব লগীয়া কথা ভাবি তেওঁ ধৈৰ্য্য ধৰিলে।

“অ’—এতিয়াহে মই বুজি’ছো তুমি কিয় তেওঁৰ ফটোখন আঁৰবাই নিছিলা।” তেওঁ বিষন্ন সুৰত ক’লে

“মা, মনে মনে থাকা” কেথলিন চিয়ঁৰি উঠিল।

হেৰল্ডৰ এই ফটোখন মিলিচেণ্টৰ লগত বিয়াৰ বন্দোবস্ত হোৱাৰ পাছত তোলা ফটোখন বেছ ধুনীয়া হৈছিল। হৰল্ডৰ প্ৰতি শ্ৰীমতী স্কীনাৰৰ ধাৰণা সদায়েই বৰ ভাল তেওঁ বেছ স্বাস্থ্যৱান, ওখ আৰু অলপ শকত বিধৰ কিন্তু তেওঁৰ ব্যক্তিত্ব বেছ আকৰ্ষণীয়। তেওঁ অলপ টপা হ’বলৈ আৰম্ভ কৰিছিল কিন্তু আজিকালি মানুহৰ চুলি সোনকালে সৰে। তেওঁ কৈছিল যে সূৰ্য্যৰ চোকা তাপৰপৰা ৰক্ষা পৰিবলৈ সকলো সময়তে টুপী পিন্ধি থাকিব লাগে আৰু এই টুপীবোৰ চুলিৰ বাবে অতি অপকাৰী। তেওঁ মিহি গোফ একোচা ৰাখিছিল, সূৰ্য্যৰ তাপত পুৰি তেওঁৰ মুখখন মুগা বৰণীয়া হৈছিল তেওঁৰ চেহেৰাৰ আটাইতকৈ আকৰ্ষণীয় বস্তু আছিল চকু দুটা—জোৱানৰ চকু দুটাৰ দৰেই ডাঙৰ আৰু মুগা বৰণীয়া। তেওঁৰ কথা-বতৰাও আছিল অতি আকৰ্ষণীয় কেথলিনৰ মতে তেওঁ কথা চহকী কিন্তু শ্ৰীমতী স্কীনাৰে সেই কথা মানি লৈছিল। যিজন মানুহে এখন জিলা শাসন কৰে, সেইজনৰ ক্ষেত্ৰত এইটো ধৰিব লগীয়া কথা নহয়। আৰু তেওঁ যতিয়া বুজিলে যে হেৰল্ড মিলিচেণ্টৰ প্ৰতি আগ্ৰহী হৈ পৰিছে, তেতিয়া তেওঁ হৰল্ডক বেছি ভাল পাবলৈ ধৰিলে। হেৰল্ড শ্ৰীমতী স্কীনাৰৰ প্ৰতি সদায়েই মনোযোগী আছিল আৰু যেতিয়া তেওঁ নিজৰ জিলাখনৰ প্ৰশাসন আৰু তেওঁৰ চিকাৰৰ কাহিনীবোৰ কৈছিল, তেতিয়া শ্ৰীমতী স্কীনাৰে সেইবোৰ বৰ্ণনা আত মনোযোগেৰে শুনিছিল কেথলিনে এইবোৰ বৰ আমোদ পাইছিল আৰু কৈছিল হেৰল্ডে নিজৰ গুণ বঢ়াই বঢ়াই কয় কিন্তু শ্ৰীমতী স্কীনাৰ মনে এটা সময়ৰ মাজেদি পাৰ হৈছে যি সময়ত মানুহে নিজে নিজৰ প্ৰশংসা কৰিলে শ্ৰোতাসকলে

তাক নির্বিবাদে মানি লয়। মিলিচেণ্টে অতি সোনকালেই বস্তাহুৰ সোঁত কোন পিনে বৈছে বুজিব পাৰিলে যদিও মাকক এই বিষয়ে একো নকলে। মাকেও বুজিছিল যে হেৰল্ডে বিয়াৰ প্ৰস্তাব দিলে মিলিচেণ্টে গ্ৰহণ কৰিব।

বৰ্ণিওত প্ৰায় ত্ৰিচ বছৰ কটাই অহা পৰিয়াল এটাৰ ঘৰত হেৰল্ড আলহী হৈছিল। এই পৰিয়ালটোৱে বৰ্ণিওৰ প্ৰশংসা কৰিছিল। তেওঁলোকৰ মতে বৰ্ণিওত এগৰাকী ভদ্ৰ মহিলাই আৰামত থাকিব নোৱৰাৰ কোনো কাৰণ নাই। অৱশ্যে ল'ৰা-ছোৱালীৰ সাত বছৰ বয়স হ'লে সিহঁতক ইংলণ্ডলৈ পঠিয়াই দিব লাগিব। শ্ৰীমতী স্কীনাৰে ভাবিলে সেই বিষয়ে এতিয়াই অনাৱশ্যক দুশ্চিন্তা কৰাৰ একো কাৰণ নাই। হেৰল্ডক এদিন দুপৰীয়াৰ অহাৰ খাবলৈ মাতি'ল আৰু সদায় আবেলি চাহ খাবৰ বাবে কৈ থলে। শ্ৰীমতী স্কীনাৰৰ অনুমান হ'ল হেৰল্ডে যেন তেতিয়াও মন স্থিৰ কৰিব পৰা নাই। সেইবাবে যেতিয়া হেৰল্ডৰ বন্ধুৰ ঘৰত আলহী খোৱাৰ দিন চমু চাপি আহিল, তেতিয়া তেওঁ হেৰল্ডক তেওঁলোকৰ ঘৰত পোন্ধৰ দিন আলহী হ'বৰ বাবে নিমন্ত্ৰণ কৰিলে। এই দিন কেইটাৰ শেষৰ পিনে হেৰল্ড আৰু মিলিচেণ্টৰ বিয়া স্থিৰ হয়। বিয়াখন বেছ ধুনীয়াকৈ হৈছিল। বিয়াৰ পাছত দুয়ো মধুচন্দ্ৰিকাৰ বাবে ভেনিচলৈ গ'ল। তাৰপৰা উভতি আহি দুয়ো প্ৰাচ্যলৈ যাত্ৰা আৰম্ভ কৰে। এই যাত্ৰাত যিবোৰ বন্দৰত তেওঁলোকৰ জাহাজ বৈছিল, তাৰপৰাই মিলিচেণ্টে চিঠি লিখিছিল। চিঠিবোৰত মিলিচেণ্টৰ নতুন জীৱনৰ আনন্দৰ আভাস পোৱা গৈছিল।

মিলিচেণ্টে কলে—"কুৱালাচল'বত মানুহবোৰে মোৰ লগত খুব ভাল ব্যৱহাৰ কৰিছিল।" কুৱালাচল'ৰ চেম্বুলু প্ৰদেশৰ ৰাজধানী।

"আমি ৰেচিডেণ্টৰ আলহী হৈছিলোঁ আৰু বহুতো মানুহে আমাক ৰাতিৰ আহাৰৰ বাবে নিমন্ত্ৰণ কৰিছিল। এবাৰ দুবাৰ দুই-এজন মানুহে হেৰল্ডক মদ খাবলৈকো অনুৰোধ কৰা মই শুনিছিলোঁ কিন্তু হেৰল্ডে আপত্তি কৰি কৈছিল তেওঁ জীৱনৰ এটা নতুন অধ্যায় আৰম্ভ কৰিছে—কাৰণ এতিয়া তেওঁ বিবাহিত। এই উত্তৰ শুনি মানুহবোৰে কিয় ইমানকৈ হাঁহিছিল মই

বুজা নাছিলোঁ। বেচিডেণ্টৰ পত্নী শ্ৰীমতী গ্ৰেই মোক কৈছিল যে হেৰল্ডৰ বিয়া হোৱা বাবে তেওঁ বৰ আনন্দ পাইছে। দেশৰপৰা বহু দূৰত এনেকুৱা ঠাইবোৰত অবিবাহিত মানুহবোৰে দিন কটোৱা অতি ভয়ানক কথা—তেওঁলোকে বৰ বেয়াকৈ অকলশৰীয়া অনুভৱ কৰে। কুৱালাচল'ৰ এৰিবৰ সময়ত শ্ৰীমতী গ্ৰেই মোক যেনে ধৰণে বিদায় জনাইছিল, মই সচাঁকৈয়ে অতি আচৰিত হৈছিলোঁ। তেওঁ যেন একান্ত ভাৱে হেৰল্ডক মোৰ হাতত সমৰ্পণ কৰিছে।"

শ্ৰোতা তিনি জনে নীৰৱে মিলিচেণ্টৰ কথা শুনি গৈছিল। কেথলিনে স্থিৰ দৃষ্টিৰে বায়েকৰ নিৰ্বিকাৰ মুখখনলৈ চাই আছিল আৰু শ্ৰীযুত স্কীনাৰে একান্ত মনে চাই আছিল তেওঁৰ সম্মুখৰ বেৰখনত আঁৰি থোৱা নানা ধৰণৰ মালয় দেশীয় অস্ত্ৰ-সস্ত্ৰবোৰ। এই অস্ত্ৰবোৰৰ তলতে এখন চোফাত শ্ৰীমতী স্কীনাৰ বহি আছিল।

"দেৰ বছৰ পাছত মই যেতিয়া পুনৰ কুৱালাচল'ৰলৈ উভতি গৈছিলোঁ তেতিয়াহে মই এই মানুহবোৰৰ আচৰিত ব্যৱহাৰৰ অৰ্থ বুজিব পাৰিলোঁ।" কথাষাৰ কৈ মিলিচেণ্টে বিদ্ৰূপ ভৰা হাঁহিৰ দৰে মুখেৰে এটা শব্দ কৰিলে।

"আগেয়ে নজনা বহু কথাই মই এই সময়ত জানিব পাৰিলোঁ। হেৰল্ড ইংলণ্ডলৈ আহিছিল বিয়া কৰাবৰ বাবে। ছোৱালী কেনে হ'ব সেই বিষয়ে তেওঁ বিশেষ গুৰুত্ব দিয়া নাছিল। মা, তোমাৰ মনত আছেনে হেৰল্ডক বন্দী কৰিবলৈ আমি কেনেকৈ জাল পেলাইছিলোঁ। কিন্তু সিমান কষ্ট কৰাৰ কোনো প্ৰয়োজন নাছিল।"

"মিলিচেণ্ট, তোমাৰ কথাৰ অৰ্থ মই বুজা নাই। মই বুজিছিলোঁ—হেৰল্ড তোমাক দেখি মুগ্ধ হৈছিল।" শ্ৰীমতী স্কীনাৰে অসন্তুষ্টিৰে উত্তৰ দিলে, কাৰণ মিলিচেণ্টে এই ষড়যন্ত্ৰবোৰৰ কথা উল্লেখ কৰাটো তেওঁ ভাল পোৱা নাছিল।

মিলিচেণ্টে অৱজ্ঞাৰ ভঙ্গীত কান্ধ জোকাৰিলে।

"তেওঁ দুৰ্ঘোৰ মদপী আছিল। ৰাতি শুবলৈ যাওঁতে তেওঁ এটা হুইস্কীৰ বটল বিছনালৈ লৈ যায় আৰু পুৱালৈ শেষ কৰি পেলায়। চিফ চেক্ৰেটৰীয়ে তেওঁক কৈছিল মদ খাবলৈ নেৰিলে তেওঁ চাকৰি এৰিব লাগিব।

হেৰল্ডক তেওঁ এটা শেষ সুযোগ দিবলৈ ওলাল। অর্থাৎ হেৰল্ড ছুটী লৈ ইংলণ্ডলৈ যাব আৰু তাত বিয়া কৰাই আহিব, যাতে নতুন পত্নী গৰাকীয়ে তেওঁৰ গতি-বিধি নিয়ন্ত্রণ কৰিব পাৰে। হেৰল্ডে মোক বিয়া কৰাইছিল তেওঁৰ তত্বাৱধান ল'বৰ বাবে। তাত মানুহবোৰে বাজী মাৰিছিল—মই কিমান দিন হেৰল্ডক মদৰপৰা আঁতৰাই ৰাখিব পাৰোঁ।"

কথাৰ মাজতে বাধা দি শ্রীমতী স্কীনাৰে কলে—"কিন্তু হেৰল্ডে তোমাক ভাল পাইছিল। হেৰল্ডে তোমাৰ বিষয়ে মোক কিমান কথা কৈছিল সেয়া তুমি নাজানা। জোৱানৰ জন্মৰ সময়ত তুমি যেতিয়া কুৱালাচল'ৰলৈ গৈছিলা, তেতিয়াও তেওঁ তোমাৰ বিষয়ে ধুনীয়াকৈ লিখি মোলৈ চিঠি দিছিল।"

মিলিচেণ্টে মাকৰ মুখলৈ চালে। তাইৰ নিস্তেজ মুখখন ৰঙা হৈ উঠিল। কোলাত থোৱা হাত দুখন অলপ কঁপি উঠিল। বিবাহিত জীৱনৰ প্রথম কেইটামান মাহৰ স্মৃতি তাইৰ মনৰ পর্দ্দাত ভাঁহি উঠিল। চৰকাৰী জাহাজত উঠি তেওঁলোক নৈৰ মোহনা পালেগৈ আৰু ৰাতিটো চৰকাৰী বিশ্রাম ভৱনত কটালে। হেৰল্ডে ধেমালি কৰি ঘৰটোক তেওঁলোকৰ সাগৰৰ পাৰৰ বিশ্রাম ভৱন বুলি কৈছিল। পিচদিনা এখন নাৱত তেওঁলোকে পুনৰ যাত্রা আৰম্ভ কৰিলে। মিলিচেণ্টে আগেয়ে পঢ়া উপন্যাস কিছুমানত বর্ণিওৰ বিষয়ে পাইছিল—সেইবাবেই তাই এনে এটা ধাৰণা কৰি লৈছিল যেন বর্ণিওৰ নদীবোৰ ক'লা আৰু অতি ভয়াবহ কিন্তু আকাশ পৰিষ্কাৰ নীলা, মাজে মাজে ৰঙা মেঘৰ টুকুৰাবোৰ উৰি ফুৰিছে। দুয়ো পাৰে সেউজীয়া বননি নৈৰ পানীয়ে চোৱাই আছে আৰু তাত সূর্য্যৰ পোহৰ পৰি জিলমিলাই উঠিছে। তাই দেখিলে নৈৰ দুয়োপাৰে অগাধ হাবি আৰু দূৰত আকাশলৈ মূৰ দাঙি থিয় হৈ আছে পর্বতৰ শাৰী। ৰাতিপুৱাৰ বতাহ মুকলি আৰু স্বাস্থ্যকৰ। তাইৰ অনুভৱ হ'ল সিহঁতে যেন এখন বন্ধুত্বপূর্ণ সুফলা দেশত প্রৱেশ কৰিছে। ইয়াত তাই মুকলি স্বাধীনতা অনুভৱ কৰিলে। নৈৰ দুয়োপাৰে গছত বান্দৰবোৰ ওলমি আছিল। এবাৰ এঠাইত কাঠৰ প্রকাণ্ড টুকুৰা এটা দেখিলে, কিন্তু হেৰল্ডে কলে সেইটো হেনো ঘৰিয়ালহে। সহকাৰী ৰেচিডেণ্টজন চৰকাৰী পোচাকত নাও ৰখোৱা ঘাটত

থিয় হৈ আছিল। তেওঁৰ ওচৰতে এক ডজন মান চুটি-চাপৰ সৈন্য তেওঁলোকক আদৰণি জনাবলৈ সাজু হৈ আছিল। হেৰল্ডে মিলিচেণ্টৰ লগত সহকাৰী ৰেচিডেণ্টজনক চিনাকি কৰি দিলে। তেওঁৰ নাম আছিল চিম্পচন।

তেওঁ হেৰল্ডক কলে—চাৰ, আপুনি পালেহি—বৰ ভাল হ'ল। আপুনি নথকা সময়খিনিত মই বৰ অকলশৰীয়া হৈ পৰিছিলোঁ।

ৰেচিডেণ্টৰ বাস ভৱন এটা চাপৰ টিলাৰ ওপৰত অৱস্থিত আৰু গোটেই ঘৰটো আগুৰি নানা ৰং-বেৰঙৰ ফুলেৰে ভৰা এখন ফুলনি। ঘৰটোৰ ভিতৰখন সিমান পৰিপাটী নহয় আৰু সা-সৰঞ্জামবোৰো কম কিন্তু কোঠাবোৰ ঠাণ্ডা আৰু আহল-বহল।

হেৰল্ডে এপিনে আঙুলিয়াই দেখুৱাই ক'লে—"তাত কেম্পং আছে।" মিলিচেণ্টে সেই পিনে চাওঁতেই তলৰ নাৰিকল গছৰ মাজৰপৰা কাঁহ বজোৱাৰ শব্দ শুনিলে—অৰ্থাৎ খোৱা বস্তু সাজু হৈছে।

মিলিচেণ্টৰ কোনো কাম নাছিল। দিনবোৰ অলস ভাবে পাৰ হৈ গৈছিল। ৰাতিপুৱা তেওঁলোক বাৰাণ্ডাত বহাৰ লগে লগে এটা ল'ৰাই চাহ লৈ আহে। পুৱাৰ মুকলি বতাহ লৈ তেওঁলোকে চাহ খায়। সেই সময়ত হেৰল্ডে এখন মালয় দেশীয় চাৰং আৰু এটা হাত কটা চোলা পিন্ধে আৰু মিলিচেণ্টে পিন্ধে ড্ৰেচিং গাউন। ব্ৰেকফাষ্টৰ বাবে সাজ বদলাবৰ সময় নোহোৱা পৰ্য্যন্ত দুয়ো এই সাজতে থাকে। তাৰ পিছত হেৰল্ড অফিচলৈ যায় আৰু মিলিচেণ্টে দুঘণ্টামান সময় মালয়ী ভাষা শিকে। হেৰল্ড দুপৰীয়া আহি আহাৰ খাই পুনৰ অফিচলৈ যায় আৰু মিলিচেণ্ট শোৱে। আবেলিৰ চাহ খাই সতেজ হৈ দুয়ো কেতিয়াবা ফুৰে আৰু কেতিয়াবা বাস ভৱনৰ চৌহদত হেৰল্ডে কৰা গল্‌ফ ফিল্ডত খেলে। ছয় বজাত ৰাতি হয়—সেই সময়তে চিম্পচন আহে ড্ৰিঙ্কৰ বাবে। ৰাতিৰ আহাৰৰ সময় নোহোৱালৈকে তেওঁলোকে গল্প কৰে। কেতিয়াবা হেৰল্ড আৰু চিম্পচন দুয়ো দাবা খেলে। সন্ধিয়াৰ সুগন্ধী বতাহ অতি মনোমোহা, জোনাকী পৰুৱাবোৰে বাৰাণ্ডাৰ নামনিৰ জোপোহা গছবোৰৰ মাজত লুকাভাকু খেলে। সন্ধিয়া ফুলা ফুলবোৰৰপৰা

চাৰিও পিনে মৃদু সুগন্ধ বিয়পি পৰে। ৰাতিৰ আহাৰ শেষ কৰি তেওঁলোকে জুহপ্লাইৰ আগতে লণ্ডনৰপৰা পঠিওৱা বাতৰি কাগজবোৰ পঢ়ে আৰু তাৰ পাছত বিছনালৈ যায়। বিবাহিতা মহিলা হৈ মিলিচেণ্টে অতি আনন্দ পাইছিল। নিজৰ এখন সংসাৰ আৰু তাত কাম কৰা দেশীয় পৰিচাৰকবোৰৰ কামত তাই সন্তুষ্ট হৈছিল। সিহঁতৰ পিন্ধনত বং চঙীয়া চাৰং। ঘৰৰ ভিতৰত সিহঁত শুদা ভৰিৰে থাকে। সিহঁতে নীৰৱে কাম কৰে আৰু সিহঁতৰ ব্যৱহাৰ বন্ধুত্বপূর্ণ। নিজকে ৰেচিডেণ্টৰ পত্নী হিচাপে গণ্য কৰি মিলিচেণ্টে এক নিবিড় আনন্দ উপভোগ কৰিছিল। হেৰাল্ডে স্থানীয় ভাষাত সলসলীয়াকৈ কথা ক'ব পাৰিছিল। তেওঁৰ ব্যৱহাৰ আছিল মৰ্য্যাদাপূর্ণ আৰু তেওঁ সহজে আনৰ ওপৰত আধিপত্য বিস্তাৰ কৰিব পাৰিছিল। হেৰল্ডে যেতিয়া আদালতত গোচৰবোৰ বিচাৰ কৰে, তেতিয়া প্ৰায়ে মিলিচেণ্ট তাত উপস্থিত থাকে। হেৰল্ডৰ দায়িত্ব আছিল বহুমুখী আৰু সেই সকলো দায়িত্ব তেওঁ যোগ্যতাৰে সমাধা কৰাৰ ফলত তেওঁৰ প্ৰতি মিলিচেণ্টৰ গভীৰ শ্ৰদ্ধা জাগি উঠিছিল। শ্ৰীযুত চিম্পচনে মিলিচেণ্টক কৈছিল হেৰল্ডে স্থানীয় মানুহবোৰক খুব ভালকৈ বুজি পায়। তেওঁৰ চৰিত্ৰত দৃঢ়তা, বুদ্ধি আৰু আমোদ প্ৰিয়তা —এই আটাইবোৰ গুণেই সংমিশ্ৰন হৈ আছে। ইয়াৰ স্থানীয় মানুহবোৰ ভয়াতুৰ, প্ৰতিশোধ পৰায়ণ আৰু সন্দেহবাদী—সেইবাবে সেই মানুহবোৰক শাসন কৰিবলৈ হেৰল্ডৰ নিচিনা মানুহেই উপযুক্ত। এইবোৰ শুনি মিলিচেণ্টৰ মনত গিৰিয়েকৰ প্ৰতি এক প্ৰশংসাপূর্ণ মনোভাব গঢ়ি উঠিছিল।

তেওঁলোকৰ বিয়াৰ প্ৰায় এবছৰ পাছত দুজন ইংৰাজ প্ৰাণীতত্ত্বাবিদ বৰ্ণিও অৰণ্য-ভূমিৰ ভিতৰলৈ এটা অভিযানৰ বাবে আহিছিল। তেওঁলোক কেইদিনমান হেৰল্ডৰ আলহী হ'বৰ বাবে বন্দোবস্ত হ'ল। তেওঁলোকে লগত গৱৰ্ণৰৰ অনুমোদন পত্ৰ এখনো লৈ আহিছিল। হেৰল্ড তেওঁলোকক সকলো প্ৰকাৰে সহায় কৰিবলৈ সাজু হ'ল। আলহী দুজনৰ উপস্থিতিত তেওঁলোকৰ জীৱন যাত্ৰাৰ গতানুগতিক ধাৰাটোৰ যথেষ্ট পৰিবৰ্ত্তন ঘটিল। আগেয়ে শ্ৰীযুত চিম্পচনে মাত্ৰ দেওবাৰে ৰাতি হেৰল্ডৰ

ঘৰত আহাৰ কৰিছিল। এতিয়া মিলিচেণ্টে চিম্পচনক আলহীৰ লগতে তেওঁলোকৰ ঘৰত খাবলৈ নিমন্ত্রণ কৰিলে। খাই উঠি তেওঁলোক ব্রীজ খেলিবলৈ বহিল। মিলিচেণ্ট শুবলৈ গ'ল কিন্তু মানুহ কেইজনে ইমান হুলস্থুল লগাইছিল যে মিলিচেণ্টৰ বহুত সময়লৈ টোপনি নাহিল। হেৰল্ড ঢলং-পলংকৈ মাজ-ৰাতি শোৱনী কোঠালৈ সোমাই অহাত হঠাৎ মিলিচেণ্টে সাৰ পালে। তাই নীৰৱে ৰ'ল। বিছনাত বাগৰ দিয়াৰ আগতে হেৰল্ডে গা ধুবলৈ ঠিক কৰিলে। গা ধোৱা ঘৰটো তওঁলোকৰ শোৱনী কোঠাৰ তলতে। চিৰিয়েদি তেওঁ তললৈ নামি গ'ল। হঠাতে তেওঁ পিচল খাই পৰিল। হুৰমুৰ শব্দ এটা হ'ল আৰু লগে লগে হেৰল্ডে কিবা-কিবি বকিবলৈ ধৰিলে। তাৰ পাছত হৰ হৰাই বমি কৰিবলৈ ধৰিলে তেওঁ। অলপ পাছত তাই বাল্টিয়ে বাল্টিয়ে মূৰত পানী ঢলা শব্দ শুনিবলৈ পালে। তাৰ পাছত অতি সাৱধানে চুচৰি চুচৰি ওপৰলৈ উঠি আহি হেৰল্ড বিছনাত উঠিলহি। মিলিচেণ্ট টোপনি যোৱাৰ ভাও জুৰি আছিল। তাইৰ মন ঘৃণাৰে ভৰি পৰিল। হেৰল্ড মদাহী! ৰাতিপুৱা হেৰল্ডক এই বিষয়ে সুধিবলৈ তাই স্থিৰ কৰিলে। কিন্তু ৰাতিপুৱা হেৰল্ডৰ ব্যৱহাৰ এনে গহীন গম্ভীৰ আৰু মৰ্য্যাদাপূৰ্ণ দেখা গ'ল যে মিলিচেণ্টে এই বিষয়টো উত্থাপন কৰাৰ জোখেৰে মনৰ জোৰ হেৰুৱাই পেলালে। আঠ বজাত আলহী দুজনৰ সৈতে তেওঁলোক ব্রেকফাষ্ট খাবলৈ বহিল। হেৰল্ড মেজৰ ওপৰৰ বস্ত্ৰবোৰত চকু ফুৰালে।

হেৰল্ডে ক'লে—"মিলিচেণ্ট, তোমাৰ আলহী কেইজনে ব্রেকফাষ্টত অলপ ৱৰচেষ্টাৰ চচ পালেই সন্তুষ্ট হ'ব। আন কিবা বিচাৰিব বুলি মই নাভাবোঁ। মই কিন্তু হুইস্কী আৰু চ'দাহে ল'ম।"

আলহী দুজনে লজ্জিত হৈ হাঁহিলে।

এজনে ক'লে—"আপোনাৰ স্বামী ভয়ানক মানুহ।"

"প্রথম দিনাই মই যদি আপোনালোকক নিচা নলগোৱাকৈ শুবলৈ যাবলৈ দিওঁ, তেতিয়া হ'লে দেখোন মোৰ গৃহস্থৰ কৰ্ত্তব্য ঠিক মতে পালন কৰাই নহ'ব।" হেৰল্ডে ৰাজকীয় সুৰত ক'লে।

মিলিচেণ্টে বিৰক্ত হৈ হাঁহিলে যদিও নিজকে এই ভাবি সান্ত্বনা

দিলে যে যোৱা বাতি গিৰিয়েকৰ দৰেই আলষ্টী ছুজনো নিচাত বেহুঁচ হৈ আছিল। বাতি খোৱাৰ পাচত মিলিচেণ্ট তেওঁলোকৰ ওচৰতে বহি থাকিল। সেইদিনা ঠিক সময়তে চব শুবলৈ গ'ল। আলষ্টী ছুজনে তেওঁলোকৰ ঘৰবপৰা বিদায় লোৱাত মিলিচেণ্ট বৰ সুখী হ'ল। তেওঁলোকৰ জীৱন যাত্ৰা আগৰ দৰেই শান্ত হৈ পৰিল।

কেই মাহমানৰ পাচত নিজৰ জিলা নৰ প্ৰশাসনীয় কাম-কাজ পৰিদৰ্শনৰ বাবে হেৰল্ড এটা চৰকাৰী ভ্ৰমণত ওলাল কিন্তু উভতি আহোঁতে তেওঁ মেলেৰিয়াত আক্ৰান্ত হৈ আছিল। মিলিচেণ্টে যদিও পূৰ্বে মেলেৰিয়াৰ বিষয়ে শুনিছে, তথাপি এইবাৰহে প্ৰথম তেওঁ বেমাৰটো দেখিলে। হেৰল্ড কিছু দিনৰ পাচত আৰোগ্য হ'ল যদিও বৰ দুৰ্বল হৈ পৰিল। তেওঁৰ ব্যৱহাৰো আচৰুৱা যেন দেখিলে মিলিচেণ্টে। তেওঁ অফিচৰপৰা উভতি আহি উজ্বল চকুৰে মিলিচেণ্টলৈ একেবাৰে চাই থাকে। বাৰাণ্ডাত থিয় হৈ থাকিলেও তেওঁৰ দেহাটো থলংপলং কৰি থাকে, মাজে মাজে ইংলণ্ডৰ ৰাজনীতিৰ বিষয়ে দীঘল আমনি লগা বক্তৃতা দিয়ে। কৈ থাকোঁতে তেওঁৰ মাজে মাজে কথাৰ আঁত হেৰাই যায়। সেই সময়ত তেওঁ মিলিচেণ্টলৈ আৰ চকুৰে চায়, সেই ভঙ্গীৰ লগত তেওঁৰ স্বাভাৱিক মৰ্য্যাদাপূৰ্ণ ব্যৱহাৰৰ কোনো সাদৃশ্য নাথাকে। তেতিয়া তেওঁ নিজে নিজে কয়—"এই জঘন্য মেলেৰিয়াই মোক দুৰ্বল কৰি পেলালে। উস! এজন সাম্ৰাজ্য গঢ়োতাৰ ওপৰত এই বেমাৰৰ প্ৰভাৱ কিমান বেয়া তুমি নুবুজা।"

মিলিচেণ্টৰ ধাৰণা হ'ল কিবা কাৰণত যেন শ্ৰীযুত চিম্প্চন বৰ চিন্তাকুল হৈ পৰিছে। মিলিচেণ্টৰ লগত অকলে বহি থকাৰ সময়ত তেওঁ যেন এপাৰ-ছুবাৰ কিবা ক'ব খোজে কিন্তু লাজৰ কাৰণে ক'ব নোৱাৰে। কথাটো লক্ষ্য কৰি মিলিচেণ্ট বৰ নাৰ্ভাচ হ'ল। এদিন হেৰল্ড অফিচৰ পৰা উভতি আহোঁতে কিবা কাৰণত পলম হোৱাত তাই সুবিধা পাই কথাটো উলিয়ালে। তাই হঠাতে সুধিলে—"আপুনি মোক কিবা এটা ক'ব খুজিছেনেকি?" মানুহজনে লাজত ৰঙা পৰি ইতস্ততঃ কৰি ক'লে—"নাই। মই আপোনাক কিবা ক'ব খোজা বুলি আপুনি

বাক কিয় ভাবিছে ?" শ্ৰীযুত চিম্পচন চাৰ্বিচ বছৰীয়া ক্ষীণ ডেকা। মুখৰ কেঁকোৰা চুলিখিনি খুব যত্নেৰে মিহি কৰি আঁচুৰি থোৱা। মহে কামুৰি হাতৰ গাঁঠিবোৰ ফুলাই থৈছে। মিলিচেণ্টে তেওঁলৈ স্থিৰ দৃষ্টিৰে চাই ৰ'ল।

"হেৰল্ডৰ বিষয়ে কিবা কথা থাকিলে তাক খোলাকৈ মোক কৈ দিয়াটোৱেই উচিত নহ'ব জানো ?"

তেওঁৰ মুখখন আৰু বেছি ৰঙা পৰিল আৰু বহি থকা চকীখনত খুন্দমুৰাবলৈ ধৰিলে। মিলিচেণ্টে তেওঁক পুনৰ জোৰ কৰিলে। তেওঁ ক'লে—"আপুনি মোক বৰ বেয়া মানুহ বুলি ভাবিব। ওপৰৱালাৰ বিষয়ে কিবা কোৱাটো—বিশেষকৈ সেইখেতৰ অনুপস্থিতিত—অতি বেয়া কথা। মেলেৰিয়া বৰ বেয়া বেমাৰ। এই বেমাৰত ভোগা মানুহে সম্পূৰ্ণকৈ মনৰ জোৰ হেৰুৱাই পেলায়।"

পুনৰ তেওঁ ইতস্ততঃ কৰিবলৈ ধৰিলে। সক ল'ৰাৰ দৰে মুখখন কন্দনামুৱা হ'ল।

ভিতৰৰ উদ্বেগ লুকুৱাই ৰাখি মুখত হাঁহি ফুটাই মিলিচেণ্টে ক'লে—"মই কবৰৰ দৰে নীৰৱ হৈ থাকিম। এতিয়া আপোনাৰ কথাখিনি কওক।"

"আপোনাৰ স্বামীয়ে অফিচত হুইস্কীৰ বটল এটা ৰাখে আৰু ঘনাই তাৰপৰা খাই থাকে।"

উত্তেজনাত শ্ৰীযুত চিম্পচনৰ মাতটো গেৰগেৰীয়া হৈ ওলাইছিল।

মিলিচেণ্টৰ সৰ্ব শৰীৰ কঁপি উঠিল। কিন্তু তাই নিজকে নিয়ন্ত্ৰণ কৰিলে, কাৰণ এই ল'ৰাজনৰপৰা সকলো কথা জানিব খুজিলে ধৈৰ্য্য ধৰিব লাগিব। তেওঁ কথাবোৰ ক'ব খোজা নাই। তেওঁ নানা ধৰণে চিম্প্চনক অনুৰোধ কৰিলে, তেওঁৰ কৰ্ত্তব্যৰ বিষয়ে সোঁৱৰাই দিলে আৰু শেষত কান্দিবলৈ ধৰিলে। তেতিয়া তেওঁ ক'লে যোৱা পথেকটোত তেওঁ কম-বেছি পৰিমাণে নিচাত বেহুঁচ হৈছে। দেশীয় মানুহবোৰে কোৱাকোৱা কৰিছে—বিয়াৰ আগতে হেৰল্ড যিদৰে মদাহী আছিল এতিয়াও তেওঁ তেনেকুৱাই হ'ব। মিলিচেণ্টে জোৰ কৰা সত্বেও হেৰল্ডৰ বিয়াৰ আগৰ কাৰ্য্য-কলাপৰ বিষয়ে ক'বলৈ চিম্প্চন মান্তি নহ'ল।

"এতিয়াও তেওঁ খাই আছে নে কি?" মিলিচেণ্টে সুধিলে।

"মই নাজানো।"

খং আৰু লাজত মিলিচেণ্টৰ মুখটো গৰম হৈ উঠিল। ৰেচিডেন্টৰ বাস-ভৱনৰ বিপৰীত পিনৰ ঘৰটো দুৰ্গ বুলি জনাজাত, কাৰণ তাত বন্দুক-বাৰুদ ৰাখে। তাত এটা আদালত ঘৰো আছে। দুৰ্গৰ চাৰিও পিনে এখন ফুলনি আছে। সূৰ্য্য অস্ত যাবৰ সময় হোৱা বাবে ব'দ কোমল হোৱাত মিলিচেণ্টে টুপী নিপিন্ধিলে। তাই চিধা দুৰ্গৰ পিনে গ'ল। বিচাৰৰ কোঠাত এখন মেজৰ ওচৰত তাই হেৰল্ডক বহি থকা দেখিলে। মেজৰ ওপৰত এটা হুইস্কীৰ বটল। তেওঁ চিগাৰেট হুঁপি হুঁপি তিনি-চাৰিটামান মালয়ী মানুহৰ লগত কথা পাতি আছে। মানুহ কেইটাই তেওঁৰ সন্মুখত থিয় হৈ ভদ্ৰভাবে কথা শুনি আছে যদিও সিহঁতৰ মুখত ঘৃণাভৰা হাঁহি। তেওঁৰ মুখখন ৰঙা।

মিলিচেণ্ট সোমোৱাৰ লগে লগে মানুহ কেইটা আঁতৰি গ'ল।

"তুমি কি কৰি আছা চাবলৈ আহিলোঁ।" মিলিচেণ্টে ক'লে।

হেৰল্ড থিয় হ'ল। কাৰণ তেওঁ সদায়েই পত্নীৰ প্ৰতি গভীৰ সন্মান দেখুৱায় কিন্তু তেওঁৰ ভৰি দুখন কঁপি থাকিল। নিজৰ থৰক-বৰক অৱস্থাৰ কথা বুজি তেওঁ বাহিৰত অতি গম্ভীৰ হৈ দেখুৱালে।

"বহা—বহাচোন। মই কামৰ হেঁচাত ওলাব পৰা নাই।"

মিলিচেণ্টে উগ্ৰ দৃষ্টিৰে গিৰিয়েকৰ মুখলৈ চাই ক'লে—"তুমি নিচাত বেহুঁচ হৈ আছা, নহয়?"

তেওঁ ঘৈণীয়েকৰ মুখলৈ স্থিৰ ভাবে চালে, চকু দুটা অলপ বহলকৈ মেল খালে। বহল মঙহাল মুখখনত এটা উদ্ধত ভাব বিয়পি পৰিল।

"তুমি কি কৈছা মই বুজা নাই।" হেৰল্ডে ক'লে।

খন্তত একো নাই হৈ মিলিচেণ্টে বহুত কিবাকিবি ক'ব খুজিছিল যদিও একো ক'ব নোৱাৰিলে, মাত্ৰ হুকহুককৈ কান্দি উঠিল। লাহে লাহে এখন চকীত বহি তাই দুয়ো হাতেৰে মুখখন ঢাকিলে। হেৰল্ডে এক মুহূৰ্ত্ত ঘৈণীয়েকলৈ চাই ৰ'ল, তাৰ পিচত তেওঁৰ দুগালেদি চকুপানী বাগৰি আহিবলৈ ধৰিলে। দুবাহু মেলি তেওঁ পত্নীৰ পিনে আগবাঢ়ি আহিল

আৰু আঁঠুকাঢ়ি সন্মুখত বহি পৰিল। অপল সময় উচুপি উচুপি তেওঁ ঘৈণীয়েকক সাৱটি ধৰিলে।

"মোক ক্ষমা কৰা। মই প্ৰতিজ্ঞা কৰিছোঁ, আৰু কেতিয়াও এনেকুৱা কাম নকৰোঁ। এই ভয়ানক মেলেৰিয়াই মোৰ এই অৱস্থা কৰিলে।" হেৰল্ডে ক'লে।

"এয়া বৰ অপমানজনক কথা।" মিলিচেণ্টে উচুপি উচুপি ক'লে।

সেইদিনা হেৰল্ডে এটা সৰু ল'ৰাৰ দৰেই কান্দিছিল। এই প্ৰকাণ্ড মানুহজনে সেইদৰে কন্দাৰ দৃশ্য বৰ বেদনা দায়ক। মিলিচেণ্টে গিৰিয়েকৰ চকুলৈ চালে। গিৰিয়েকৰ চাৱনি অনুতাপ আৰু আবেগেৰে ভৰা।

"তুমি মোক কথা দিয়া ভৱিষ্যতে কেতিয়াও যেন আৰু মদ স্পৰ্শ নকৰা।"

"এয়া মই আজি প্ৰতিজ্ঞা কৰিলোঁ। মদক মই ঘিণ কৰোঁ।"

তেতিয়া মিলিচেণ্টে হেৰল্ডক তাইৰ সন্তান সম্ভাৱনাৰ কথা ক'লে। হেৰল্ড আনন্দত উৎফুল্ল হৈ পৰিল।

দুয়ো নিজৰ বঙলালৈ উভতি আহিল। হেৰল্ডে গা ধুই শুলে। ৰাতিৰ আহাৰৰ পাছত দুয়ো বহুত সময় শান্ত ভাৱে কথা পাতিলে। সেইদিনা হেৰল্ডে স্বীকাৰ কৰিলে যে বিয়াৰ আগতে তেওঁ যি পৰিমাণৰ মদ খোৱা ভাল, প্ৰায়ে তাতোকৈ বেছি খাইছিল। দেশৰ পৰা এইদৰে অকলে দূৰৈত থাকিলে স্বাভাৱিকতেই মানুহ কিছুমান বেয়া অভ্যাসত লিপ্ত হয়। তেওঁ মিলিচেণ্টৰ কথা মতে চলিবলৈ মান্তি হ'ল।

সন্তান জন্মৰ বাবে মিলিচেণ্ট কুন্নালাচল'ৰলৈ যোৱাৰ আগৰ মাহ কেইটাত হেৰল্ডে স্বামী হিচাপে সুন্দৰকৈ দায়িত্ব পালন কৰিছিল। তেওঁ এই সময়-ছোৱাত এজন মৰমিয়াল আৰু দায়িত্ববোধ সম্পন্ন স্বামী আছিল। ছসপ্তাহৰ বাবে মিলিচেণ্ট কুন্নালাচল'ৰলৈ যাবলৈ ওলাল। সেই উদ্দেশ্যে এখন লাঞ্চ সাজু কৰা হ'ল। হেৰল্ডে প্ৰতিজ্ঞা কৰিলে মিলিচেণ্টৰ অনুপস্থিতিত তেওঁ আৰু কেতিয়াও মদ নাখায়। মিলিচেণ্টৰ কান্ধত হাত থৈ হেৰল্ডে কলে—"মই মোৰ প্ৰতিজ্ঞা কেতিয়াও ভঙ্গ নকৰোঁ। কিন্তু প্ৰতিজ্ঞা কৰোঁ বা নকৰোঁ—এই সময়ত তোমাৰ অশান্তি বঢ়োৱা কাম মই কৰিম নেকি?"

জোৱানৰ জন্ম হ'ল। মিলিচেণ্ট কুৱালাচল'ৰৰ বেচিডেণ্ট শ্ৰীযুত আৰু শ্ৰীমতী গ্ৰেৰ আলহী হৈ থাকিল। শ্ৰীমতী গ্ৰে আদ বয়সীয়া মৰমিয়াল তিৰোতা। আন একো কাম নথকা বাবে দুয়ো গৰাকীয়ে দিনত বহি কথা পাতি থাকে। কথা প্ৰসঙ্গতে মিলিচেণ্টে শ্ৰীমতী গ্ৰে পৰা হেৰল্ডৰ অতীতৰ মদাহী জীৱনৰ কথা সম্পূৰ্ণৰূপে জানিব পাৰিলে। কিন্তু এটা কথা মিলিচেণ্টে কোনো পধ্যেই মানি ল'ব নোৱাৰিলে। হেৰল্ডক কৰ্তৃপক্ষই এটা চৰ্ত্তত চাকৰিত ৰাখিবলৈ মান্তি হৈছিল—সেইটো হৈছে হেৰল্ড ছুটীৰ শেষত ইংলণ্ডৰ পৰা উভতি আহোঁতে এগৰাকী পত্নী লৈ আহিব লাগিব। এই কথাষাৰে তাইৰ মনটো হেৰল্ডৰ প্ৰতি বিদ্বেষী কৰি তুলিলে। হেৰল্ড অতীতত দুৰ্ঘোৰ মদপী আছিল—এই চিন্তাই তাইৰ মনটো অস্বস্তিৰে ভৰাই তুলিলে। তাইৰ অনুপস্থিতিত হেৰল্ডে নিজকে মদৰ লোভৰ পৰা ৰক্ষা কৰিব পাৰিবনে নোৱাৰে এই চিন্তাত তাই আতঙ্কিত হৈ পৰিল।

কেঁচুৱা আৰু ধাত্ৰী এজনী লৈ তাই ঘৰলৈ উভতিল। এৰাতি নৈৰ মোহনাত ৰ'ল আৰু তাই আহি পোৱাৰ খবৰ দিবলৈ নাৱত এজন মানুহ পঠিয়ালে। পিছ দিনা লাসখন ঘাটৰ ওচৰ চপাৰ লগে লগে তাই তীক্ষ্ণ দৃষ্টিৰে পাটলৈ লক্ষ্য কৰিবলৈ ধৰিলে। তাত হেৰল্ড আৰু চিম্পচন থিয় হৈ আছিল। আৰু আছিল অভ্যৰ্থনা জনাবলৈ এলানি সৈন্য। ঢৌৰ মাজেদি যোৱা জাহাজত ধলংপলংকৈ খোজ কঢ়া নাবিকৰ দৰে হেৰল্ডেও ধলংপলং কৰি আছিল। দেখিয়েই তাই বুজিলে হেৰল্ড মদৰ নিচাত আছে। তাইৰ বুকুখন যেন এহাত তললৈ বহি গ'ল। ডেৰ মাহৰ মূৰত ঘৰলৈ উভতি অহাৰ পৰিবেশটো তাইৰ বাবে আনন্দজনক নহ'ল।

কথাবোৰ কৈ যাওঁতে ওচৰতে নীৰৱে বহি শুনি থকা মাক, দেউতাক আৰু ভনীয়েকৰ উপস্থিতিৰ কথা তাই প্ৰায় পাহৰি গৈছিল। হঠাতে যেন তাই টোপনিৰপৰা সাৰ পালে।

"মই সেই সময়ত তেওঁক তীব্ৰ ভাৱে ঘৃণা কৰিছিলোঁ। পৰা হলে মই তেওঁক—তেওঁক হত্যা কৰিলোঁহেঁতেন।"

বহু দূৰৰপৰা যেন তাইৰ কথাখিনি ভাঁহি আহিল।

"মিলিচেণ্ট, তেনেকুৱা কথা নক'বা। মনত ৰাখিবা বেচেৰা এতিয়া

মৃত।" মাক চিঞৰি উঠিল।

অলপ সময় তাই মাকৰ মুখলৈ চাই ৰ'ল। উত্তেজিত মুখখনত এটা ক'লা ছাঁ পৰিল। শ্ৰীযুত স্কীনাৰে অস্বস্তিৰে অলপ লৰচৰ কৰিলে।

"কি যোৱা।" কেথলিনে কলে।

"যেতিয়া তেওঁ জানিব পাৰিলে যে তেওঁৰ অতীতৰ সকলো কথাই মই জানি উঠিছো, তেতিয়া তেওঁ মোক গ্ৰাহ্য নকৰা হ'ল। তিনি মাহৰ ভিতৰতে তেওঁ আৰু এবাৰ ভয়ানক ভাৱে মদ খাই উদণ্ডালি কৰিলে।"

"তুমি তেওঁক কিয় এৰি থৈ নাহিলা।" কেথলিনে সুধিলে।

"তাৰপৰা কি লাভ হ'লহেঁতেন? পাঁচেকৰ ভিতৰতে তেওঁ সেই চাকৰিৰ পৰা খেদা খালেহেঁতেন। তেতিয়া জোৱান আৰু মোৰ দায়িত্ব কোনে ললেহেঁতেন? গতিকে মই থাকিবলৈ বাধ্য হলোঁ। মদ নোখোৱা অৱস্থাত তেওঁৰ বিৰুদ্ধে অভিযোগ কৰিব লগীয়া একো নাথাকে। তেওঁ মোৰ প্ৰেমত পৰা নাছিল যদিও মোলৈ তেওঁৰ মৰম আছিল। ময়ো তেওঁৰ প্ৰেমত পৰা নাছিলোঁ কিন্তু এগৰাকী বিবাহিতা মহিলা হিচাপে মই নিজকে প্ৰতিষ্ঠা কৰিব খুজিছিলোঁ। তেওঁক মদৰপৰা ৰক্ষা কৰিবৰ বাবে মই যিমান পাৰোঁ চেষ্টা কৰিছিলোঁ। শ্ৰীযুত গ্ৰেক কৈ মই কুৱালাচল'ৰ পৰা হুইস্কী পঠিওৱা বন্ধ কৰিছিলোঁ যদিও হেৰল্ডে চানা মানুহবোৰৰ পৰা তাক সংগ্ৰহ কৰিছিল। সেকুৰীয়ে নিগনিক অনুসৰণ কৰাৰ দৰে ময়ো সকলো সময়তে সতৰ্কতাৰে তেওঁক লক্ষ্য কৰিছিলোঁ। কিন্তু মোৰ তুলনাত তেওঁ আছিল অধিক চতুৰ। অলপ দিনৰ ভিতৰতে তেওঁ আৰু এবাৰ মদ খাই বেহুঁচ হ'ল। নিজৰ কৰ্ত্তব্যক তেওঁ অৱহেলা কৰিবলৈ ধৰিলে। তেওঁৰ এই কাৰ্য্যৰ বাবে কোনোবাই অভিযোগ তুলিব বুলি মই বৰ ভয় খাইছিলোঁ। কুৱালাচল'ৰ পৰা আমি থকা জিলাখনলৈ ছুদিনৰ বাট, সেই বাবে হেৰল্ড কিছু পৰিমানে ৰক্ষা পৰি আছিল। অৱশেষত এই দূৰত্বয়ো আমাক ৰক্ষা কৰিব নোৱাৰিলে। মোৰ ধাৰণা—কোনোবাই হেৰল্ডৰ বিৰুদ্ধে অভিযোগ দিছিল। হেৰল্ডক সতৰ্ক কৰিবৰ বাবে শ্ৰীযুত গ্ৰেই মোলৈ ভিতৰুৱা ভাৱে চিঠি এখন দিছিল। সেইখন মই তেওঁক দেখুৱালোঁ। পঢ়ি চাই হেৰল্ড দপদপাই উঠিল যদিও

তেওঁৰ ভঙ্গীৰ পৰা মই বুজিলোঁ চিঠিখন পঢ়ি তেওঁ ভয় খাইছে। তাৰ পাছত দুই-তিনি মাহ মান তেওঁ মদ খোৱা নাছিল। তাৰ পাছত আকৌ আৰম্ভ কৰিলে আৰু আমি দুটীত ঘৰলৈ অহাৰ আগলৈকে সেইদৰেই চলিল।

"আমি ইয়ালৈ অহাৰ আগেয়ে মই তেওঁক সাৱধান হ'বলৈ বহুতো কাকুতি-মিনতি কৰিলোঁ। মই কেনেকুৱা মানুহ এজনৰ লগত বিয়া হৈছোঁ সেইকথা তোমালোকে জনাটো মই বিচৰা নাছিলোঁ। ইংলণ্ডত থকা গোটেই সময়খিনি তেওঁ ঠিকেই চলিছিল আৰু উভতিবৰ সময়ত তেওঁক মই পুনৰ সতৰ্ক কৰি দিলোঁ। তেওঁ জোৱানক বৰ মৰম কৰিছিল, তা'য়া তেওঁৰ বৰ অনুৰক্ত আছিল। তাই মোতকৈ দেউতাককহে বেছি ভাল পাইছিল। মই তেওঁক সুধিছিলোঁ ছোৱালীজনীয়ে ড'ঙৰ হৈ তাইৰ দেউতাক মদাহী বুলি জনাটো তেওঁ বিচাৰে নেকি? তেতিয়া তেওঁ ভয় খাইছিল। মই এইটো উপায়েৰে তেওঁক মদৰপৰা ৰক্ষা কৰিব পাৰিম বুলি আশা কৰিছিলোঁ। তেওঁক মই কৈছিলোঁ জোৱানে কেতিয়াবা তেওঁক য'দ মাতাল হোৱা দেখে, তেতিয়া হলে তাইক মই তেওঁৰ ওচৰৰ পৰা একেবাৰেই আঁতৰাই লৈ যাম। মোৰ কথা শুনি তেওঁৰ মুখখন শেতা পৰি গ'ল। সেইদিনা ৰাতি মই আঁঠুকাঢ়ি ভগবানক অশেষ ধন্যবাদ জনাইছিলোঁ—কাৰণ মই মোৰ স্বামীক ৰক্ষা কৰাৰ উপায় এটা পালোঁ।

"তেওঁ মোক কৈছিল মই য'দি তেওঁৰ সহায় হওঁ তেওঁ আকৌ এবাৰ চেষ্টা কৰি চাব। তেতিয়া আমি দুয়ো মদৰ বিৰুদ্ধে সংগ্ৰাম কৰিবলৈ ঠিক কৰিলোঁ। তেওঁ নিজকে ৰক্ষা কৰিবলৈ কঠোৰ ভাবে চেষ্টা কৰিছিল। মদ খাবৰ মন গলেই তেওঁ মোৰ ওচৰলৈ আহে। তোমালোকে জানাই- তেওঁ ডাঙৰ ডাঙৰ কথা কৈ ভাল পাইছিল কিন্তু মোৰ ওচৰত তেওঁ বৰ নম্ৰ ঠিক এটা সৰু ল'ৰাৰ দৰেই—আৰু সম্পূৰ্ণৰূপে মোৰ ওপৰতে নিৰ্ভৰশীল আছিল। বিয়া কৰোৱাৰ সময়ত তেওঁ মোৰ প্ৰেমত পৰা নাছিল যদিও পিছত তেওঁ মোৰ প্ৰেমত পৰিছিল। মোক আৰু জোৱানক তেওঁ ভাল পাইছিল। মই এই দুৰ্ভোগত পৰিবলগীয়া হোৱা বাবে তেওঁক ঘিণ কৰিছিলোঁ। মদ খাই উঠি তেওঁ বৰ বৰ কথা কৈ নিজকে বহুত ওপৰলৈ

তোলে আৰু তেতিয়া তেওঁ আৰু বেছি ঘৃণনীয় হৈ পৰে কিন্তু এতিয়া তেওঁৰ প্ৰতি মোৰ মনত এটা বেলেগ ধৰণৰ অনুভূতি জাগি উঠিছিল। মোৰ স্বামীতকৈও তেওঁ যেন এটা সৰু কেঁচুৱাহে। ক্লান্তিকৰ এই দীঘলীয়া সময়খিনি তেওঁক যেন মই বুকুৰ মাজতহে লৈ আছিলোঁ। মোক লৈ তেওঁ খুব গৰ্ব কৰিছিল আৰু তেওঁক লৈ ময়ো গৰ্বিত হৈছিলোঁ। তেওঁৰ দীঘলীয়া বক্তৃতা শুনি মই আৰু আমনি নোপোৱা হলোঁ, তেওঁৰ ৰাজকীয় কথা-বতৰাবোৰ শুনি মই আমোদহে পাইছিলোঁ আৰু ভাল লাগিছিল।

"অৱশেষত আমি জয় লাভ কৰিলোঁ। দুটা বছৰ তেওঁ মদ স্পৰ্শ নকৰিলে। মদৰ প্ৰতি তেওঁৰ একেবাৰেই লোভ নোহোৱা হ'ল, আনকি তেওঁ পূৰ্বৰ কথা সুঁৱৰি ৰগৰহে কৰিবলৈ ধৰিলে।

"সেই সময়ত চিম্পচনে বিদায় লৈছিল আৰু তেওঁৰ ঠাইত ফ্ৰাঞ্চিচ নামৰ আন এজন ডেকাই কামত যোগ দিলেহি।

"এদিন তেওঁ ফ্ৰাঞ্চিচক কৈছিল—বুজিছা ফ্ৰাঞ্চিচ, মই এতিয়া এজন সংশোধিত মদপী। পত্নীৰ চেষ্টা নোহোৱা হলে মই কেতিয়াবাই চাকৰিৰ পৰা খেদা খালোঁহেঁতেন। মোৰ পত্নী পৃথিৱীৰ ভিতৰত শ্ৰেষ্ঠ।

"তেওঁৰ এই কথাষাৰ শুনি মোৰ যে কেনেকুৱা লাগিছিল মই তোমালোকক বুজাব নোৱাৰোঁ। অনুভৱ কৰিছিলোঁ মোৰ ইমান দিনৰ কষ্ট আৰু যত্নৰ সুফল ফলিল। সচাঁকৈয়ে মই বৰ সুখী হৈছিলোঁ।"

তাই অলপ সময় নীৰৱে ব'ল সেই বহল, হালধীয়া, দুৰ্দান্ত নৈখন—যিখন নৈৰ পাৰত তাই একেৰাহে বহু বছৰ বাস কৰিছিল—তাইৰ মনৰ পৰ্দাত ভাঁহি উঠিল। অস্তমুখী সূৰ্য্যৰ পোহৰত পাখি মেলি উৰি যোৱা কমোৱা তুলাৰ দৰে সেই ইগ্ৰেট চৰাইবোৰ! সেয়া আছিল যেন কোনোবা অদৃশ্য সঙ্গীতজ্ঞই বজোৱা এক মনোমোহা বীণাৰ সুৰ সেই দৃশ্যক মাত্ৰ গভীৰ প্ৰশান্ত মনৰ আনন্দময় চিন্তাৰ লগতহে তুলনা কৰিব পাৰি।

"জোৱানৰ হঠাতে অসুখ হ'ল। কেই সপ্তাহমান আমি বৰ দুশ্চিন্তাত কটালোঁ। ওচৰত ভাল ডাক্তৰ নোহোৱা বাবে আমি স্থানীয় ডাক্তৰৰ ওপৰতে নিৰ্ভৰ কৰিবলগীয়া হলোঁ। অকণমান আৰোগ্য হোৱাৰ পাছত ৰাগৰৰ মুকলি বতাহ তাইৰ বাবে উপকাৰী হ'ব বুলি ভাবি মই তাইক নৈৰ

মোহনালৈ লৈ গলোঁ। আমি এসপ্তাহ তাত আছিলোঁ। জোৱানৰ জন্মৰ সময়ত মই কুৱালাচল'ৰত থকাৰ পাছত এই প্ৰথম বাৰ হেবল্ড আৰু মই আকৌ আঁতৰা-আঁতৰি হৈ থাকিব লগীয়া হ'লোঁ। নৈৰ মোহনাত এখন মাছমৰীয়া গাওঁ আছিল—তাৰ বাহিৰে আমি তাত প্ৰায় অকলশৰীয়া হিচাপেই থাকিলোঁ। সেই সময়ত মই বেছি ভাগ সময় হেৰল্ডৰ কথাকে চিন্তা কৰিছিলোঁ। তেওঁলৈ মোৰ মৰম উপজিছিল—মই তেওঁৰ প্ৰেমত পৰিছিলোঁ। আমাক ঘৰলৈ নিবৰ বাবে যেতিয়া নাও আহিল, মোৰ বৰ ভাল লাগিছিল, কাৰণ এই অনুভূতিৰ কথা হেৰল্ডক জনাবলৈ মই অস্থিৰ হৈ পৰিছিলোঁ। মই ভাবিছিলো এই কথা জানি তেওঁ বৰ আনন্দিত হ'ব। তোমালোকক মই বুজাব নোৱাৰোঁ—মোৰ মনত কিমান আনন্দ লাগিছিল। আমি নাৱত বৈ থাকোতে গুৰিয়ালজনে মোক কলে শ্ৰীযুত ফ্ৰান্সিচ গিৰিয়েকক হত্যা কৰা তিৰোতা এজনীক আটক কৰিবৰ বাবে তিতকৰা অঞ্চললৈ গৈছে। তেওঁ যোৱা কেইবাদিনো হ'ল।

"আমাৰ নাও ঘাটত লাগিলহি কিন্তু তাত হেৰল্ডক নেদেখি মই আচৰিত হলোঁ। এনেকুৱা ক্ষেত্ৰত তেওঁ বৰ নিয়মানুবৰ্ত্তী আছিল। তেওঁ সদায় কৈছিল আমি চিনাকি মানুহৰ লগত যিদৰে ভদ্ৰতা মানি চলোঁ, স্বামী-স্ত্ৰীয়েও দুয়োৰে মাজত তেনেকুৱা ভদ্ৰতা মানি চলিব লাগে। সেইবাবে কি এনে এৰিব নোৱৰা কামে তেওঁক এই সময়ত ইয়াত উপস্থিত থকাত বাধা দিলে, ভাবি মই অলপ আচৰিত হলোঁ। মই আমাৰ বাস-ভৱন অভিমুখে টিলাৰ ওপৰলৈ উঠিবলৈ ধৰিলোঁ। পিছত আয়াজনীয়ে জোৱানক লৈ আহি আছিল। ঘৰটো আচৰিত ধৰণে নীৰৱ লাগিল। অনুমান হ'ল ঘৰটোত যেন পৰিচাৰকবোৰো নাই। মই তাৰ কাৰণ বুজিব নোৱাৰিলোঁ। ভাবিলোঁ হয়তো মই ইমান সোনকালে পামহি বুলি ভবা নাছিল কাৰণেই হেৰল্ড বাহিৰলৈ ওলাই গৈছে। চিৰিয়েদি মই উঠি গলোঁ। জোৱানৰ পিয়াহ লাগিছিল। তাইক কিবা অলপ খুৱাবৰ বাবে আয়াই পিচ ফালে চাকৰবোৰ থকা ঘৰৰ পিনে লৈ গ'ল। বহা কোঠাতো হেৰল্ড নাই। মই চিঞৰি মাতিলোঁ কিন্তু উত্তৰ দিবলৈ কোনো নাই। মোৰ বৰ বেয়া লাগিল কাৰণ মই তেওঁক তাত লগ পাবলৈ বৰ হেঁপাহ কৰিছিলোঁ। মই আমাৰ

শোৱনী কোঠালৈ আগবাঢ়িলোঁ। কেৰেণ্ড বাহিৰলৈ যোৱা নাই—বিছনাত টোপনি গৈ পৰি আছে। মোৰ মনে মনে হাঁহি উঠিল কাৰণ তেওঁ সদায় কয় দিনত হেনো তেওঁ নোশোৱে। তেওঁ কয় আমি বগা ছালৰ মানুহবোৰে দুপৰীয়া শোৱা অভ্যাস কৰাৰ একো দৰকাৰ নাই। মই মনে মনে বিছনাৰ পিনে আগুৱাই গলোঁ, ভাবিলোঁ তেওঁক অলপ জোকাওঁ। লাহেকৈ আঠুৱাখন দাঙিলোঁ। ওপৰমুৱা হৈ তেওঁ বিছনাত পৰি আছে—পিন্ধনত এখন চাৰওৰ বাহিৰে আন একো নাই। আৰু ওচৰতে পৰি আছে হুইস্কীৰ এটা খালী বটল! তেওঁ মদৰ নিচাত বেহুঁচ!

"আকৌ আৰম্ভ কৰিলে। মোৰ ইমান বছৰৰ সংগ্ৰাম বিফল হ'ল! মোৰ আশা—আকাঙ্খা ধ্বংস হ'ল। মোৰ জীৱনত আৰু কোনো আশা নাই। খণ্ডত মই হিতাহিত জ্ঞান হেৰুৱাই পেলালোঁ।"

মিছিচেণ্টৰ মুখখন তেজ ৰঙা হৈ পৰিল। উত্তেজনাত তাই বহি থকা চকীখনৰ হাতল দুটাত জোৰেৰে খামোচ মাৰি ধৰিলে।

"বাহু দুটাত ধৰি মই গাৰ জোৰেৰে তেওঁক জোকাৰিবলৈ ধৰিলোঁ। 'জানোৱাৰ!' আকৌ চিঞৰিলোঁ—'বদমাচ জানোৱাৰ!' খঙৰ কোবত মই কি কৰিছোঁ আৰু কি কৈছোঁ গম পোৱা নাছিলোঁ। মই তেওঁক প্ৰাণপণে জোকাৰিবলৈ ধৰিলোঁ সেই প্ৰকাণ্ড মানুহজন বিছনাত অৰ্দ্ধ উলঙ্গ হৈ পৰি আছে। মুখত কেইবাদিনো নুখুৰোৱা দাড়ি, মুখখন ফুলা আৰু ৰঙা! সেই সময়ত তেওঁক কিমান ঘৃণনীয় দেখাইছিল মই তোমালোকক কৈ বুজাব নোৱাৰোঁ। তেওঁ গধুৰ গধুৰ ভাবে উশাহ লৈ আছিল মই ইমানকৈ চিঞৰা সত্বেও তেওঁৰ হুঁচ অহা নাছিল। মই তেওঁক বিছনাৰ পৰা টানি মজিয়াত পেলাবলৈ চেষ্টা কৰিলোঁ কিন্তু নোৱাৰিলোঁ—ইমান গধুৰ! এডাল কাঠৰ দৰে তেওঁ বিছনাত পৰি ৰ'ল। 'চকু মেলা'—মই চিঞৰিলোঁ আৰু পুনৰ জোকাৰিবলৈ ধৰিলোঁ। তীব্ৰ ঘৃণাত মোৰ মূৰ গৰম হৈ গৈছিল। যোৱা এসপ্তাহ মই তেওঁক গভীৰভাৱে ভাল পাই আহিছোঁ। সেই কাৰণে এতিয়া এই অৱস্থা দেখি মোৰ ঘৃণাৰ সীমা নোহোৱা হ'ল। এই মানুহজনে মোৰ জীৱন ধ্বংস কৰিলে। মোৰ এই ঘৃণাৰ কথা তেওঁক জনাবলৈ মই যিমান পাৰোঁ, চেষ্টা কৰিলোঁ। মই চিঞৰি চিঞৰি কলোঁ—'তুমি চকু

মেলিবই লাগিব।' যি কোনো উপায়ে চকু মেল খুৱাবলৈ মই দৃঢ় প্ৰতিজ্ঞ হলোঁ।"

অলপ সময় বৈ গাভৰু বিধবাজনীয়ে শুকান ওঠ দুটা জিভাৰে তিয়ালে। তাইৰ উৎসাহবোৰ খৰ। অলপ সময় তাই নীৰৱে ৰ'ল।

"অৱস্থা যদি তেনেকুৱাই আছিল, তেতিয়া হলে তুমি তেওঁক কিছু সময় শুই থাকিবলৈ দিব লাগিছিল।" কেথলিনে মন্তব্য কৰিলে।

"বিছনাৰ ওচৰৰ বেৰখনত এখন পাৰাং ওলমি আছিল। তোমালোকে জানাই—হেৰাল্ডে এই অস্ত্ৰ-শস্ত্ৰবোৰ সজাবৰ বাবে সংগ্ৰহ কৰিবলৈ কিমান ভাল পাইছিল"

"পাৰাং কি?" শ্ৰীমতী স্কীনাৰে সুধিলে।

"কিনো সোধাহে!" শ্ৰীযুত স্কীনাৰে বিৰক্তিৰে কলে—"তোমাৰ পিছ ফালৰ বেৰখনতে দেখোন এখন আৰি থোৱা আছে।"

বেৰত ওলমি থকা মালয় দেশীয় তৰোৱালখনলৈ তেওঁ আঙুলিয়াই দেখুৱালে। কিবা অজ্ঞাত কাৰণত তেওঁৰ চকুৰ দৃষ্টি সেইখনৰ ওপৰত পৰিছিল। শ্ৰীমতী স্কীনাৰ ভয়তে জাপ মাৰি চোফাখনৰ চুকলৈ গ'ল—ভাত যেন সাপ এটাহে মেৰ খাই পৰি আছে!

"হঠাতে হেৰল্ডৰ ডিঙিৰপৰা তেজৰ ফোৱাৰা এটা ওলাহ আহিল। ডিঙিৰ মাজতে এটুকুৰা ঠাই ৰঙা হৈ মেল খাই আছিল"

"মিলিচেণ্ট!" কেথলিন একে জাপে মিলিচেণ্টৰ পিনে আগুৱাই আহিল—"ভগবানৰ শপত—তুমি কি ক'ব খুজিছা বুজাই কোৱা"

শ্ৰীমতী স্কীনাৰে মুখখন মেলি আতংকত চকুৰে জীয়েকৰ পিনে চাই ৰ'ল।

"পাৰাংখন তেতিয়া বেৰত নাছিল, সেইখন বিছনাৰ ওপৰত পৰি আছিল হেৰল্ডে চকু দুটা মেলিলে—ঠিক জোৱানৰ চকু দুটাৰ নিচিনা লাগিল।"

শ্ৰীযুত স্কীনাৰে কলে—"মই বুজা নাই। হেৰল্ডৰ অৱস্থা যদি তেনেকুৱাই আছিল, তেতিয়া হলে তেওঁ আত্মহত্যা কৰিলে কেনেকৈ?"

কেথলিনে খঙেৰে বায়েকৰ বাহু দুটাত ধৰি জোকাৰি দিলে।

"মিলিচেণ্ট, ভগবানৰ শপত—তুমি আমাক সকলোবোৰ বুজাই কোৱা"

মিলিচেণ্টে ভনীয়েকৰ হাতৰপৰা বাহু দুটা একৰাই আনিলে।

"মই তোমালোকক কৈছোঁ—পাৰাংখন বেৰত আছিল। তাৰ পাছত কি হ'ল মই ক'ব নোৱাৰোঁ। চাৰিও পিনে তেজ—কেবল তেজ। হেৰল্ডে চকু দুটা মেলিলে। তৎক্ষণাত তেওঁৰ মৃত্যু হ'ল। তেওঁ একো কোৱা নাছিল. মাত্র মুখখন অলপকৈ মেলিছিল।"

অৱশেষত শ্ৰীযুত স্কীনাৰৰ মাত ওলাল—"হতভগীয়া ছোৱালী, এইটো এটা হত্যাকাণ্ড।"

তেজৰঙা মুখখনত ঘৃণা ভৰা চকু দুটা লৈ মিলিচেণ্টে দেউতাকৰ মুখলৈ এনেভাবে চালে যে তেওঁ ভয়তে কোঁচ খাই গ'ল। শ্ৰীমতী স্কীনাৰে চিয়ঁৰি সুধিলে—"মিলিচেণ্ট, তুমি এই কাম কৰা নাই, নহয় জানো ?"

কিন্তু মিলিচেণ্টৰ পৰা যি উত্তৰ আহিল, সেই উত্তৰত আটাইকেইটা প্ৰাণীৰ তেজ ভয়তে গোট মাৰি গ'ল। তাই ক'লে—"মোৰ বাহিৰে আন কোনে কৰিব পাৰে—তাত আন কোনো নাছিল"

শ্ৰীযুত স্কীনাৰে মাত্র কলে—"ভগবান !"

কেথলিনে দুয়োখন হাতেৰে বুকুখন হেঁচা মাৰি ধৰি থিয় হৈ আছিল যেন তাই নিজৰ বুকুৰ ধপধপনিকে সহ্য কৰিব পৰা নাই। তাই সুধিলে —"তাৰ পাছত কি হ'ল ?"

"খিড়িকিৰ ওচৰলৈ গৈ সেইখন খুলি দি মই চিয়ঁৰিলোঁ। আয়াক চিয়ঁৰি মাতিলোঁ। আয়াজনী জোৱানক লৈ ঘৰৰ পিনে আহি আছিল। মই চিঞৰি কলোঁ—"জোৱানক নানিবি। তাক আহিবলৈ নিদিবি।" তাই বান্ধনিটোক মাতি তাৰ হাতত ছোৱালীজনী দিলে। তাইক মই বেগাই আহিবলৈ কলোঁ। তাই কোঠাত সোমালত মই হেৰল্ডলৈ দেখুৱাই কলোঁ—"চা, চাগাৰে নিজৰ ডিঙিটো কাটি পেলাইছে।" তাই চিয়ঁৰ মাৰি ঘৰৰ বাহিৰলৈ দৌৰ মাৰিলে।

"কোনো ওচৰলৈ নাহে। ভয়তে সিহঁত অস্থিৰ হ'ল। ঘটনাটো বিবৰি মই ফ্ৰাঞ্চিচলৈ এখন চিঠি লিখি তেওঁক সোনকালে আহিবলৈ কলোঁ।"

"ঘটনাৰ বিষয়ে তুমি তেওঁক কি জনালা ?"

"মই লিখিছিলোঁ—নায়েৰে আছি ঘৰ পাই মই হেৰল্ডক ভিজি কটা অৱস্থাত দেখিছোঁ। গৰম দেশত মৃত দেহ সোনকালে সমাধিস্থ কৰিব লাগে। সেই কথা তোমালোকে জানাই। মই এটা চীন দেশীয় কফিন যোগাৰ কৰিলোঁ। সৈন্যবোৰে দুৰ্গৰ পিচ পিনে এটা কবৰ খান্দিলে। যেতিয়া ফ্ৰাঞ্চিচ পালেহি, তেতিয়া হেৰল্ডক সমাধিস্থ কৰা দুদিন হৈ গৈছে। ফ্ৰাঞ্চিচ ল'ৰা মানুহ—তাৰ হতুৱাই মই যি মন যায়, তাকে কৰাব পাৰোঁ। তেওঁক কলোঁ মই হেৰল্ডৰ হাতত পাৰাংখন পাইছোঁ, গতিকে মদৰ নিচাত বেহুঁচ হৈ তেওঁ এই কাম কৰিলে। মই তেওঁক মদৰ খালী বটলটো দেখুৱালোঁ। চাকৰবোৰেও কলে মই জোৱানক লৈ সাগৰৰ পাৰলৈ খোৱাৰ পৰাই হেৰল্ডে খুব মদ খাইছিল। কুৱালাচল'লৈ আহিও মই একে কথাকে কলোঁ। সকলোৱে মোৰ প্ৰতি বৰ সহানুভূতি দেখুৱালে। চৰকাৰে মোক এটা পেন্সন দিলে।"

অলপ সময় কোনেও একো কোৱা নাছিল। অৱশেষত শ্ৰীযুত স্কীনাৰে কলে—"মই এজন আইনজীৱী। মোৰ এটা কৰ্ত্তব্য আছে। আমাৰ কামটোও অতি সন্মানজনক। তুমি মোক এটা বৰ ভয়ঙ্কৰ পৰিস্থিতিত পেলালা।"

কথাবোৰত খোতামোজা লাগিছিল। মনৰ ভাব প্ৰকাশ কৰিবলৈ তেওঁ উপযুক্ত শব্দ বিচাৰি পোৱা নাছিল। বিদ্বেষৰ চাৱনিৰে মিলিচেণ্টে তেওঁৰ পিনে চালে আৰু সুধিলে—"তুমি এতিয়া কি কৰিব খুজিছা?"

"এইটো এটা দেখ দেখ হত্যাকাণ্ড। তুমি ভাবা নেকি এই ঘটনা গোপন কৰা ষড়যন্ত্ৰত মই লিপ্ত হ'ম?"

কেথলিনে তীক্ষ্ণ স্বৰে কলে—"দেউতা, তেনে কথা নকবা। নিজৰ ছোৱালীজনীক তুমি বিপদৰ মুখলৈ এৰি দিবা নেকি?"

"তুমি মোক এটা বৰ ভয়ঙ্কৰ পৰিস্থিতিত পেলালা।" শ্ৰীযুত স্কীনাৰে দোহাৰিলে।

মিলিচেণ্টে অৱজ্ঞাৰে কান্ধ জোকাৰিলে।

"তোমালোকে মোক ক'বলৈ বাধ্য কৰিলা। ইমান দিন মই এইবোৰ চিন্তাৰ বোজা অকলে বহন কৰিছোঁ। এতিয়া তোমালোকেও জানি লোৱা।"

তেনেতে কাম কৰা ছোৱালীজনীয়ে দুৱাৰখন খুলি কলেহি—"দেউতা, ডেভিচে গাড়ী আনিছে।"

কেথলিনে উপস্থিত বুদ্ধি খটুৱাই কিবা এটা উওৰদিয়াত তাই আঁতৰি গ'ল।

"আমি এতিয়া যাবলৈ ওলোৱাই ভাল হ'ব।" মিলিচেণ্ট কলে। "মই এতিয়া পাৰ্টিলৈ যাব নোৱাৰোঁ। কথাবোৰ শুনি মোৰ মূৰ ঘূৰাই গৈছে।" শ্ৰীমতী স্কীনাৰে আতঙ্কৰ সুৰত কলে—"আমি এতিয়া কেনেকৈ হেউদৰ সন্মুখী হ'ম? বিচপেও তোমাৰ লগত চিনাকি হ'ব খুজিছে।"

মিলিচেণ্ট নিৰ্বিকাৰ ভাবে বহি থাকিল। তইৰ দুচকুত পূৰ্বৰ বিদ্ৰূপৰ ভাব পৰিস্ফুট।

"আমি যাবই লাগিব মা, নগলে বৰ বেয়া দেখাব।" কথাষাৰ কৈ কথলিনে মিলিচেণ্টলৈ ক্ৰোধেৰে চাই থাকি কলে— উস! গোটেই ঘটনাটোৱেই ইমান বেয়া।"

শ্ৰীমতী স্কীনাৰে অসহায় ভাবে স্বামীৰ মুখলৈ চালে শ্ৰীযুত স্কীনাৰে আগবাঢ়ি গৈ হাতখন মেলি পত্নীক চোফাৰ পৰা উঠাত সহায় কৰিলে। তেও কলে—"আমি যাবই লাগিব।"

"হেৰল্ডে নিজ হাতে দিয়া ইগ্ৰেট চৰাইৰ পাখি লগোৱা এই টুপিটো পিন্ধি!" শ্ৰীমতী স্কীনাৰে দুখেৰে যোগ দিলে।

তেওঁলোক দুয়ো আগবাঢ়িল। পিচে পিচে কেথলিন আৰু অলপ দূৰে দূৰে মিলিচেণ্টে গৈ থাকিল।

"এই ঘটনাৰ লগত তোমালোক লাহে লাহে অভ্যস্ত হৈ যাবা বুজিছা! প্ৰথমতে মই সকলো সময়তে এইবোৰকে চিন্তা কৰি থাকিছিলোঁ; এতিয়া মই একেৰাহে দুই-তিনি দিন ঘটনাটো পাহৰি থাকোঁ। অৱশ্যে বিপদৰ সম্ভাৱনা এতিয়া নাই।"

কোনেও একো উওৰ নিদিলে। সন্মুখৰ দুৱাৰেদি তেওঁলোক বাহিৰলৈ ওলাই গ'ল। তিনিও গৰাকী মহিলা পিচৰ আসনত বহিল আৰু শ্ৰীযুত স্কীনাৰ বহিল ড্ৰাইভাৰৰ ওচৰত। পুৰণি ধৰণৰ গাড়ী বাবে ডেভিচে

বনেটখন খুলি গাড়ীত ষ্টার্ট দিবলৈ গ'ল। এই সুযোগতে শ্ৰীযুত স্কীনাৰে পিছলৈ উভতি চাই কলে—"মোক এইবোৰ নোকোৱা হলেই ভাল আছিল। গোটেই ঘটনাটোত তুমি নিজৰ ওপৰত বেছি গুৰুত্ব দিছা।"

ডেভিচ নিজৰ আসনত বহিলহি আৰু পাছত তেওঁ কেনন হেউদৰ গাৰ্ডেন পাৰ্টিৰ উদ্দেশ্যে গাড়ী চলাই দিলে।

